## মহাপুৰুষ

# শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ

( পাঁচখনি প্ৰাচীন চৰিতপুথিৰপৰা সংগৃহীত )

যুটীয়া সম্পাদক ঃ শ্ৰীমোহনচন্দ্ৰ মহন্ত, বি-এল.
ডাঃ নবীনচন্দ্ৰ বৰদলৈ.



শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন সমিতি
যোৰহাট—১

*MAHAPURUSH SHRI SHRI GOPALADEVAR CHARITRA :*

*A collection of ancient life-stories of Shri Shri Gopaladeva, edited by Shri Mohan Chandra Mahanta, B.L., Advocate, and Dr. Nobin Chandra Bardoloi, M.B.B.S., D.O., and published by Dr. Jibakanta Saikia, President of, and on behalf of Shri Shri Gopaladeva Prakashan Samiti, Jorhat-1, Assam.*

প্ৰথম প্ৰকাশ : মে', ১৯৭৮ চন

প্ৰকাশক : শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন সমিতিৰ হৈ
শ্ৰীজীৱকান্ত শইকীয়া, যোৰহাট—১

মূল্য : ২০.০০ টকা
( বিশ টকা মাত্ৰ )

মুদ্ৰক : পূৰ্ব্বশ্ৰী প্ৰিণ্টাৰ্চ
তৰাজান, যোৰহাট

# প্ৰকাশন-সমিতিৰ নিবেদন

মহাপুৰুষ-গুৰু শ্ৰীমন্তশঙ্কৰদেৱৰ উত্তৰাধিকাৰী শ্ৰীমন্ত মাধৱদেৱৰ পৰৱৰ্ত্তী কালত আবিৰ্ভূত হোৱা ধৰ্ম্মাচাৰ্য্যসকলৰ ভিতৰত শ্ৰীমন্ত গোপালদেৱৰ অভ্যুদয় আৰু সুদূৰব্যাপী প্ৰভাৱ মহাপুৰুষীয়া ইতিহাসত বিশেষ উল্লেখযোগ্য। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ঐকান্তিক অনুগামী ধৰ্ম্মপ্ৰৱৰ্ত্তক হিচাপে পূৱ ভাৰতত যোৱা চাৰি শতাব্দী কালজুৰি প্ৰভাৱ বিস্তাৰ কৰি অহা গোপালদেৱৰ অসাধাৰণ প্ৰতিভাসম্পন্ন মহান ব্যক্তিত্ব, চাৰিত্ৰিক বৈশিষ্ট্য আৰু অতুলনীয় সংগঠন-শক্তিৰ বিষয়ে যাতে অনুসন্ধিৎসু আৰু তত্ত্বাৰ্থী-সকলে যথাৰ্থ উপলব্ধি কৰিব পাৰে সেই উদ্দেশ্য আগত ৰাখিয়েই গোপালদেৱৰ অনুৱৰ্ত্তী সকলে লিপি-বদ্ধ কৰি থৈ যোৱা পুৰণি মৌলিক চৰিত্ৰ-পুথি পাঁচখনিৰ এই সংকলনটি একত্ৰ কৰি আগবঢ়োৱা হৈছে। গোপালদেৱৰ পন্থৰ স্বীকৃত সামগ্ৰিক বহল জীৱন-চৰিত্ৰ এখনিৰ অভাৱো এই পুথিয়ে পূৰণ কৰিব বুলি আশা কৰা হৈছে। তদুপৰি নিৰপেক্ষভাৱে অনু-সন্ধান আৰু গৱেষণাৰ কাৰ্য্যত প্ৰবৃত্ত হোৱা লোকসকলে গোপালদেৱৰ জীৱনী আৰু আদৰ্শক যথাৰ্থৰূপে দেখাপাব বুলি আৰু এতিয়া-লৈকে এই পন্থৰ বাহিৰৰ কোনো কোনো স্বাৰ্থজড়িত সূত্ৰই প্ৰচাৰ কৰি অহা অনেক ভ্ৰান্তিজনক উপকথা অমূলক বুলি প্ৰতিপন্ন কৰিবলৈ এই পুথিয়ে সহায় কৰিব বুলি প্ৰকাশন-সমিতিয়ে আশা কৰিছে।

মহাপুৰুষ সকলৰ প্ৰাচীন থান-সত্ৰৰ আবাস-ভূমি কামৰূপত মহাগুৰুসকলৰ অন্যান্য থান-সত্ৰৰ তুলনাত গোপালদেৱক কেন্দ্ৰকৰি গঢ়লৈ উঠা ইতিহাস-প্ৰসিদ্ধ ভৱানীপুৰ আৰু কালঝাৰ থানৰ অতীত দুৰৱস্থা দেখি মহাপুৰুষীয়া মাৰ্গৰ অনেক গণ্যমান্য বিশিষ্ট লোক ব্যথিত হৈ পৰিছিল। গোপালদেৱৰ অনুৱৰ্ত্তীসকলৰ নিজা বুলিবলৈ কোনো কেন্দ্ৰীয় থান নথকাত সিবিলাকে,"থান নাই যাৰ,

মান নাই তাৰ" বুলি মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰি এই থান ছুখনিকে সদাহাতে পুনৰ্নিৰ্ম্মাণ কৰাটো মুখ্য কৰ্ত্তব্য বুলি বিবেচনা কৰি দেশনায়ক শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াৰ নেতৃত্বত '৯৬৪ চনতে সংগঠিত আৰু আইনমতে পঞ্জীভূত কৰা অসম ৰাজ্যিক "শ্ৰীশ্ৰীগোপালদেৱ সমিতি'য়ে যোৱা চৈধ্য বছৰ ধৰি কৰি অহা আপ্ৰাণ চেষ্টাৰ ফলত এই থান ছুখনিৰ পুনৰ্নিৰ্ম্মাণ কাৰ্য্যত এতিয়ালৈকে ভালেখিনি আগবঢ়া হৈছে। সহৃদয় আৰু জনপ্ৰিয় চৰকাৰৰ সহায়-সহযোগ বিচাৰি থান নিৰ্ম্মাণৰ উদ্যমত আগবাঢ়ি যাওঁতে গোপালদেৱক জনসাধাৰণে অধিক বাহুল্য আৰু সম্যকভাৱে জানিব পৰাৰ ব্যৱস্থাও যত্ন সহকাৰে লবলগীয়া হৈছে। সেই অৰ্থে এই থান-সমিতিৰ বুকুতে যোৰহাটত গঠিত হোৱা আমাৰ শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন-সমিতিয়ে প্ৰথমতে ১৯৭৬ চনত "মাধৱ বৈকুণ্ঠে গৈলা, গোপাল উদয় হৈলা" আৰু যোৱা ১৯৭৭ চনত গোপালদেৱৰ তিৰোভাৱ-তিথি উপলক্ষ্যে স্মৃতি গ্ৰন্থৰূপে "শ্ৰীশ্ৰীগোপালদেৱ" নামৰ পুস্তিকা প্ৰকাশ কৰে। তদুপৰি গোপালদেৱৰ আজ্ঞাপৰ ধৰ্ম্মাচাৰ্য্য-সকলৰ "চৰিত্ৰৰত্নাৱলী" নামেৰে কৰিবলৈ লোৱা একোখন পুস্তকাৰ যোৱা জাহুৱাৰী (মাঘ) মাহত প্ৰকাশ কৰা "নগৰীয়া-আতা শ্ৰীশ্ৰীসনাতন দেৱৰ চৰিত্ৰ" নামৰ প্ৰথমখনি পুথিয়ে অৰ্জ্জন কৰা জনপ্ৰিয়তাৰ দ্বাৰা উৎসাহিত হৈ এই বছৰৰ গোপালদেৱৰ তিৰোভাৱ-তিথিৰ দিনাই প্ৰকাশ হোৱাকৈ বৰ্ত্তমান 'মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ" নামৰ সংগ্ৰহটি গোপালদেৱৰ পদ্মৎ বিস্তৃতভাৱে সমাদৃত হৈ অহা পাঁচখনি প্ৰাচীন চৰিত-পুথিৰ সাৰ সংগ্ৰহ কৰি প্ৰকাশ কৰা হৈছে।

আমাৰ প্ৰকাশিত এই সংকলনটিত উক্ত পাঁচোখনি চৰিত পুথি লগ লাগি গোপালদেৱৰ মুখ্যতঃ ছুখনি সম্পূৰ্ণ চৰিত পুথিহে সংগঠিত হৈছে। তাৰে এখনি হৈছে দ্বিজ ৰামানন্দদেৱ আৰু তেওঁৰ সুযোগ্য উত্তৰাধিকাৰী পুত্ৰ ৰামগোপালদেৱৰ সহযোগত ৰচিত হোৱা

(আমাৰ এই পুথিত যথাক্ৰমে প্ৰথম আৰু তৃতীয় (১) ভাগত প্ৰকাশিত) আৰু আনখনি হৈছে দ্বিজ পূৰ্ণানন্দদেৱে সম্পূৰ্ণকৈ ৰচনা কৰা (আমাৰ এই পুথিত দ্বিতীয় ভাগত প্ৰকাশিত)। বাকী দুখনি চৰিত পুথিৰ পৰা সংগৃহীত কথাখিনি (আমাৰ এই পুথিৰ দ্বিতীয় ভাগৰ শেষত তৃতীয় ভাগৰ (২) খণ্ডত প্ৰকাশ কৰা মতে) প্ৰথমোক্ত দুখনি সম্পূৰ্ণ চৰিত পুথিৰে পৰিপূৰক স্বৰূপ হৈ হৈছে। গ্ৰন্থৰ শেষৰ ফালে সংযোগ কৰা সূচীপত্ৰৰ সহায়ত কেওখনি চৰিত পুথিয়ে বিভিন্ন প্ৰকাৰে উপস্থাপিত কৰা কথাবিলাক পাঠক সকলে একত্ৰ কৰি অধ্যয়ন কৰিবলৈ সহজ হ'ব বুলি আশা কৰা হৈছে।

উল্লিখিত পাঁচোখনি মৌলিক চৰিতপুথিৰ প্ৰত্যেকৰে নিজা বৈশিষ্ট্য পৃথকে ৰক্ষা কৰি সম্পূৰ্ণভাৱে প্ৰকাশ কৰিব পৰাটিহে সমীচীন কাৰ্য্য হ'ল-হেঁতেন। কিন্তু তেনে কৰিবলৈ যোৱা হ'লে এই গ্ৰন্থৰ আকাৰ এতিয়াৰ প্ৰায় দুজোখতকৈয়ো বেছি ডাঙৰ হ'লহেঁতেন। সিমান ডাঙৰ পুথি প্ৰকাশ কৰিবলৈ আমাৰ সমিতি আৰ্থিকভাৱে সমৰ্থ হ'ব নোৱাৰিলে আৰু তেনেকৈ প্ৰকাশ কৰিব পৰা হ'লেও আজি কালি ইমান মহঙা ছপা আৰু কাকতৰ খৰচে পুথি খনিৰ মূল্য সাধাৰণ লোকে ঢুকি পাব নোৱাৰা ধৰণে বৃদ্ধি কৰিবলৈ আমাক বাধ্য কৰিলেহেঁতেন। উল্লিখিত কেওখনি চৰিত পুথিৰ পৰা গোপালদেৱৰ জীৱন-চৰিত্ৰৰ লগত পোনপটীয়া সম্পৰ্ক থকা কাৰ্য্যাৱলী আৰু তেওঁৰ আদৰ্শবাদৰ লগত সম্বন্ধ থকা সকলো মৌলিক কথাকে পৃথকে পৃথকে সংগৃহীত কৰি আৰু উপকৰা অলঙ্কাৰ, স্তুতিবাদ, টীকা-টিপ্পনী আৰু প্ৰশস্তি-মূলক অংশখিনি বাদ দি এই সংকলনটি প্ৰকাশ কৰা হৈছে। এই পুথিত উদ্ধৃত কৰা মূল পুথি কেইখনিৰ পদাঙ্কবিলাকেই সেইবিলাক পুথিৰ কোন কোন অংশক বাদ দিয়া হৈছে সেইখিনি স্পষ্টকৈ দেখুৱাইছে। সুবিজ্ঞ অনুসন্ধিৎসুসকলে এই প্ৰকাশিত পুথিৰ পৰা বাদ পৰা অংশবিলাকৰ বিষয়ে বিবেচনা কৰি চালে আমাক দুষিবলৈ বেছি থল নাপাব।

সম্পাদকদ্বয়, বিশেষকৈ শ্ৰীমোহন চন্দ্ৰ মহন্ত বি-এলে জীৱনব্যাপী পৰিশ্ৰম আৰু কষ্টস্বীকাৰ কৰি আমাৰ বিভিন্ন সত্ৰত ঘূৰি দুষ্প্ৰাপ্য চৰিত পুথি কেখনি সংগ্ৰহ কৰি আৰু সেইবিলাকৰ পাঠ মিলাই বৰ্ত্তমান বৃদ্ধ আৰু ৰোগগ্ৰস্ত অৱস্থাতো অশেষ যত্ন কৰি এই পুথিৰ সম্পাদনা কৰাত আৰু তেখেতৰ সুযোগ্য সহযোগী ডাক্তৰ শ্ৰীনবীন চন্দ্ৰ বৰদলৈয়ে পুথিখনিৰ সম্পাদনা আৰু প্ৰকাশত ঐকান্তিক প্ৰচেষ্টাৰে আত্মনিয়োগ কৰা গুণেহে আমাৰ প্ৰকাশন সমিতিয়ে এই পুথিখনি প্ৰকাশ কৰিবলৈ সমৰ্থ হ'ব পাৰিছে। পূৰ্ব্বশ্ৰী প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীশিৱপ্ৰসাদ বৰুৱাই তেওঁৰ নতুনকৈ স্থাপন কৰা ছপাখানাটিৰ কৰ্ম্মীসকলেৰেসৈতে এই পুথি প্ৰকাশ কৰাৰ অৰ্থে বহু কষ্ট স্বীকাৰ কৰা বাবে আমাৰ শলাগৰ পাত্ৰ হৈছে। এৰাব নোৱাৰা কাৰণত আৰু বিশেষকৈ কেইটামান নতুন আখৰৰ মুদ্ৰন বেমেজালিত পুথিখনিত ছপাৰ ক্ৰটী ভালেমান থাকি যোৱাত সু-বিজ্ঞ পাঠকসমাজৰ ক্ষমাৰ পাত্ৰ হ'বলগীয়া হৈছোঁহক।

আমি একো ব্যৱসায়ী অনুষ্ঠান নহয়। অপ্ৰকাশিত মহা-পুৰুষীয়া সাহিত্য প্ৰকাশ কৰি ধৰ্ম্ম আৰু সমাজৰ সেৱা কৰাটোৱেই আমাৰ একমাত্ৰ লক্ষ্য। পাঠকসমাজৰ অনুগ্ৰহত ক্ষতিগ্ৰস্ত নোহোৱাকৈ এই সেৱা কাম চলাই যাব পাৰিলেই এই সমিতি ধন্য হব। ইতি—

শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন সমিতিৰ হৈ

শ্ৰীশ্ৰীগোপালদেৱ তিৰোভাৱ তিথি, শ্ৰীজীৱকান্ত শইকীয়া,
১৯০০ শকাব্দ, ২৯ বহাগ, সভাপতি।
যোৰহাট-১

# সম্পাদকৰ নিবেদন

পৰম দুৰ্ব্বোধ্য আত্ম-তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা-অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা সিন্ধু তাতে ক্ৰীড়া কৰি দীন-বন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়॥

* * *

হৰিত শৰণ লৈয়া যিটো জন এ,
হৰিৰ চৰিত্ৰ শ্ৰৱণ-কীৰ্ত্তন কৰে।
দুৰ্ঘোৰ অপাৰ সংসাৰ-সাগৰ এ,
সিটো মহাজনে অতি অপ্ৰয়াসে তৰে॥

চৰিত্ৰ বা চৰিত-পুথিৰ অৰ্থ জীৱন-কাহিনী বোলাতকৈ অধিক বিস্তৃত আৰু অৰ্থব্যঞ্জক। ইয়াৰ বুকুত আদৰ্শবাদ আৰু আচৰণীয় কাৰ্য্যও সোমাই থাকে সমসাময়িক সামাজিক ইতিহাসৰো সম্পদ— এই চৰিত-পুথিসমূহ। সেই হে সৰ্ব্বসাধাৰণৰ জীৱনীৰ লগত গুৰুচৰিত্ৰৰ পাৰ্থক্য আছে।

গুৰুচৰিত্ৰৰ বৈশিষ্ট্য :

ধৰ্ম্ম, ৰাজনীতি, কলা-বিদ্যা, সাহিত্য-সংস্কৃতি আদি বিষয়ত কৃতিত্ব লাভ কৰি মানৱ-সমাজত অসাধাৰণ প্ৰতিষ্ঠা লাভ কৰা মহৎ লোকসকলেই সৰ্ব্বসাধাৰণৰ আদৰ্শস্বৰূপ হৈ এটা জাতিৰ সামূহিক মান-মৰ্য্যাদা বৃদ্ধি কৰে। ৰাজনৈতিক নেতাসকলৰ হাতত ৰাজক্ষমতা থকালৈকে হে তেওঁ-লোকৰ চৰিত্ৰ প্ৰভাৱশালী হৈ থাকিব পাৰে। ৰাজনীতিৰ ক্ষেত্ৰত, বিশেষকৈ গণতন্ত্ৰী শাসন-ব্যৱস্থাত চৰিত্ৰ-হননৰ লীলাখেলা ইমান ক্ষিপ্ৰ

গতিৰে চলে যে ৰাজনৈতিক নেতাসকলৰ ভিতৰত জনসাধাৰণৰ আদৰ্শ চৰিত্ৰ নো কোনটো বাছি উলিয়াবলৈকে টান হৈ পৰে। সাহিত্যিক আৰু কলাকাৰসকলে বুদ্ধি-বৃত্তিৰ বিষয়ত আৰু আত্ম-প্ৰকাশত কৃতিত্ব লাভ কৰিব পাৰিলেই হয়, তেওঁলোকৰ ব্যক্তিগত চৰিত্ৰ লাগিলে সমাজৰ কাৰণে একেবাৰে অননুকৰণীয়েই হওক। এই ক্ষেত্ৰতো 'চৰিত্ৰ' বোলোঁতে স্বভাৱ-চৰিত্ৰৰ দোষ-গুণকে ধৰি লোকবিশেষৰ সামগ্ৰিক ব্যক্তিত্ব আৰু জীৱনৰ কাৰ্য্যাৱলীৰ সমীক্ষা-এটিলৈহে লক্ষ্য ৰখা হয়। জগতৰ ইতিহাসত সাত্ত্বিক সন্ত-সাধুসকলৰ চৰিত্ৰই কিন্তু দেশকাল পাত্ৰ-নিৰ্বিশেষে সকলোৰে অন্তৰ জয় কৰি সবাতোকৈ বেছি প্ৰভাৱ বিস্তাৰ কৰি অহা দেখা গৈছে।

সন্ত সাধু বুলিলে সেইসকলকে বুজায় যিসকলে সত্ত্ব গুণৰ সাধনাৰে ৰজ আৰু তম গুণক জয় কৰি জগতৰ হিতসাধন কৰা-টিকে জীৱনৰ ব্ৰত বুলি আত্ম নিয়োগ কৰে। এনে সন্ত-সাধুসকলেই স্বভাৱতে লোকগুৰু হৈ সৰ্ব্বসাধাৰণৰ পক্ষে একান্ত অনুসৰণীয় চৰিত্ৰ হৈ উঠে। চৰিত্ৰহীন সাধাৰণ লোকে, এনেকি চুৰি, ডকাইতি, নৰহত্যা প্ৰভৃতি জঘন্য পাপ কামত লিপ্ত থকা ৰত্নাকৰৰ দৰে লোককো বাল্মীকিৰ দৰে চৰিত্ৰৱন্ত কৰি তুলিব পাৰে এনে সন্ত-সাধুসকলেহে।

অৱতাৰ-বাদ :

ভাৰতীয় পাৰমাৰ্থিক সাধনাৰ বৈশিষ্ট্য হৈছে নৰৰ ভিতৰতে নাৰায়ণক লাভ কৰাটো। এই সাধনাৰ মূল উৎস হৈছে অৱতাৰবাদ অৱতাৰবাদ বাদ দিলে হিন্দুৰ হিন্দুত্বয়ে নাথাকে। পাশ্চাত্য জগতে বুজিবলৈ টান পোৱা ভাৰতীয় দাৰ্শনিক তত্ত্ব যদি কিবা আছে, তেন্তে সেইটো হৈছে অৱতাৰ-বাদ। এই অৱতাৰ-তত্ত্ব অস্বীকাৰ কৰি স্বৰ্গ, বৈকুণ্ঠ, ব্ৰহ্মলোক আদি পৰলোকত দেৱতা, পৰমেশ্বৰ বা পৰমব্ৰহ্মক আঁতৰাই থৈ ইহজগতত কেৱল মানৱতাবাদৰ আদৰ্শৰেই বাট বুলি-বলৈ যোৱাটো ভাৰতীয় পাৰমাৰ্থিক বা সাংস্কৃতিক আদৰ্শবাদ নহয়।

অৱতাৰ শব্দৰ ধাতুগত অৰ্থ হৈছে ওপৰৰপৰা তললৈ নামি অহা—নিৰাকাৰ ব্ৰহ্মৰ সাকাৰ ৰূপধাৰণ। নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মই আদিতে সগুণ ঈশ্বৰ বা দেৱমূৰ্ত্তি ধাৰণ কৰি স্বৰ্গলোকত থাকে। তাৰপৰা চৈতন্য-যুক্ত জীৱৰূপে জড়জগতত প্ৰৱেশ কৰে। 'তোমাৰে সে অংশ আমি যত জীৱ জাক"—বোলোঁতে সকলো জীৱতেই ব্ৰহ্মৰ অৱতৰণ হয় যদিও অনুভূতিৰ তাৰতম্য অনুসাৰে এই অৱতৰণৰ উপলব্ধি সকলোক্ষেত্ৰতে সমানে বিকশিত হোৱা দেখা নাযায়। অন্য বস্তুৰ সংমিশ্ৰণত গন্ধহীন বায়ু সুগন্ধি বা দুৰ্গন্ধ হোৱাৰ দৰেই জীৱাত্মায়ো ত্ৰিগুণা প্ৰকৃতিৰ সহযোগত মায়াত আবদ্ধ হৈ পৰে। এই মায়াৰপৰা মুক্ত হবৰ একমাত্ৰ উপায় ভক্তিৰ সাধনা। ভক্তিৰ বলেৰে মায়া-মোহৰপৰা মুক্ত হব পাৰিলে হে ভৱলীলাৰ হাতসাৰি ঈশ্বৰ তথা ব্ৰহ্মপ্ৰাপ্তি হব পাৰে।

সকলো জীৱতেই শিৱৰূপে ঈশ্বৰে বিৰাজ কৰিছে যদিও মানৱৰ ক্ষেত্ৰত হে এই বিকাশ বেছি হব পাৰে। নৰজন্মৰ সাধনাৰ ফল অনুসৰি জীৱৰ সদ্‌গতি বা অধোগতি হয়। মানৱজগতৰ বাহিৰে অন্য-জগতত সাধনাৰ স্থল নাই। স্বৰ্গলোক বা দেৱলোক ভোগৰ ভূমি হে, সাধনাৰ ক্ষেত্ৰ নহয়।

সেইদেখি ব্ৰহ্মাকে আদি কৰি সকলো দেৱতায়ে মনুষ্য হবলৈ কামনা কৰে। পূৰ্ণব্ৰহ্ম নাৰায়ণকে আদি কৰি সকলো দেৱদেৱীৰে অৱতৰণ হয়। ৰামায়ণত বিষ্ণুৱে ৰাম আদি চাৰিৰূপে অৱতাৰ ধৰাৰ দৰে অন্যান্য দেৱদেৱীসকলো অৱতীৰ্ণ হোৱাৰ কথা আৰু শ্ৰীমদ্ভাগৱতত নাৰায়ণে শ্ৰীকৃষ্ণৰূপে অৱতাৰ ধৰাৰ আগতেই দেৱতাসকলেও অৱতীৰ্ণ হবলৈ তেওঁৰ নিৰ্দ্দেশ পোৱাৰ কথা আছে।

মহাপুৰুষ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন ঘোষাৰ পাতনি স্বৰূপ "চতুৰ্বিংশতি অৱতাৰ" খণ্ডত সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণে "যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত" বুলি চৌবিশ অৱতাৰৰ মাত্ৰ কাহিনী উল্লেখ কৰিছে। ঈশ্বৰ অৱতাৰসকলৰ লগতে সনতকুমাৰ, নাৰদ, ব্যাস প্ৰভৃতি

ভক্তাৱতাৰসকলকো অন্তৰ্ভুক্ত কৰি নাৰায়ণ-তত্ত্বক নৰৰ মাজতে বিকশিত হোৱাৰ কথা অৱতাৰণা কৰিছে। ঈশ্বৰাৱতাৰ ভক্তাৱতাৰসকলৰ ভিতৰত মূলগত পাৰ্থক্যও আছে। শ্ৰীমন্ত শঙ্কৰদেৱে এই পাৰ্থক্য তেৰাৰ দশম স্কন্ধত এইদৰে দেখুৱাইছে ; -

"ঈশ্বৰসকলে যিটো কৰ্ম্ম কৰে
মনেও তাক নকৰি।
তেসম্বে যিসৱ ধৰ্ম্ম দিছে বাক্যে
তাকেসে সৱে আচৰি ॥" —

ঈশ্বৰ অৱতাৰসকলে কৰি যোৱা অলৌকিক, অদ্ভুত আৰু সাধাৰণ মানুহৰ বাবে অনুচিত কৰ্ম্মবিলাক আচৰণ নকৰি তেৰাসকলে দিথৈ যোৱা ধৰ্ম্মোপদেশবিলাক হে গ্ৰহণ কৰিবলৈ দঢ়াই কৈ গৈছে। ভক্তাৱতাৰসকলেই হৈছে লোকগুৰু। সিসকলে আচৰণ কৰা কাৰ্য্যাৱলী হে মানুহৰ পক্ষে অনুকৰণীয়। এই উদ্দেশ্য সাধনৰ অৰ্থে তেওঁলোকে লিখি থৈ যোৱা শাস্ত্ৰসমূহেই হৈছে মানৱৰ পক্ষে দিগ্‌দৰ্শক আচৰণ বিধি। ঈশ্বৰ-অৱতাৰসকলে মানৱজাতিৰ কাৰণে নিজ কোনো গ্ৰন্থকে লিখি থৈ নোযোৱাটো বিশেষ মন কৰিবলগীয়া কথা। কেৱলভক্ত ভক্তাৱতাৰসকলে লিখা গ্ৰন্থবিলাকে হে মানৱজাতিক নিয়ন্ত্ৰণ কৰি ৰখা ধৰ্ম্মশাস্ত্ৰৰূপে জগতৰ গ্ৰহণীয় হৈ আছিছে।

ঈশ্বৰ-অৱতাৰ আৰু ভক্তাৱতাৰসকলৰ চাৰিত্ৰিক পাৰ্থক্যও মন কৰিবলগীয়া। ঈশ্বৰ-অৱতাৰসকল তেৰাসকলৰ আবিৰ্ভাৱৰেপৰা ঐশ্বৰিক, অলৌকিক শক্তি-সামৰ্থ্য প্ৰকাশ কৰি সৰ্বসাধাৰণৰ ভয়-ভক্তি, শ্ৰদ্ধা-বিস্ময় সহজে অৰ্জন কৰে। কিন্তু ভক্তাৱতাৰসকলে ভক্তিভাৱৰ সাধনাৰ বলেৰে হে সম্পূৰ্ণ মানৱিকতাৰ বিকাশ সাধন কৰি ইহজীৱনতে দেৱত্বকো লাভ কৰে। পৰমব্ৰহ্ম নাৰায়ণৰ পূৰ্ণ অৱতাৰ বুলি মানি অহা শ্ৰীকৃষ্ণৰ পূৰ্ণত্ব তেওঁৰ জন্মাৱধি কংস-বধলৈকে সেইকালহোৱাত হে বোলে প্ৰকাশ

পাইছিল যি সময়ত তেওঁ আছিল নিৰক্ষৰ আৰু সকলো প্ৰকাৰৰ শিক্ষা-দীক্ষা বা অন্যপ্ৰকাৰৰ সাধনাৰ পৰা বাহিৰত। কিন্তু ভক্তাৱতাৰসকলৰ চৰিত্ৰ আৰম্ভ হয় তেওঁলোকে সন্ত-সাধুৰ সাহচৰ্য্য লাভ কৰাৰ পিছৰ পৰা হে।

ঈশ্বৰাৱতাৰসকলৰ দৰেই ভক্তাৱতাৰসকলৰ চৰিত্ৰকো জন্মা-ৱধি অলৌকিক, অমানৱীয়ৰূপে অঙ্কিত কৰাৰ এটি প্ৰচেষ্টা আমাৰ গুৰু-চৰিত্ৰবিলাকতো এনেকৈ পৰিলক্ষিত হৈছে যেন তেৰাসকল স্বয়ং-সম্পূৰ্ণ আৰু তেৰাসকলৰ নিমিত্তে কোনো গুৰুৰ ওচৰত শিষ্য-ভাৱেৰে সাধনা কৰাৰ একো আৱশ্যকতাই নাই। কিন্তু জগতৰ ইতিহাসে দেখু-ৱায় যে, সুবিখ্যাত লোকগুৰুসকলৰ জীৱন আৰম্ভ হয় যথাৰ্থ সাধক বা শিষ্যৰূপে। এই শিষ্যত্বৰ সাধনাত লাভ কৰা সিদ্ধিৰ বলতেই হে তেওঁলোকে গুৰুৰ উপযোগী কৰ্ম্মত কৃতকাৰ্য্যতা লাভ কৰে। জগত গুৰু শঙ্কৰদেৱে "আমি জগতৰে শিষ্য, জানি কৰা বিচাৰিষ, মহন্তৰ ক্ষমা সে ভূষণ" (কীৰ্ত্তন ঘোষা) বুলি হে আত্ম-পৰিচয় দি গৈছে। মাধৱদেৱ আৰু গোপালদেৱৰ জীৱনৰ সফলতা ঐকান্তিক শিষ্য-ৰূপে তেৰাসকলে কৰি অহা গুৰুসেৱাত লাভ কৰা সিদ্ধিৰ অনুপাতে হে হৈছিল। শিষ্যৰূপে কৰি অহা এই গুৰুসেৱা বাদ দিলে তেৰাসকলৰ স্বৰূপ কি হলহেঁতেন সহজে অনুমেয়।

মুখেৰে বা কলমেৰে উপদেশ দিয়াটো অতি সহজ, কিন্তু সেই উপদেশ কোনোজনৰ জীৱনৰ কাৰ্য্যাৱলীত সফলতাৰে পৰিণত হৈ নুঠৈগে মানে সেই উপদেশৰ সাৰ্থকতা প্ৰমাণিত নহয়। শ্ৰীমন্ত শঙ্কৰদেৱে নিৰ্বন্ধ কৰা ধৰ্ম্ম-উপদেশসমূহ মাধৱদেৱৰ জীৱনত এনেদৰে পালিত হৈছিল যে, তেৰা মহাপুৰুষীয়া সমাজত "ধৰ্ম্মমুৰ্ত্তি-মন্ত' অৰ্থাৎ মূৰ্ত্তিমন্ত মহাপুৰুষীয়া ধৰ্ম্ম বুলি পৰিগণিত হৈ উঠিছিল। সেইদৰে শঙ্কৰ-মাধৱ উভয় মহাপুৰুষে গুৰু আৰু শিষ্যৰূপে প্ৰচাৰ কৰা মহাপুৰুষীয়া ধৰ্ম্মৰ আদৰ্শবাদ গোপালদেৱৰ জীৱনত পূৰ্ণৰূপে

মূৰ্ত্তিমন্ত হৈ উঠিছিল বুলি গোপালদেৱৰ পন্থানুবৰ্ত্তীসকলে বিশ্বাস কৰি তেৰাৰ জীৱন-চৰিত্ৰৰ কাৰ্য্যাৱলীৰ আদৰ্শত জীৱন পৰিচালিত কৰাটি অপৰিহাৰ্য্য বিচাৰৰূপে গ্ৰহণ কৰে।

যিহকে কৰা যায় তাকে কৰ্ম বোলা হয়। কিন্তু যি কৰ্ম্ম কৰিবৰ যোগ্য বা কৰা উচিত তাকে "কাৰ্য্য" বোলা হয়। গুৰু-সেৱাত প্ৰাধান্য দিয়া গোপালদেৱৰ পন্থত চলি অহা পৰমাৰ্থ-বিচাৰক "কাৰ্য্য-বিচাৰ" বোলা হয়। গুৰুভক্তৰ কাৰ্য্যাৱলী বা "চিয়াচৰিত" মতে গোপালদেৱৰ পন্থানুবৰ্ত্তীসকলৰ ধৰ্ম্মক ভকতীয়া জীৱনৰ গতি নিৰ্দ্ধাৰিত কৰা হয়। সেইকাৰণে গুৰু-চৰিত্ৰৰ কাৰ্য্যবিলাকৰ স্থান সিবিলাকৰ পৰমাৰ্থ-বিচাৰত সৰ্ব্বপ্ৰধান *।

## গোপালদেৱৰ গুৰু-নিৰ্ণয় সিদ্ধান্ত :

ইষ্টগুৰু মাধৱদেৱৰ উপদেশ সাৰোগত কৰি গোপালদেৱে শ্ৰীমন্ত শঙ্কৰদেৱক নাৰায়ণ-কৃষ্ণৰ পূৰ্ণ-অৱতাৰ বুলি সাব্যস্ত কৰি তেৰাৰ ৰচিত ঘোষা আৰু গীতত স্পষ্টকৈ লিপিবদ্ধ কৰি গৈছে। কোৱা বাহুল্য যে এই বিষয়ত গোপালদেৱে সমসাময়িক সকলো চৰিত্ৰকাৰ আৰু লেখকক চেৰ পেলাই তেৰাৰ গুৰুৰো গুৰু পৰম গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ আৰু ইষ্টগুৰু শ্ৰীমন্ত মাধৱদেৱক গুৰুৰূপে স্পষ্টকৈ সাব্যস্ত কৰি গৈছে। দৈত্যাৰি ঠাকুৰ বা দ্বিজ ৰামানন্দতকৈয়ো গোপালদেৱৰ কৰ্ত্তৃত্ব এই বিষয়ে বিশেষ বৈশিষ্ট্যপূৰ্ণ। মহাপুৰুষীয়া পন্থত দেৱ-নাম-গুৰু-ভক্ত এই চাৰি-বস্তুৰ বিচাৰ-প্ৰসঙ্গত গোপালদেৱে তেৰাৰ গুৰু বুলি মাধৱ-

---

* হিন্দুধৰ্ম্মৰ বাহিৰে যীশুখৃষ্টৰ পৰলোকপ্ৰাপ্তিৰ একশবছৰমানৰ পিছত ৰচিত হোৱা তেওঁৰ জীৱন-চৰিত্ৰ চাৰিখনিয়েই "বাইবেল" বা নৱশুভবাৰ্ত্তা [ নিউ টেষ্টামেণ্ট ] নাম পাই খৃষ্টধৰ্ম্মাৱলম্বীসকলৰ সৰ্ব্বশ্ৰেষ্ঠ ধৰ্ম্মশাস্ত্ৰ হৈ আছিছে।
—সম্পাদকদ্বয়।

দেৱক আৰু গুৰুৰ গুৰু পৰম গুৰু শঙ্কৰদেৱক যেনেকৈ স্পষ্টৰূপে সাব্যস্ত কৰি গৈছে সমসাময়িক অন্য কোনো লেখকেই সেইদৰে কৰি থৈ যোৱা নাই। তেৰাই তেৰাৰ ৰচিত ঘোষাত আৰু গীতত এইদৰে লেখি গৈছে:—

“পূৰ্ব্বে কৃষ্ণে যদুকুলে আসি বিস্তাৰি ভকতি যশৰাশি
ভাৰ সংহৰিয়া বৈকুণ্ঠে গৈলা সবংশে।
সেহি ভক্তি বিস্তাৰিবে মনে পুনু কৃপাময় নাৰায়ণে
শঙ্কৰস্বৰূপে অৱতৰি নিজ অংশে ॥ ১৫
লোকক কৃপায়ে দেৱ হৰি সাক্ষাতে আপুনি অৱতৰি
ইবেলি জগত তাৰিবে মনত গুণি।
নানান কবিত্ব নানা ৰসে জগত জুৰিলা যাৰ যশে
যিহেতু সমৰ্থ সমস্ত গুণে আপুনি ॥ ১৬
ভাগৱত ক্ষীৰ-সমুদ্ৰত আছয় ভকতি ৰত্ন যত
শ্ৰীমন্ত শঙ্কৰে উদ্ধৰি আনি বিভাগি।
তাৰ অন্তৰ্গত তত্ত্ব যত নিবেদিলা প্ৰিয় মাধৱত
লোকক কৃপায়ে থৈলা সংসাৰক লাগি ॥ ১৭
পৰম কৃপালু দেৱ হৰি শঙ্কৰ স্বৰূপে অৱতৰি
ধৰ্ম্ম প্ৰকাশিয়া বৈকুণ্ঠে চলন্তে পাছে।
আপোন পুত্ৰক লক্ষ্য কৰি সমস্ত লোকক নিৰ্দ্দেশিলা
“মোৰ যতগুণ সৱে মাধৱত আছে” ॥ ১৮
পূৰ্ব্বত কপিলে কৰি যত্ন মহাগূঢ় বিত্ত ভক্তিৰত্ন
পৰম কৃপায়ে কহিলা মাতৃৰ আগে।
শঙ্কৰো জানিবা সেহিমতে মাধৱত সৰ্ব্ব শক্তি দিয়া
লোকক কৃপায়ে থাপিলা পুত্ৰৰ আগে ॥ ১৯

* * *

নমোঁ শঙ্কৰদেৱ মাধৱ সহিতে দুয়ো
মোৰ ইষ্টদেৱ দুয়োজন।
মাধৱৰ শিক্ষা ধৰি শুদ্ধভাৱে ভজোঁ হৰি
বন্দোঁ হেন ভকতৰ চৰণ ॥ ১

মাধৱ মাধৱ প্ৰাণ মাধৱ মাধৱ আত্মা
মাধৱ মাধৱ গুৰু ইষ্ট।
মাধৱ মাধৱ নাম স্মৰণে সুমঙ্গল
মাধৱে সে ইষ্টদেৱ নিষ্ঠ ॥ ২

* * *

আকে জানি সন্তসবে ভকতৰে প্ৰীতি কৰা
নিজে তৰি আনকো নিস্তাৰা।
মাধৱৰ দাস দীন কহয় গোপাল হীন
হৰি ভজি আপুনো উদ্ধাৰা ॥ ৯

গহীন গম্ভীৰ মহাযশী ধীৰ
নামত শঙ্কৰদেৱ।
পাষণ্ড-মৰ্দ্দন করুণা-সদন
যাৰ উপৰে নাহি কেৱ ॥ ১০

শঙ্কৰ মাধৱ অভেদ ঈশ্বৰ
গুৰু নাহি দুইত পৰে।
দুই হানো নামৰ কীৰ্ত্তন কৰিয়া
কৃতকৃত্য হোৱে নৰে ॥ ১১

গীত ৰাগ গৌৰী বা ৰামকেলি :

সেৱহু মন, ভজহু মন, শঙ্কৰৰ পদদুই।
যো পদৰজ, পৰশি কলিত, অগতিৰ গতি হুই ॥

যো হৰি যদুকুলে অৱতৰি প্ৰকাশি যশ বিপুল।
জগত তাৰিলা, ভাৰ-সংহৰিলা, নিস্তাৰিলা গোপকুল ॥
সো হৰি শঙ্কৰ, নৰৰূপ ধৰি, ৰাজধৰ কুলে আসি।
কুল উদ্ধাৰিলা, লোক-নিস্তাৰিলা, কৃষ্ণৰ যশ প্ৰকাশি ॥
গীত-কবিত্ব, শুনন্তে-লোকৰ, অমৃত বৰিষে মনে।
মাধৱৰ পদ-ৰেণু শিৰেধৰি, দীন গোপালে এহু ভনে ॥

গীত ৰাগ-বসন্ত:
হৰি হৰি কিনা ভেলি সুদিন হামাৰি।
হামু-পাপৰ বন্ধু, নিমজিলোঁ তাপ-সিন্ধু, তাৰিলা শঙ্কৰ অৱতৰি ॥
তিনি যুগ ভৈল শেষ, বলী কলি পৰবেশ, লোকক পীড়িলে ঘোৰ পাপে।
শুখি নিলে আত্মতত্ত্ব, ভৈল লোক উনমত্ত, পুৰি মাৰে সংসাৰৰ তাপে ॥
ভকতি বাৰিষা ঋতু, লোকৰ কুশল হেতু, মিলিলা শঙ্কৰ ৰূপে হৰি।
মাধৱ গম্ভীৰ মেঘ, বৰষিলা অবিচ্ছেদ, হৰি-নাম জল জগ ভৰি ॥
ভকতসকলে যত, পায়া পিয়া উনমত্ত, হৰি-যশ-ৰসৰ প্ৰভাৱে।
আনো লোক সুখী ভৈল, কলি-মল-দূৰগৈল, কহতু গোপাল হৰি-পাৱে ॥"

ভূতপূৰ্ব্ব কমলাবাৰী সত্ৰাধিকাৰ ৺চন্দ্ৰহাস গোস্বামীদেৱে গোপাল-দেৱ কালপুৰৰ নাৰায়ণেই হৈছিলহি বুলি লেখা এখনি চিঠি আমি অন্য স্থানত প্ৰকাশ কৰা আছে। নাৰায়ণ-তত্ত্ব যে মহাপুৰুষীয়া ধৰ্ম্ম-তত্ত্বৰ মূলতত্ত্ব এই বিষয়ে বিশদ আলোচনা যথাস্থানত প্ৰকাশ হৈ আছে। নাৰায়ণৰ অৱতাৰ নৰ মাত্ৰেই—বিশেষকৈ গুৰু ভকত মাত্ৰেই। এই কথা ব্যাখ্যা কৰি গোপালদেৱে ঘোষাত লিখিছে—

"জানা কোটি কোটি কৰ্ম্মপৰ,
তাহাৰ মাজত কোনো নৰ
মহা বিচক্ষণে মুকুতি-সুখ লভয়।
মুক্তৰ মধ্যত কোনোজন,

পৰম নিপুণ শুদ্ধমন
কৃষ্ণৰ কৃপাত নাৰায়ণ-পৰ হয় ॥ ১৪

"হে প্ৰভু ভগৱন্ত, পূৰ্ণব্ৰহ্ম পৰমাত্মা, শ্ৰীকৃষ্ণ দেৱ যদুপতি।
মাধৱ বান্ধৱ হেন, চৰণে শৰণ লৈলোঁ, তুমি মোৰ অগতিৰ গতি ॥ ৩
ধীৰসৱে নাৰায়ণ-ময়-মাত্ৰ জগতক, দেখে আক জানা সাৰেসাৰ।
লুব্ধকে দেখয় ধন, কামুকসৱৰ যেন, দেখে সৱ কামিনী-আকাৰ ॥ ৪"

গোপালদেৱৰ জীৱন চৰিত্ৰৰ বৈশিষ্ট্য এয়ে যে তেৰাই নিচেই সামান্য অৱস্থাৰপৰা গুৰু সৱা-সাধনাৰ বলেৰে এগৰাকী অসাধাৰণ ব্যক্তিত্বসম্পন্ন লোক হৈ সৰ্ব্বোত্তম কৃতকাৰ্য্যতা লাভ কৰিব পাৰিছিল। গুৰুৰূপে তেৰাৰ বৈশিষ্ট্য তেৰাৰ অতুলনীয় শিষ্যপ্ৰশিক্ষণ প্ৰথাত প্ৰকাশ পাইছিল। তেখেতে প্ৰচলিত কৰা এই শিষ্যপ্ৰশিক্ষণ প্ৰথা উপনিষদৰ যুগত আৰ্য্যঋষিসকলে প্ৰৱৰ্ত্তন কৰা গুৰু-শিষ্য-প্ৰশিক্ষণ প্ৰণালীৰ লগত হে তুলনীয় হব পাৰে। তেৰাৰ সমগ্ৰ জীৱনৰ সকলৰ ঘটনাৱলীৰ ভিতৰত এনে এটি ঘটনা বিৰল যাৰদ্বাৰা শিষ্য প্ৰশিক্ষণ-কাৰ্য্যৰ ব্যতিক্ৰম ঘটিব পাৰিছিল।

গুৰুৰ বিশেষ কৃতকাৰ্য্যতা হয় বিচক্ষণ শিষ্য লাভ কৰাত। এনে শিষ্যই হে গুৰুৰ গুৰুত্ব বা গৌৰব বৃদ্ধি কৰে। এনে বিচক্ষণ শিষ্য গোপালদেৱে যথেষ্ট লাভ কৰিছিল বুলি এই চৰিত্ৰই প্ৰকাশ কৰিছে। তেৰাক নিজৰ ধন-প্ৰাণতকৈও প্ৰিয় বুলি ভবা এনে শিষ্যসকলে শঙ্কৰদেৱ-মাধৱদেৱৰ পিছত তেৰাক একে পৰ্য্যায়ৰে গুৰু বুলি স্বীকাৰ কৰি লৈছিল। মাধৱদেৱৰ আজ্ঞাপৰ ধৰ্ম্মাচাৰ্য্যসকলৰ ভিতৰত গোপালদেৱৰ বাহিৰে অন্য কোনো জনায়ে তেৰাসকলৰ কোনো শিষ্যৰপৰা এনেকুৱা স্বীকৃতি লাভ কৰাৰ প্ৰমাণ পোৱা নাযায়।

গোপালদেৱে পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ বৈকুণ্ঠী হোৱাতকৈ অনেক বছৰৰ আগতেই বৈকুণ্ঠপ্ৰয়াণ কৰিছিল। গতিকে গোপালদেৱৰ পৰলোক প্ৰাপ্তিৰ পাছত তেৰাৰ আজ্ঞাপৰ ধৰ্ম্মাচাৰ্য্যসকলে অসমৰ

বিভিন্ন স্থানত ধৰ্ম্মবিস্তাৰ কৰাৰ পাছত হে যে "বৰ বাৰজনীয়া", "সৰু বাৰজনীয়া", "কনকলতা বাৰজনীয়া"সকলে ধৰ্ম্মপ্ৰচাৰ কৰিছিল সেই কথা ইতিহাসে সাব্যস্ত কৰিছে।

গোপালদেৱৰ বিশিষ্ট শিষ্যাচাৰ্যসকলে নিজকে তেওঁৰ শিষ্য বুলি গৌৰব অনুভৱ কৰি অসংখ্য গীত-পদ ৰচনা কৰি গৈছে। তেওঁৰ শিষ্যাচাৰ্য্যসকলৰ সতি-সন্ততিসকলৰদ্বাৰা ৰচিত এই চৰিত-পুথি কেই-খনিৰ বিভিন্ন স্থলত শঙ্কৰ-মাধৱ-গোপালক অভেদৰূপে উল্লেখ কৰাৰ বাহি-ৰেও তেওঁসকলৰ আগতেই 'বাৰআতা'- সকলে তলত উদ্ধৃত কৰা মতে ৰচনা কৰা এনেকুৱা গীত-পদ পোৱা হৈছে। —

(১) গোপালদেৱৰ 'শিহত তেওঁৰ কালঝাৰ সত্ৰত প্ৰতিষ্ঠিত "ভাটা আতা" শ্ৰীৰামদেৱ :—

"গোপালৰ সেৱক, মাগয় শ্ৰীৰাম, অমল ভকতি দান কৰং।"
"গোপালৰ পদে নমিয়া কহয় শ্ৰীৰাম এ মূঢ়মতি।"
"ভকতি সঙ্গতি মূঢ়ে দেহু গোপালা॥" (শ্ৰীৰামদেৱৰ গীত)

(২) মায়ামৰা সত্ৰ-সমূহৰ প্ৰতিষ্ঠাতা "ভূঞাৰ পো আতা" অনিৰুদ্ধদেৱ :—

"মত কহে অনিৰুদ্ধে মূঢ় পৰং।
পৰ গোপালৰ পদে হৃদি ধৰং॥" (টোটয়)
"অনিৰুদ্ধ নামে ভৈল তাহান সন্ততি।
নজানোঁ শাস্ত্ৰক অতিশয় কুণ্ঠমতি॥
গোপালৰ চৰণৰ কৃপাসিন্ধু পাই।
কৰিলোঁ পয়াৰ চতুৰ্থস্কন্ধ চাই॥" (চতুৰ্থ স্কন্ধ ভাগৱত)
"গোপালৰ দুই, চৰণ সম্পৰ্কে, মনে যেন উপজয়॥
পৰম দেৱতা, হৃদয়ত থাকি, দিলা মোক অনুমতি।
সেহি অনুৰূপে পঞ্চম স্কন্ধৰ ৰচিলোঁ পদ সম্প্ৰতি॥"
(পঞ্চম স্কন্ধ ভাগৱত)

(৩) "গজলাআতা" যদুমণিদেৱ :—

"নমো শঙ্কৰদেৱ, মাধৱক কৰোঁ সেৱ, গোপালে সে হিত-উপকাৰী ।
তিনি মূৰ্ত্তি এক দেৱ, তুৱা পাৱে কৰোঁ সেৱ, নিয়ো মোক পাপীক উদ্ধাৰি।

(৪) ন'গৰীয়া আতা সনাতনদেৱ : —

"দৈৱকী-নন্দনে, তিনিমূৰ্ত্তি ধৰি, একেলগে অৱতৰি
ধৰ্ম্ম প্ৰকাশিলা, পূৰি মনোৰথ, নামক প্ৰকাশ কৰি ।।
নমো শঙ্কৰ, জগত তাৰিলা, নৰৰূপে অৱতৰি ।
মাধৱ মাধৱ, গোপাল, গোপাল বুলিয়োক মুখ ভৰি ।"
"গোপালদেৱৰ, শুদ্ধসত্ব ধৰ্ম্ম, সৱেও মহন্তে গায় ।
দুখ দুৰ্ব্বাসনা, ভৱবন্ধ ছিণ্ডি, বৈকুণ্ঠ-পদক পায় ।।"

(৫) বৰযদুমণি দেৱ :—

"মাধৱ বৈকুণ্ঠে গৈলা, গোপাল উদয় ভৈলা, ভকতি সৰ্ব্বস্ব মনে ধৰি ।
পৰম কৃপায়ে জানা, জগতক নিস্তাৰিলা ভকতি-অমৃত বৃষ্টি কৰি ।।
পৰম দয়ালু দেৱ, গোপালক উপাসিয়া, উদয়-গিৰিৰ যত জন ।
সুদৃঢ় বিশ্বাস কৰি গোপালক মনে ধৰি, সুখে কৰা শ্ৰৱণ-কীৰ্ত্তন ।।
শঙ্কৰ মাধৱদেৱ, গোপালস্বৰূপে আসি ভকতিক কৰিলা প্ৰচাৰ ।
গোপালৰ চৰণ পঙ্কজ-ৰস পাই ।
যদুমণি দীন মূৰ্খমতি গায় ।।"

পাঁচখনি চৰিত-পুথিৰ পৰিচয় :

গোপালদেৱৰ অনুবৰ্ত্তী সমাজে এতিয়ালৈকে শীৰ্ষস্থান দি মান্য কৰি অহা প্ৰধান প্ৰধান পাঁচখনি চৰিত-পুথিত প্ৰকাশ পোৱা গোপালদেৱৰ জীৱন-চৰিত্ৰৰ কাৰ্য্যসমূহ সঙ্কলন কৰি বৰ্ত্তমান এই চৰিত-পুথিখনি যুগুত কৰা হৈছে। এই পুথিৰ প্ৰথম ভাগতে দিয়া খণ্ডৰ লিখক হৈছে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বিখ্যাত চৰিত্ৰ-লিখক দ্বিজ ৰামানন্দদেৱ। তেখেত হৈছে গোপালদেৱে স্থাপন কৰা বাৰজন ধৰ্ম্মাচাৰ্য্যৰ ভিতৰত মুখ্য আৰু কালঝাৰ সত্ৰৰ উত্তৰাধিকাৰী শ্ৰীৰামদেৱৰ পুত্ৰ আৰু উত্তৰা-

ধিকাৰী। তেৰাই ৰাঢ়ী বিপ্ৰৰ কাৰণে পিছৰ জীৱনত কামৰূপৰপৰা উজাই আহি বৰ্ত্তমান কলিয়াবৰ আৰু মাজুলীৰ আঁহতগুৰিত সত্ৰ পাতি থাকিব লগা হোৱাত তেৰা আঁহতগুৰি সত্ৰৰ প্ৰথম অধিকাৰৰূপে জনাজাত হৈছিল। তেখেতে পোনতে শঙ্কৰদেৱৰ চৰিত্ৰ ৰচনা কৰি পিছত হে মাধৱদেৱৰ চৰিত্ৰ ৰচনা কৰিছিল বুলি আমাৰ প্ৰকাশিত এই পুথিৰ দ্বিতীয় ভাগত প্ৰকাশ কৰা দ্বিজ পূৰ্ণানন্দ-ৰচিত চৰিত-পুথিৰপৰা তলত উদ্ধৃত কৰা আৰু তেখেতৰ পুত্ৰ ৰামগোপালদেৱে ৰচনা কৰা (আমাৰ এই পুথিৰ তৃতীয় (১) ভাগত প্ৰকাশ কৰা) চৰিত-পুথিৰপৰা জনা যায়। যথা, —

আইঁতগুৰিৰ বাপ ৰামানন্দে
শঙ্কৰ দেৱৰ লীলা।
পদ বন্ধে তাৰা ৰচনা কৰিয়া
সমস্ততে দৰশাইলা। ১১১২
তাক শুনি মই গোপাল দেৱৰ
বৰ্ণাইবে ইচ্ছা কৰিলোঁ॥" (পৃষ্ঠা ২৬৭-৮)

"আমাৰ পৰম গুৰু দেৱতা ঈশ্বৰ।
কৰিলেক পদক শঙ্কৰ চৰিত্ৰৰ॥
মাধৱৰ চৰিত্ৰক পদে নিবন্ধিলা।
সেহি সঙ্গে গোপালৰ চৰিত্ৰ বৰ্ণাইলা॥ ১৩
তাহান যি কিছু ভৈল শেষ বৰ্ণনৰ।
কৰিবোঁ বৰ্ণন গোপালৰ চৰিত্ৰৰ॥" (ৰাম-গোপাল, পৃঃ ২৭৪)

মাধৱদেৱৰ চৰিত্ৰ-লেখকসকলৰ ভিতৰত দৈত্যাৰি ঠাকুৰ আৰু ৰামানন্দদেৱেই সুবিখ্যাত। ৰামানন্দ গোপালদেৱৰ পন্থী হোৱা হেতুকে তেৰাৰ ৰচিত চাৰত পুথিত মাধৱদেৱৰ জীৱন চৰিত্ৰৰ ভিতৰত গোপালদেৱৰ কথা বিস্তৃতভাৱে থকাটো একো আচৰিত হ'বলগা কথা নহয়। তেৰাৰ

লিখিত মাধবদেৱৰ চৰিত্ৰখণ্ডত মুঠতে ৬৫১ টি পদ পোৱা হৈছে। তাৰ ভিতৰত গোপালদেৱৰ জীৱনীৰ লগত একপ্ৰকাৰে নহয় একপ্ৰকাৰে সম্বন্ধ থকাখিনি (প্ৰায় ৩৮৪ টা পদ) আমাৰ এই পুথিৰ প্ৰথম খণ্ডতে উদ্ধৃত কৰি দিয়া হৈছে। এইখিনি কথা একাদিক্ৰমে আগতে কোনেও প্ৰকাশ কৰা নাই। গোপালদেৱৰ ওপৰত আচাৰ্য্য-পদ ন্যস্ত হোৱাৰ আৰু মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণ হোৱাকৈকে গোপালদেৱৰ আদ্যচৰিত্ৰ-খনি এই পুথিত বৰ্ণিত হোৱাৰ দৰে আন কোনো প্ৰাচীন চৰিত্ৰ-পুথিত নিৰ্ভৰযোগ্যভাৱে প্ৰকাশিত হোৱা নাই। সেই দেখিয়েই বোধহয় গোপালদেৱৰ প্ৰপৌত্ৰ ৰামানন্দদেৱৰ ৰচনা কৰা (আমাৰ পুথিৰ তৃতীয় ভাগৰ (২) খণ্ডত চমুকৈ প্ৰকাশ কৰা) চৰিত্ৰত গোপালদেৱৰ এই কালৰ জীৱন-চৰিত্ৰৰ পুনৰুক্তি কৰা নাই।

দ্বিজ ৰামানন্দৰ চৰিত্ৰ-পুথিত থকা শঙ্কৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পিছৰ মাধৱদেৱৰ চৰিত খণ্ডটি বোধহয় দ্বিজ পূৰ্ণানন্দৰ দৃষ্টিগোচৰ নোহওঁতেই তেওঁৰ চৰিতখনি ৰচিত হৈছিল। নহলে তেওঁৰ চৰিত পুথিখনিতকৈও বেছি ঘটনা আৰু তথ্যপূৰ্ণ দ্বিজ ৰামানন্দদেৱৰ চৰিত্ৰ পুথিৰ লগত তেওঁৰ চৰিত্ৰৰ কথা অনেক ঠাইত অমিল যেন দেখা নহলহেঁতেন।

দ্বিজ ৰামানন্দদেৱৰ চৰিত পুথি লিখা ধৰণটি আদৰ্শবাদী জীৱন চৰিত্ৰ লিখাৰ ৰীতিৰ লগত খাপ খায়। তেওঁৰ ৰচিত শঙ্কৰদেৱৰ চৰিত পুথিখনি "শ্ৰীগুৰু চৰিত" নামেৰে ডঃ শ্ৰীমহেশ্বৰ নেওগৰদ্বাৰা সম্পাদিত আৰু সুবিখ্যাত দত্তবৰুৱা ভ্ৰাতৃসকলৰদ্বাৰা প্ৰকাশিত হৈছিল। সেই পুথি-খনিৰ পাতনিত সুবিজ্ঞ সম্পাদকে লেখিছিল ; —

"ৰামানন্দৰ ৰচিত এই চৰিতখনিত তেওঁৰ পাণ্ডিত্য পৰিস্ফুট হৈ ওলাইছে। শঙ্কৰ-মাধৱৰ প্ৰথম দেখাদেখিত প্ৰবৃত্তি-নিবৃত্তি মাৰ্গীয় তৰ্ক, অম্বুবঙ্গা-নিৰ্গুণা, ভাগৱতী-কেৱলা ভক্তি-বিভাগ, সাকাৰ-

নিৰাকাৰ বাদ আদিৰ বিৱৰণ তেওঁ পাণ্ডিত্যপূৰ্ণভাৱে দিছে। আনফালে তেওঁ শ্ৰীশঙ্কৰদেৱক ঈশ্বৰ বুলি মানি তিনিটা কাৰণ দেখুৱাইছে। * * * শঙ্কৰ, মাধৱ, গোপালক ঈশ্বৰৰ ক্ৰমিক অভিব্যক্তি বুলি একান্ত বিশ্বাস আৰু ভক্তিতত্ত্বৰ গম্ভীৰ জ্ঞানে চৰিতখনি তত্ত্ব আৰু তথ্যৰ ফালৰপৰা বিশেষ সমৃদ্ধ কৰি তুলিছে। ৰামানন্দদেৱে তেওঁৰ পিতৃ শ্ৰীৰামআতাৰ পৰা শুনামতেই এই চৰিত্ৰত সকলো বৰ্ণনা লিপিবদ্ধ কৰিছে বুলি উল্লেখ কৰিছে। * * * মুঠতে, ৰামানন্দৰ শঙ্কৰ-মাধৱ-চৰিতে আমাৰ চৰিত-সাহিত্যত এখনি বিশিষ্ট স্থান অধিকাৰ কৰিছে। * * * কাকতি (ডঃ বাণীকান্ত কাকতি) ডাঙৰীয়াই চৰিতসমূহৰ ভিতৰত এইখনিক বিশেষ স্থান দিছিল। * * * এনে এখনি গভীৰ আৰু বৃহৎ শাস্ত্ৰ * * * চৰিতখনি ছপা হোৱা দেখিবলৈ আশা হোৱা ডঃ কাকতিদেৱৰ স্মৃতি মাত্ৰ থাকিল।"

ডঃ নেওগে এই পুথিত লিখাৰ বাহিৰেও অন্যান্য পুথিপত্ৰত আৰু ১৯৭৭ চনৰ অক্টোবৰ সংখ্যাৰ "প্ৰকাশ"ত "গুৰুচৰিত্ৰৰ নৱদৃষ্টি-পাতৰ আৱশ্যকতা" নামৰ প্ৰবন্ধতো এই চৰিত্ৰ সম্পৰ্কে এনে অভি-মতকে দৃঢ়ভাৱে প্ৰকাশ কৰিছে।

দ্বিজ ৰামানন্দই ৰচনা কৰা মাধৱদেৱৰ চৰিতপুথি খণ্ডটি পাঠ কৰিলে বুজা যায় যে শঙ্কৰদেৱৰ উত্তৰাধিকাৰী গুৰুৰূপে মাধৱদেৱে অৱলম্বন কৰা শিষ্য-প্ৰশিক্ষণ প্ৰথাতে প্ৰাধান্য দি এই চৰিতপুথি ৰচনা কৰি গৈছে।—

"মুখ্য মুখ্য মাধৱৰ যতেক সেৱক।
যিমতে পাইলন্ত লাগ মাধৱদেৱক॥
সিসব কথাক সৱে কহিবোঁ যেকত।
শুনা সাৱধানে সভাসদ লোক যত॥ ৭"

বুলি চৰিতখনিৰ পাতনি মেলি তেখেতে উদাসীন মাধৱদেৱৰ যথাৰ্থ প্ৰিয়তম শিষ্যপুত্ৰ শ্ৰীৰামদেৱক শিষ্যৰূপে পোৱাৰ কাহিনীবেই

"প্ৰথমতে শুনা কথা বুঢ়া শ্ৰীৰামৰ" বুলি আৰম্ভ কৰি তেওঁৰ পিছতেই গোপালদেৱ প্ৰভৃতি ই সকল প্ৰধান প্ৰধান শিষ্যৰ চৰিত্ৰ বৰ্ণাইছে।

মাধৱদেৱৰ জীৱনকাহিনী সম্পৰ্কে দৈত্যাৰিঠাকুৰ ৰচিত চৰিতপুথিখনিৰ জন্ম যি সময়, স্থান, আৰু পৰিস্থিতিত হৈছিল, তাৰ লগত দ্বিজ ৰামানন্দৰ ৰচিতখনি চৰিত্ৰৰ নিৰ্ভৰযোগ্যতা ভলত দিয়া কথাবিলাক আলোচনা কৰিলে আমি বেছি হে দেখা পাওঁ।

দৈত্যাৰিঠাকুৰে তেওঁৰ চৰিতপুথিখনি বিশেষকৈ বুঢ়াৰ পো গোবিন্দ আৰু ৰামচৰণঠাকুৰৰ কথা শুনি লিখিছিল বুলি প্ৰকাশ কৰি গৈছে। বুঢ়াৰ পো গোবিন্দ বা ৰামচৰণঠাকুৰতকৈ গোপালদেৱ শঙ্কৰ মাধৱৰ তত্ত্ব সম্পৰ্কে কম বিজ্ঞ আছিল বুলি কোনো প্ৰকাৰে প্ৰতীতি নহয়। দ্বিজ ৰামানন্দৰ চৰিত্ৰই গোপালক আৰু চমৰীয়া সত্ৰৰ প্ৰতিষ্ঠাতা বৰবিষ্ণু-আচাৰ্য্য পাতি (পৃষ্ঠা ৭৬) ই দুজনক মনোনীত নকৰা কাৰণতেই বোধহয় দ্বিজ ৰমানন্দৰ ৰচিত চৰিতপুথিখনিয়ে আজিলৈকে ন্যস্তস্বাৰ্থৰ হাতত যথাযোগ্য স্থান অধিকাৰ কৰিব পৰা নাই। কালঝাৰ সত্ৰত গোপালদেৱৰ উত্তৰাধিকাৰী একান্ত অনুগত সুপণ্ডিত দ্বিজাচাৰ্য্য শ্ৰীৰামদেৱে গোপালদেৱ বা তেওঁৰ সমসাময়িক ইসকলৰ পৰা দৈত্যাৰিঠাকুতকৈ কম কথা জনা-শুনাৰ সুবিধা ঘটিছিল বুলি বিশ্বাস কৰিবলৈ টান হৈ পৰে। আকৌ সেই শ্ৰীৰামৰে উত্তৰাধিকাৰী কালঝাৰ সত্ৰাধিকাৰ হিচাপে আদবয়স কটোৱা ৰামানন্দদেৱে যে তেওঁৰ পিতৃৰ পৰা যথেষ্ট চৰিত্ৰজ্ঞান লাভ কৰিছিল সেইবিষয়ে সন্দেহ নাই। তেওঁৰ পাছত পদাধিকাৰী হোৱা পুত্ৰ ৰামগোপালদেৱে শঙ্কৰ-মাধৱ গোপালতকৈ চৰিত সম্পৰ্কে বিশেষভাৱে জানিবলৈ পোৱাটো সম্পূৰ্ণ বোধগম্য কথা। স্বৰ্গীয় দীননাথ বেজবৰুৱা ডাঙৰীয়াই দ্বিজ ৰামানন্দ ৰচিত চৰিতখনি গ্ৰহণীয় নহয় বুলি কি কাৰণত কৈছিল তাৰ ভেদ ভাঙিবলৈ গলে আমাৰ বক্তব্য বহুতৰ পক্ষে অপ্ৰিয় হৈ উঠাৰ সন্দেহত সম্প্ৰতি সেই বিষয়ৰ আলোচনাৰ পৰা বিৰত

থকা হ'ল। মুঠতে দ্বিজ ৰামানন্দৰ চৰিত পুথিখনিৰ মৰ্য্যাদা অগ্ৰগণ্য বুলিবৰ যথেষ্ট থল আছে বুলি এই চৰিত-পুথিয়ে সন্দেহ দিব।

দ্বিজ ৰামানন্দদেৱৰ ৰচিত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ চৰিতপুথি-খনিৰ সাঁচিপতীয়া নকল এটি জাঁজীৰ মেধিজুন গজলা সত্ৰৰ শ্ৰীযুত যোগেশ্বৰ মহন্তদেৱৰ হাতত পোৱা হয়। এই সত্ৰৰ পুথিখনিৰ হস্তাক্ষৰৰ শকাব্দ হৈছে ১৬১৮। সেই সত্ৰৰ সত্ৰাধিকাৰ, ডেকা সত্ৰাধিকাৰ আৰু উক্ত মহন্তদেৱে তেখেতৰ পুতেকসকলেৰে সৈতে এই পুথি নকল কৰাত বিশেষ সহায় কৰা বাবে ধন্যবাদৰ পাত্ৰ। এই গজলা সত্ৰ ইতিপূৰ্ব্বে মাজুলী আঁহতগুৰি অঞ্চলত থকা দিনাতেই এই চৰিতপুথি মূল আঁহতগুৰি সত্ৰৰপৰা পোৱা হৈছিল বুলি জনা গৈছে। শঙ্কৰদেৱৰ চৰিত্ৰ ভাগ আমি উল্লেখ কৰাৰ দৰে ইতিপূৰ্ব্বেই দত্তবৰুৱা ভ্ৰাতৃসকলে প্ৰকাশ কৰিছিল। কিন্তু এতিয়া দুষ্প্ৰাপ্য হৈ পৰিছে। মাধৱদেৱৰ চৰিত্ৰখণ্ডৰে সৈতে দুয়োখণ্ডকে একত্ৰ কৰি প্ৰকাশ কৰিব পৰা হলে ভাল আছিল। সেই অৰ্থে আগৰ প্ৰকাশকসকলৰ লগত আৰু ডঃ মহেশ্বৰ নেওগৰ লগত পত্ৰেৰে আলোচনা কৰি শেষ সিদ্ধান্তলৈ আহিব নোৱাৰি সম্প্ৰতি সমিতিয়ে গোপালদেৱৰ চৰিত্ৰ প্ৰকাশনতে ঘাইকৈ মনোনিবেশ কৰিবলৈ ধৰি উল্লিখিত মতে কাৰ্য্য কৰা হৈছে।

এই চৰিত্ৰ প্ৰকাশ সম্পৰ্কে খোৱামোচৰ সত্ৰাধিকাৰ :

চৰিত্ৰকাৰ পূৰ্ণানন্দদেৱৰ উত্তৰাধিকাৰীসকলৰ ভিতৰত নগাওঁ জিলাৰ চকলাঘাটত থকা বৰ্ত্তমান খোৱামোচৰ সত্ৰৰ অধিকাৰ শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীদেৱে আমি এই চৰিত্ৰখনি প্ৰকাশ কৰিবলৈ ধৰাৰ উদ্যমত সন্তোষ প্ৰকাশ কৰি এইদৰে লেখিছে,—

"আমি কালঝাৰ-সংহতিৰ লোকসকলে এইজনা মহাপুৰুষ শ্ৰীশ্ৰী গোপালদেৱক 'পূৰ্ণমূৰ্ত্তি বস্তু' বুলি যোৱা চাৰিশ বছৰে ভাবি আহিছোঁ। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ শক্তিয়ে এইজনা

গোপালদেৱৰ মৃত্তিত হে পূৰ্ণত্ব-প্ৰাপ্ত হৈছিল বুলি অৰ্থাৎ এইজনা মহাপুৰুষৰ যোগেদি হে ধৰ্ম্ম বস্তুৱে পূৰ্ণ ৰূপত বিকশিত হৈছিল বুলি ভাবি আহোঁহক। পূৰ্ণপুৰুষ এইজনা মহাপুৰুষ সুদীৰ্ঘজীৱী, সুকবি, মহৎ সংগঠক, গভীৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ অধিকাৰী আৰু একান্ত গুৰু-সেৱক আছিল। এইজনাৰ মোহনীয় ব্যক্তিত্ব আৰু পাণ্ডিত্যত মুগ্ধ হৈ অগণন শিষ্য তেখাৰ শৰণীয়া হৈছিল যদিও তেখাসকলৰ ভিতৰত ছজন ব্ৰাহ্মণ আৰু ছজন কায়স্থক লৈ গঠিত হোৱা 'বাৰজন আতা' প্ৰসিদ্ধ। ব্ৰাহ্মণ ছজনৰ অন্যতম আছিল কনৌজ প্ৰদেশৰপৰা অহা মধুকল্যঋষি-গোত্ৰীয় এক প্ৰসিদ্ধ ব্ৰাহ্মণ বংশৰ ৰামচন্দ্ৰদেৱ 'বুঢ়া ক আতা' নামেৰে প্ৰখ্যাত। তেখাই গোপালদেৱৰ আজ্ঞা পাই উত্তৰ-লক্ষীমপুৰৰ খ'ৰা নামে জলাহৰ মোচৰ (কৈঁকুৰি) এটাত প্ৰথমে সত্ৰ পাতিছিল বাবে এই সত্ৰ 'খ'ৰা-মোচৰ' নামেৰে সুপৰিচিত হৈ উঠিল। মানভগনৰ সময়ত এইসত্ৰ নগাওঁ জিলাৰ সোণাই নৈৰ চকলা ঘাটৰ ওচৰলৈ উঠি আহিল। এতিয়া খ'ৰামোচৰ সত্ৰ এই ঠাইতে আছে। সাঁকোপাৰ, বাটৈপুখুৰী বজালবাৰী আদি আন কেবাখনিও সত্ৰ বুঢ়াগুৰু-আতাৰ পৰাই বঢ়া। বুঢ়া-গুৰু-আতাৰ নাতি পূৰ্ণানন্দদেৱ খ'ৰামোচৰ সত্ৰৰ তৃতীয়জনা সত্ৰাধিকাৰ। পূৰ্ণানন্দদেৱে দুখান পূৰ্ণাঙ্গ চৰিত্ৰ-পুথি লিখিছিল। প্ৰথম খনি কালঝাৰ সংহতিৰ প্ৰবৰ্ত্তক মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱে পদচৰিত্ৰ আৰু দ্বিতীয়খনি হৈছে 'বাৰ আতাৰ' অন্যতম খ'ৰামোচৰ সত্ৰৰ প্ৰতিষ্ঠাতা ৰামচন্দ্ৰদেৱ (বুঢ়াগুৰু আতা) ৰ পদচৰিত্ৰ। শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ পুথিখনি মহাপুৰুষজনাৰ আন আন চৰিত্ৰ পুথিৰ লগত সমন্বয় ৰাখি ইতিপূৰ্ব্বে এবাৰ প্ৰকাশ হৈছিল যদিও সেইছপা কিতাপ কেতিয়াবাই শেষ হোৱাত দ্বিতীয়বাৰ প্ৰকাশৰ প্ৰয়োজন হৈছে। ইতিমধ্যে যোৰহাটত স্থাপিত হোৱা শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন সমিতিয়ে শ্ৰীমোহনচন্দ্ৰ মহন্ত দেৱৰ 'মাধৱ বৈকুণ্ঠে গৈলা, গোপাল উদয় ভৈলা' নামে তথ্যপূৰ্ণ আৰু সুলিখিত গ্ৰন্থখনি প্ৰকাশ কৰি এটি উদাৰ আৰু মহৎ কাম কৰিছে।

ডাঃ জীৱকান্ত শইকীয়া আৰু ডাঃ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া-দুজনৰ এই ক্ষেত্ৰত ধৰ্ম্ম আৰু সংস্কৃতিৰ নিষ্ঠা প্ৰশংসনীয়। শ্ৰীশ্ৰীপূৰ্ণানন্দদেৱ-কৃত মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত পুথিখনিও উক্ত প্ৰকাশন সমিতিয়ে একান্ত ধৰ্ম্মানুৰাগী, সুপণ্ডিত শ্ৰীমোহনচন্দ্ৰ মহন্তদেৱ আৰু ডাক্টৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ যুটীয়া সম্পাদকতাত প্ৰকাশ কৰিবলৈ আগ বঢ়াত আমি অতিশয় সুখী হৈছোঁ। আমাৰ খ'ৰামোচৰ সত্ৰৰ তৃতীয় জনা প্ৰতিভাশালী অধিকাৰ পূৰ্ণানন্দদেৱৰ ৰচনাভাগি পুনৰ প্ৰকাশ হোৱাটো গৌৰৱ আৰু আনন্দৰ কথা। পূৰ্ণানন্দদেৱৰ দ্বিতীয় কীৰ্ত্তি বুঢ়াগুৰু আতা ৰামচন্দ্ৰদেৱৰ চৰিত্ৰ-পুথিখনি আৰু আমাৰ সত্ৰৰ কেবাগৰাকীও অধিকাৰৰ ৰচনা, ভালেমান গীত-পদ নাটক সাঁচিপতীয়া ৰূপত আমাৰ সত্ৰত আছে। আৰ্থিক অভাৱত আমি সেইবিলাক প্ৰকাশৰ একো দিহা কৰিব নোৱাৰি দুখ পাই আছোঁ। ভগৱন্ত বস্তু আৰু গুৰু-সকলৰ কৃপাত হে সকলো সম্ভৱ হয়। ইতি—"

দ্বিজ পূৰ্ণানন্দদেৱৰ গুৰিগোৱাৰ বিষয়ে চৰিতকাৰে নিজেই বৰ্ণাই যোৱা কথা এই চৰিতৰ বিশেষ অঙ্গত দিয়াই হৈছে। (পৃঃ ২৬৩-৮)

এই চৰিত পুথিখনিৰ মূলপাঠ আমি দিহিং সত্ৰত পাই ১৯২৪-২৫ চনতে তাৰ নকল কৰা হৈছিল। কলিয়াবৰৰ আহঁতগুৰি (গোধামৰা) সত্ৰৰ বৈকুণ্ঠগামী সত্ৰাধিকাৰ ৺মোহনচন্দ্ৰ গোস্বামীদেৱ চৰিত-পুথিসমূহৰ ভঁৰালী আছিল। তেখেতৰ ওচৰত পোৱা দ্বিজ পূৰ্ণানন্দ-কৃত পুথিখনিতেই পাঠ সম্পূৰ্ণ কৰা হৈছিল। যোৰহাটৰ নাহৰখাত সত্ৰতো পুথিখনিৰ পাঠ মিলোৱা হৈছিল।

গোপালদেৱৰ তিৰোভাৱৰ পাছত তেখেতৰ নাতি ৰামকৃষ্ণদেৱৰ চৰিত্ৰ হৰিবল্লভে পদছন্দে বৰ্ণাই গৈছে। হৰিবল্লভে এই প্ৰসঙ্গতে গোপাল-দেৱৰো শেষ লীলাৰ কথা যিখিনি বৰ্ণাইছে, সেইখিনি আমাৰ এই পুথিৰ দ্বিতীয় খণ্ডৰ শেষত প্ৰকাশ কৰা হৈছে। এই পুথি নগাওঁৰ ডোকাচাপৰি সত্ৰ আৰু কলিয়াবৰৰ আহঁতগুৰি সত্ৰৰ পৰা পোৱা গৈছিল। হৰিবল্লভে গোপালদেৱৰ চৰিত্ৰ সুকীয়াকৈ ৰচনা কৰা পোৱা নাই। দ্বিজ ৰাম-

গোপালদেৱৰ ৰচিত গোপালদেৱৰ চৰিত পুথিখনি আমি ওপৰত উল্লেখ কৰামতে কলিয়াবৰৰ আহঁতগুৰি সত্ৰ, তেজপুৰৰ জামুগুৰি-হাটৰ বাংশবাৰী সত্ৰ আৰু ভাংজীৰ মেধিজন গজলা সত্ৰত পাই পাঠ মিলাই নকল কৰি অনা হৈছিল। গোপালদেৱৰ পৰিনাতি ৰামানন্দদেৱে ৰচনা কৰা চৰিতখনি আমাৰ তেজপানী সত্ৰ আৰু তিতাবৰ অঞ্চলৰ নাহৰখাত সত্ৰ আৰু কলিয়াবৰৰ আহঁতগুৰি সত্ৰত পোৱা হৈছিল।

গোপালদেৱৰ সময় :

যি কেইখনি পুৰণি চৰিত-পুথি অন্তৰ্ভুক্ত কৰি বৰ্ত্তমান এই চৰিত-পুথিখনি যুগুত কৰা হৈছে, তাৰ কোনো খনিতেই গোপালদেৱৰ জন্ম আৰু প্ৰয়াণৰ শক বা চন নিৰ্দ্ধাৰিতকৈ পোৱা নাই। ডক্টৰ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱে তেখেতৰ "অসমীয়া সাহিত্যৰ ইতিবৃত্ত" নামৰ পুথিত গোপালদেৱৰ সময় ১৫৪০-১৬১১ খৃষ্টাব্দ বুলি ধাৰ্য্য কৰিছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা "অসমীয়া কবিতা-চয়ন" নামৰ পুথিত গোপালদেৱৰ জন্ম চন ১৫৪১ আৰু তিৰোভাৱ ১৬১১ খৃষ্টাব্দ বুলি ধাৰ্য্য কৰিছে।

দ্বিজ ৰামানন্দ ৰচিত চৰিত্ৰত শঙ্কৰদেৱে ধুৱাহাটত হৰিমূৰ্তি স্থাপন কৰাৰ সময়ত গোপালদেৱৰ বয়স "দ্বাদশ বৰিষমান শৰীৰ সুন্দৰ" (পৃঃ ৩) বুলি পোৱা হৈছে। আকৌ দ্বিজ পূৰ্ণানন্দ ৰচিত চৰিত্ৰ মতে গোপালদেৱ নাজিৰাৰপৰা কামৰূপলৈ যাবৰ সময়ত অৰ্থাৎ কোচৰজাই গড়গাওঁ দখল কৰি অসমৰ বৃত্তীয়া লোকসকলক তেওঁৰ ৰাজ্যলৈ লৈ যোৱাৰ সময়ত "এধাৰ বৰিষ আসি গোপালৰ ভৈল। হেন বেলা কুৰাচৰ মাৰণা মিলিল॥" (পৃঃ ৯২) বুলি পোৱা যায়। ৰাজ্য লৈ গোপালদেৱে সত্তৰ বছৰ বয়সত বৈকুণ্ঠ প্ৰয়াণ কৰিলে বুলি পূৰ্ণানন্দ দ্বিজ, (পৃঃ ২৬১), হৰিবল্লভ (পৃঃ ২৬৯) আৰু দ্বিজ ৰামগোপাল (পৃঃ ৩৫২) তিনিও একমত।

ইতিপূৰ্ব্বে ধলৰসত্ৰৰপৰা প্ৰকাশিত শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত-

খনিত গোপালদেৱে বৈকুণ্ঠ প্ৰয়াণ ক'ৰিবৰ সময়ত পুৰুষোত্তম ঠাকুৰদেৱ আহি তেৰাৰে সন্মিলিত হৈছিল বুলি কেইটিমান পদ পোৱা গৈছে। কিন্তু সেই পুথিত সেই কেইটি পদ ক'ৰপৰা সংযোজিত কৰা হৈছিল একো জানিব পৰা নগ'ল। আমি সংগ্ৰহ কৰা কোনো চৰিত-পুথি-তেই তেনে আখ্যান বা পদ পোৱা নাই। যদি এনে পদ কোনোলোকে কোনো নির্ভৰযোগ্য পুথিত পায়, তেন্তে পৰম উপাদেয় বুলি আগলৈ গ্ৰহণ কৰা হ'ব।

আতাই শব্দৰ ঐতিহ্য :

গোপালদেৱৰ পন্থত আৰু এই চৰিত পুথি কেইখনিত ব্যৱহৃত হোৱা কেইটিমান শব্দৰো বৈশিষ্ট্য আছে। এই পন্থৰ মতে দৃশ্য গুৰুজনাক অর্থাৎ যাৰপৰা আত্মপৰিচয় ঘটে তেৰাক হে "আতা" বোলা হয় আৰু গুৰুৰ গুৰুসকলক "দেৱ" হে বোলা হয়। গোপালদেৱৰপৰা তিনি-চাৰিপুৰুষৰ পাছৰ লোকে লেখা এই চৰিত পুথিকেইখনিত গোপাল-দেৱক "আতা" বুলি উল্লেখ নকৰি "দেৱ" বুলি হে কৰা হৈছে। সেই-দৰে অন্যান্য পন্থত ব্যৱহৃত "আতৈ" শব্দটিৰো ঠাইত এই চৰিতপুথি-সমূহত "আতাই" শব্দৰ হে প্ৰয়োগ কৰা হৈছে। অতীজতে "আতৈ" নুবুলি "আতাই" হে বোলা হৈছিল বুলি মাধৱকন্দলী আৰু মাধৱ দেৱৰ ৰচিত ৰামায়ণ আৰু ৰামসৰস্বতীৰ মহাভাৰতৰ "ভীম-চৰিত" পুথিতো পোৱা যায়। যথা—

"কেনমতে ৰামায়ণ কৰিবোঁ আতাই।
সিসৱ কাহিনী সবে কহা মোৰ ঠাই॥" ২৬
"এই বুলি কৈকেয়ীৰ পাশক নৃপতি॥
নিজগুৰু ব্ৰাহ্মণক দিলন্ত পঠাই।
আনিয়োক কন্যা গৈয়া সভাক আতাই॥ ২০৮

(ৰামায়ণ—আদিকাণ্ড)

"বুলিলা জনকে বিশ্বামিত্ৰক শুনাই।
কেমনে গুচিবে চিন্তা শুনিয়ো আতাই॥" ১১৯৩

"আনো ঋষিগণ সমে আনিবোঁ মতাই।
পৰিপূৰ্ণৰূপে পাছে ভুঞ্জিবা আতাই॥" ২৭৯৩
(ৰামায়ণ—অযোধ্যাকাণ্ড)

"ভীমে বোলে শুন অৰে কুবেৰ আতাই।
স্বৰূপত বুজা যদি মোত দোষ নাই॥"
"পাছে কিছু দোষ মোত নিদিবা আতাই॥"
"কতোদূৰে বিশ্বামিত্ৰ ঋষি আছে চাই।
ভীমে বোলে সাক্ষী তুমি হৈবাহা আতাই॥" (ভীম চৰিত্ৰ)

## সামৰণি

এইপুথিখনি সম্পাদনা-কাৰ্য্যৰ নিমিত্তে আমাৰ অযোগ্যতাৰ কথা জানিও মৰসাহ দি সম্পাদনা আৰু প্ৰকাশ কৰিবলৈ আগবঢ়া হৈছে কেৱল আমাৰ প্ৰতি সন্ত-ভক্ত আৰু অনুসন্ধিৎসুসকলৰ ক্ষমা লাভৰ আশাত। অনিচ্ছাকৃতভাৱে ছপাশালৰ বিজুতিৰ বাবেও উকাৰ-ইকাৰ কিছু বৰ্ণাশুদ্ধি থাকি গ'ল। এইপুথিত থকা ত্ৰুটীবিলাকৰ বাবে আমাৰ শতসহস্ৰ অপৰাধ ক্ষমা কৰিবৰ অৰ্থে সুধীবৃন্দৰ ওচৰত আমি নতজানু।

পুথিখনিৰ বেটুপাতৰ ৰূপ দিছে শিল্পী শ্ৰীমাধৱ বৈশ্যদেৱে। আমি তেখেতৰ ওচৰত কৃতজ্ঞ।

এই সম্পাদকৰ নিবেদনটি নকল কৰোঁতে শ্ৰীমান অতুল চন্দ্ৰ বৰাই সহায় কৰাত তেওঁৰ প্ৰতিও আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰা হৈছে। ইতি—

বিনয়াবনত,

শ্ৰীমোহন চন্দ্ৰ মহন্ত } যুটীয়া সম্পাদক।
শ্ৰীনবীনচন্দ্ৰ বৰদলৈ,

যোৰহাট-১



# উৎসর্গ



চরিত্র-প্রেমিকসকলকে

শ্রদ্ধাভরে সমর্পণ

করা হ'ল।

শ্রীশ্রীগোপালদের প্রকাশন সমিতি।

# বিষয়-সূচী



—০—

# মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ

## প্ৰথম ভাগ

শিষ্যভাৱে গোপালদেৱৰ

গুৰু-সেৱা-ধৰ্ম্মৰ

সাধনা

আৰু

সিদ্ধি-লাভ



[ এই প্ৰথম ভাগটি বিখ্যাত চৰিত-কাৰ দ্বিজ ৰামানন্দ-ৰচিত শঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত-পুথিৰ পৰা উদ্ধৃত ]

"মাধৱে গোপালে বিনোদক কৰিলন্ত।
সেৱ্য-সেৱকতাৰ আপুনি হৈলন্ত॥
জীৱ নিস্তাৰিবে প্ৰতি যশ বিস্তাৰিলা।
গুৰু-সেৱা-মহাধৰ্ম্ম আচৰি দেখাইলা॥"

—দ্বিজ ৰামগোপাল

## পদ

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ চৰিত্ৰ

শুনিলাহা সবে সভাসদ নিৰন্তৰ।
পৰম পবিত্ৰ কথা শঙ্কৰদেৱৰ ॥
বৰ্ণন কৰিলোঁ মোৰ যেন ভৈল মতি।
মাধৱৰ চৰিত্ৰক শুনিয়ো সম্প্ৰতি ॥ ১

* * *

শঙ্কৰৰ আদেশক ধৰিয়া শিৰত।
প্ৰবৰ্ত্তাইবে লৈলা ধৰ্ম্ম বসি আসনত ॥ ৩
শঙ্কৰৰ আজ্ঞা কিঞ্চিতেকো নুলংঘন্ত।
গুৰু সেৱা-মহাধৰ্ম সমস্ততে কন্ত ॥

* * *

"মাধৱেই শঙ্কৰ"

শঙ্কৰৰ ভকতসৱ যতেক আছন্ত।
শঙ্কৰ বুলিয়া সৰ্ব্বলোকে আদৰন্ত ॥ ৫
বৰিষেক মানে বৰপেটাত থাকিয়া।
আই-গোসাঁনীত পাছে বিদায় কৰিয়া ॥
ভকতসৱ সমন্বিতে লৰিয়া গৈলন্ত।
সুন্দৰীদিয়াত সত্ৰ কৰি ৰহিলন্ত ॥ ৬
মুখ্য মুখ্য মাধৱৰ যতেক সেৱক।
যিমতে পাইলন্ত লাগ মাধৱদেৱক ॥
সিসব কথাক সবে কৰিবোঁ বেকত।
শুনা সাৱধানে সভাসদ লোক যত ॥ ৭
প্ৰথমতে শুনা কথা বুঢ়া শ্ৰীৰামৰ *।

* *

গোপালদেৱৰ চৰিত্ৰ

তাত্তপৰে ** শুনা গোপালৰ চৰিত্ৰক।
যিমতে পাইলন্ত লাগ দেৱ মাধৱক ॥ ২১

---

* এই চৰিত-পুথিত শ্ৰীৰাম নামৰ দুজনা বিখ্যাত লোকৰ ভিতৰত প্ৰথম জনাকীক "বুঢ়া" বুলি বৈশিষ্ট্য প্ৰকাশ কৰা হৈছে। ইগৰাকী হৈছে চৰিতকাৰৰ পিতৃ আৰু গোপালদেৱৰ স্থাপিত মুখ্য আচাৰ্য, আহঁতগুৰি থুৰাৰ সত্ৰসমূহৰ মূল পুৰুষ

** মূল পুথিত "প্ৰথমতে" বুলি আছে। —সম্পাদক।

"মহাজন" — সম্ভ হৰি আছিলন্ত ভৱানীপুৰত।
"মহাজন" হেন খ্যাত্ত সমস্তে লোকত ॥
শঙ্কৰদেৱৰ — চাৰিবাৰ শঙ্কৰক ভৈল দৰিশন।
লগত — তথাপিতো ঈশ্বৰত নলৈলা শৰণ ॥ ২২
চাৰিবাৰ — প্ৰথমৰেপৰা গোপালৰ চৰিত্ৰক।
দেখাদেখি — পাদে নিৰক্ষিবোঁ সিটো কথাসমস্তক ॥

স্বৰ্গ নৃপতিৰ গড়গ্ৰাম মহাস্থান।
চতুষ্পথ হাটবাট আতি সুৰঞ্জন ॥ ২৩
গড়গাঁও — হাথীঘোৰা পদাতিয়ে কৰিছে ৰঞ্জিত।
মহানগৰী — শস্যে মৎস্যে পুৰীখান আতি সুবেসিত ॥
নামত নাজিৰাহাট আতি বিতোপন।
তান যত লোক আছে সবে সুশোভন ॥ ২৪
মহা ৰম্য স্থান তাৰ কি কৈবোঁ মহত।
গোপালৰ — গোপালদেৱৰ জন্ম সেহি প্ৰদেশত ॥
জন্মস্থান — ভক্তিকসবৰ মধ্যে মুখ্য আতিশয়।
কামদেৱ বুলি তাঙ্ক সমস্তে জানয় ॥ ২৫
তাহান গৃহত জন্ম দেৱ গোপালৰ।
পৰম সুন্দৰ দেহা কামসমসৰ ॥
যিকালে শঙ্কৰে হৰি-মূৰ্ত্তি থাপিলন্ত।
ধুৱাহাট নাম গ্ৰামে সভা কৰাইলন্ত ॥ ২৬
সভাৰ শুনিয়া কথা শঙ্কৰদেৱৰ।
চাহিবাক লাগি আইলা লোক নিৰন্তৰ ॥
সেহিবেলা মাতৃসঙ্গে গোপাল আসিলা।
শঙ্কৰদেৱৰ — শঙ্কৰদেৱক দেখি প্ৰণাম কৰিলা ॥ ২৭
লগত — দ্বাদশ বৎসৰমান শৰীৰ সুন্দৰ।
প্ৰথম — এক দৃষ্টি কৰি চাহি আছিল শংকৰ ॥
দেখাদেখি — সভা অৱসানে গৃহে গৈলা আগোমান।

প্ৰথমতে দৰিশন ভৈলা সেহিবাৰ ॥ ২৮
যিকালত মল্লৰাজা নগৰ মাৰিলা।
সংগ্ৰামত তন্তিসমন্তক ধৰি নিলা ॥
গোপালো চলিয়া গৈলা সেহি সময়ত।
কামৰূপে আছিলন্ত ভৱানীপুৰত ॥ ২৯
মাতৃৰ হোৱয় পিতৃ নামত শঙ্কৰ।
বৰপেটা গ্ৰামত আছয় তান ঘৰ ॥
গোপাল গৈলন্ত তাঙ্ক চাহিবাক প্ৰতি।
দ্বিতীয় দৰ্শন দ্বিতীয় বাৰৰ কথা শুনিয়ো সম্প্ৰতি ॥ ৩০
দিনা চাৰি পাঞ্চ তৈতে আনন্দে আছন্ত।
মাতামহে নাতি পাছে বুলিবে লৈলন্ত ॥
শুনিয়োক নাতি তুমি মোহোৰ বচন।
শঙ্কৰ আতাক গৈয়া হক্ৰো দৰিশন ॥ ৩১
বিলম্ব নকৰি আসা মোহোৰ লগত।
দেখিবাক ইচ্ছা মোৰ আছয় মনত ॥
শুনিয়া গোপালদেৱে তেখনে উঠিলা।
মাতামহৰ পাছে পাছে গমন কৰিলা ॥ ৩২
দণ্ডচাৰিমানে গৈয়া হুয়া উপগত।
বসিছা শঙ্কৰ আপোনাৰ চতালত ॥
প্ৰণামিলা দুয়োজনে পশি অভ্যন্তৰ।
আসন দিবাক আজ্ঞা ভৈলা শঙ্কৰৰ ॥ ৩৩
আসন লভিয়া পাছে দুইহন্তো বসিলা।
গুৰুজনাৰ সুখদুখ বাৰ্ত্তা পাছে শঙ্কৰো পুছিলা ॥
মিতা শঙ্কৰ শুনিয়োক মিতা তুমি আইলা কি কাৰণে।
বুঢ়া আতাই বোলে আইলোঁ দেখিবাক মনে ॥ ৩৪
গোপালক দেখি পাছে বুলিলা শঙ্কৰ।
এন্তে কোন কিবা নাম কহিয়ো সত্বৰ ॥
শুনি বুঢ়া আতাই কথা কৈলা শঙ্কৰত।
মোৰ নাতি হন্ত থাকে ভৱানীপুৰত ॥ ৩৫

গোপাল বুলিয়া আক মাতে সৰ্ব্বজনে ।
আসিছন্ত আপোনাক দেখিবাক মনে ॥
শঙ্কৰ বদতি গোপাল শুনা বাক ।

*আম পাৰিবলৈ গুৰু আজ্ঞা*

পাৰা কি নোৱাৰা তুমি আম পাৰিবাক । ৩৬
শুনিয়া গোপালে পাছে হয়া অৱনত ।
বোলন্ত পাৰোঁহো বাপ উঠিবে বৃক্ষত ॥
ভাল ভাল বুলি পাছে শঙ্কৰে পাঢ়িলা ।
কঙ্কালত বস্ত্ৰ বান্ধি গোপাল উঠিলা । ৩৭
শঙ্কৰে বুলিলা বাক্য পাছে ঠাকুৰক ।
শুন ৰামানন্দ মঞি বোলোঁ বচনক ॥
মহা উচ্চ বৃক্ষ তঞি হেলা নৰবিৰি ।
সাৱধানে দৃঢ় কৰি জখলা ধৰিবি ॥ ৩৮
ঠাকুৰেও শঙ্কৰৰ আজ্ঞা শিৰে ধৰি ।
বাৰী প্ৰবেশিলা গোপালক আগ কৰি ।
আপনি গোপালদেৱে জখলা দিলন্ত ।
আম পাৰিবাক প্ৰতি উঠিবে লৈলন্ত ॥ ৩৯
আপুনি ঠাকুৰে জখলাক ধৰিলন্ত ।
দেখিয়া গোপালে ডেৱ মাৰি পৰিলন্ত ॥

*গুৰু-পুত্ৰৰ প্ৰতি সন্মান*

চৰণত পৰি বহু বুলিলা বিনয় ।
আপুনি জখলা ধৰিবাক নলাগয় ॥ ৪০
উঠিলা গোপালে পনু হয় হাত মান ।
জখলাক ঠাকুৰে ধৰিলা কৰি টান ॥
ডেৱমাৰি মাটিত পৰিলা পুনৰবাৰ ।
ঠাকুৰৰ চৰণে কৰিলা নমস্কাৰ ॥ ৪১
কৰোঁহো কাতৰ বাপ চৰণে তোমাৰ ।
জখলা ধৰিবে নলাগয় পুনৰ্বাৰ ।
পুনৰবাৰ গোপালেও জখলাত ধৰি ।
উপৰক লাগি উঠি গৈলা শীঘ্ৰ কৰি ॥ ৪২
হাত বাহুমান যেবে গৈলা জখলাৰ ।
জখলাক ঠাকুৰে ধৰিলা পুনৰ্ব্বাৰ ।

দেখিয়া গোপালে পুনু খোজে নামিবাক।
ননামিবা· বুজিয়া ঠাকুৰে দিলা হাক·॥ ৪৩
নামিবাক খোজা যদি মোহোৰ শপত।
এ.কো দোষ নাই তুমি উঠিয়ো গাছত ॥
জখলা ধৰিবে আজ্ঞা হয়াছে আতাৰ।
নধৰিলে অপৰাধ হোৱয় আমাৰ॥ ৪৪
শুনিয়া গোপালে গাছে গাছে উঠিলন্ত।
ডালে ডালে জঙ্কাৰিয়া আম পাৰিলন্ত ॥
হৰিচৰণ যে আৰু কমললোচন।
আম পাৰিবাক শুনি ঠাকুৰ দুইজন॥ ৪৫
আথবেথ কৰি গৈয়া আম বুটলিলা।
বস্ত্ৰত কৰিয়া শঙ্কৰৰ আগে দিলা॥
পুনু পুনু শঙ্কৰৰ আগত থৱন্ত।
আম বিতৰণ আপুনি শঙ্কৰদেৱে ভাগক কৰন্ত॥ ৪৬
ভাল ভাল আম কিছু বস্ত্ৰত বান্ধিয়া।
আসিলা গোপালো গছে বৃক্ষৰ নামিয়া॥
বস্ত্ৰ মেলি শঙ্কৰৰ আগত দিলন্ত।
দেখিয়া শঙ্কৰদেৱে হাস্য কৰিলন্ত॥ ৪৭
শঙ্কৰে বোলন্ত গোপাল শুনিয়োক।
ইটো আমগুটি তুমি আপুনি নিয়োক॥
গোপালে বোলয় মোক লাগয় কিসক।
আনি আছোঁ মঞি আপোনাৰ ভোজনক। ৪৮
শুনিয়া শঙ্কৰে একো নুবুলি বচন।
ভাগে ভাগে আমক কৰিল বিবৰ্তন॥
উদাসীন লোক যত আছন্ত সন্নত।
তাসম্বাক এক ভাগ দিলা প্ৰথমত। ৪৯
ৰামৰাম গুৰু পুৰোহিত সমস্তৰ।
তাক্তো এক ভাগ দিলা শ্ৰীমন্ত শঙ্কৰ॥
গোপালৰ মাতামহ মিতা শঙ্কৰৰ।

তাঙ্ক এক ভাগ বণ্টা দিলন্ত আমৰ ॥ ৫০
এক ভাগ দিলা ৰামৰায় কনিষ্ঠক
এক ভাগ দিলা দাস-দাসীসমস্তক ॥
একভাগ আপোনাৰ গৃহত ৰাখিলা।
তাৰো কিছুমান বণ্টা গোপালক দিলা ॥ ৫১
শঙ্কৰে বোলন্ত মিতা ব্ৰহ্ম যে শঙ্কৰ।
প্ৰণাম কৰিয়া পাছে চলি গৈলা ঘৰ ॥
উঠিয়া গোপালে পাছে কৰিয়া প্ৰণতি।
দুয়োজনে একেলগে কৰিলন্ত গতি ॥ ৫২
একমাসমান তৈত সুখে বঞ্চিলন্ত
অনন্তৰে আপোনাৰ গৃহক গৈলন্ত ॥
এহিমতে দুইবাৰ হৈল দৰিশন।
তৃতীয়বাৰৰ দৰ্শন — তৃতীয় বাৰৰ কথা শুনা সৰ্বজন ॥ ৫৩
ছয়মাসমানে জ্বৰে শৰীৰ পীড়িল।
দেখি গোপালৰ মাতৃ চিন্তাক কৰিল ॥
সম্বোধি গোপালে তাঙ্ক বুলিলা বচন
গোপালদেৱৰ জ্বৰ-পীড়া — শুনিবিহি আই তই থিৰ কৰি মন ॥ ৫৪
ৰৰপেটাক যাওঁ মঞি বুঢ়া আতাইৰ ঘৰ।
অৱশ্যে তহিকে গৈলে এৰিবেক জ্বৰ ॥
মনপৰ মগা চাইব কৰিয়া যতন
অহিত থাকিলে মোৰ মিলিবে মৰণ ॥ ৫৫
শুনি বুঢ়ী আই গোপালৰ বচনক।
লৈয়া গৈলা নাৱে পাছে পিতৃৰ পাশক।
শৰীৰত পীড়া দেখি গোপালদেৱৰ।
বহুখেদ হৈল মাতামহ মাতুলৰ ॥ ৫৬
শৰীৰ বিবৰ্ণ হৈলা ক্লেশ কলেৱৰ।
বুঢ়ী আই দেখি দুখ কৰন্ত বিস্তৰ।
অনন্ত নাম তান পুত্ৰ শঙ্কৰৰ।
মাতুল হোৱন্ত জেষ্ঠ গোপালদেৱৰ ॥ ৫৭

গোপালক ঔষধ দিবাক কৰি মন।
তিতা পান কৰাইলন্ত কৰিয়া যতন॥
একমাসমান তিতা কৰাইলেক পান।
অনেক ঔষধ দিয়া কৰাইলন্ত স্নান॥ ৫৮
গুচি গৈল জ্বৰ সুস্থ ভৈল কলেৱৰ।
দেখি বুঢ়ী আইৰ ৰঙ্গ মিলিল বিস্তৰ॥
মিলিল সন্তোষ দেখি মিত্ৰসমস্তৰ।
শুনিয়োক কথা যেন আত অনন্তৰ॥ ৫৯
শঙ্কৰৰ সেৱক ভক্তিগণ তৈতে আছে।
শঙ্কৰক দেখিবাক যুক্তি কৰি পাছে॥
প্ৰভাততে স্নানি ভোজনক কৰিলন্ত।
সেহি কথা শ্ৰীমন্ত গোপালে শুনিলন্ত॥ ৬০
প্ৰভাতে গোপালে পাছে ভোজন কৰিলা।
লাসে লাসে তাসম্বাৰ সঙ্গত লৰিলা॥
আছন্ত শঙ্কৰদেৱ পাটবাউসীত।
সৰ্ব্বলোক ভৈলা গৈয়া তৈতে উপস্থিত॥ ৬১
বসিছা শঙ্কৰদেৱ সবেও দেখিলা।
দূৰহন্তে পৃথিবীত পৰি প্ৰণামিলা॥
মধ্যম ঠাকুৰ নাম কমললোচন।
গুৰু আৰু — একসঙ্গে ৰঙ্গে বসিছন্ত দুয়োজন॥ ৬২
গুৰু-পুত্ৰৰ — অম্লান পুষ্পৰ মালা দুহানো শিৰত।
একেৰূপ — দুয়োজনে পীত বস্ত্ৰ পিন্ধিছা গাত্ৰত॥
পদ্মপত্ৰসম শোভে নয়ন দুতয়।
সিংহৰঙ্ক স্কন্ধ দেখিবাক সুবিনয়॥ ৬৩
উন্নত নাসিকা দন্ত মুকুতাৰ পান্তি।
গৌৰাঙ্গ শৰীৰ তপ্ত সুবৰ্ণৰ কান্তি॥
বহল হৃদয় ভুজ আজানুলম্বিত।
কটিদেশ ক্ষীণ দেখিবাক সুশোভিত॥ ৬৪
দৰশনে অনেক জন্মৰ পাপক্ষয়।

দৰশনে হৈলে দুৰ্ব্বাসনাসমস্তৰ ॥
ধৰ্ম্মময় তনু দেখি সন্তোষ মিলয় ।
গহন বচন যেন অমৃত স্ৰৱয় ॥ ৬৫
যেহেন আকৃতি ৰূপ শঙ্কৰদেৱৰ ।
তেনয় আকৃতিৰূপ তনু ঠাকুৰৰ ॥
দুইহন্তৰো এক ৰূপ একো ভিন্ন নাই ।
পৰম আনন্দে সৰ্ব্বলোকে আছে চাই । ৬৬
শঙ্কৰে বোলন্ত আইলা কিবা প্ৰয়োজনে ।
সৰ্ব্বলোকে বোলে আইলোঁ তয় দৰশনে ॥
সবাকো অন্তত পাছে গোপালে নমিলা ।
শঙ্কৰক চাই এক পাশত বসিলা ॥ ৬৭
পাছে মাথা দাঙাই বুলিলা সৰ্ব্বজনে ।
আসিলোঁহো হৰি-কথা শুনিবাক মনে ॥
শঙ্কৰে বোলন্ত শুনিয়োক সৰ্ব্বলোক ।
কিবা হৰি-কথা কৈবোঁ প্ৰশ্ন কৰিয়োক ॥ ৬৮
গুৰু মুখে মহাভক্ত অম্বৰীষৰ চৰিত্ৰ শ্ৰৱণ
সৰ্ব্বলোকে বোলে অম্বৰীষৰ চৰিত্ৰ ।
কৈয়ো বাপ শুনো কথা পৰম পবিত্ৰ ॥
অম্বৰীষ সাৰ্ব্বভৌম ৰজা আছিলন্ত ।
ঈশ্বৰত নৱবিধ ভক্তি কৰিলন্ত ॥ ৬৯
যেন মতে একাদশী-সঙ্কট মিলিল ।
দুৰ্ব্বাসাক যেন মতে চক্ৰে খেদি নিল ॥
এহিমতে কথাক কৰিলা আৰম্ভণ ।
সেহি সময়ত মেঘে কৰিলা গৰ্জ্জন ॥ ৭০
শঙ্কৰে বোলন্ত সৰ্ব্বলোকে শুনিয়োক ।
যাইবা কি থাকিবা এক কথা কহিয়োক ॥
সৰ্ব্বলোকে বোলে যাইবে লাগয় গুচক ।
কিন্তু বাপ আমাক লাগয় নিৰ্ম্মাল্যক ॥ ৭১
শঙ্কৰে বোলন্ত যাওঁ হৰিমন্দিৰক ।
মুকুন্দিয়াৰে তেবো দিলা তেতে নিৰ্ম্মাল্যক ॥

শুনিয়োক বাপ ইচ্ছা হৈয়াছে আমাৰ।
পিদ্ধিছন্ত ঘিটো মালা দিবে আপুনাৰ॥ ৭২

গুৰুৰ নিৰ্মাল্য গ্ৰহণ

সেহি নিৰ্ম্মাল্যক সমস্তৰে অভিমত।
শুনিয়া শঙ্কৰে মালা লৈলন্ত কৰত॥
অল্প অল্প কৰি দিবে আপুনি লৈলন্ত।
সৰ্ব্বলোকে সেৱা কৰি নিৰ্ম্মাল্য লৱন্ত॥ ৭৩
সিবেলা শঙ্কৰে এক কথা সুধিলন্ত।
মনপূৰৰ পিতৃ মিতা কুশলে আছন্ত।
তাঙ্ক লাগি দিবে খোজোঁ এহি নিৰ্ম্মাল্যক।
কোন জনে নিবে পাৰা পাতিয়ো হস্তক॥ ৭৪
সবে বোলে বাপ তান নাতি আসি আছে।
এহি বুলি গোপালক দেখাইলেক পাছে॥
দেখিয়া শঙ্কৰে সমীপক মাতিলন্ত।
গোপালে উঠিয়া গৈয়া সেৱা কৰিলন্ত॥ ৭৫
গোপালক সম্বুধিয়া শঙ্কৰে পুছিল।
তোমাৰ শৰীৰ কিয় বিবৰ্ণ পৰিল॥
মিতাৰ লগত আসি আম পাৰি দিলা।
সিবেলা শ্ৰীমন্ত বৰ সুন্দৰ আছিলা॥ ৭৬

গোপালৰ মহাভাগ্য

গোপালে বোলন্ত জ্বৰাইছিল বহুদিন।
সিকাৰণে বিবৰ্ণ পৰিল তনু ক্ষীণ॥
মহাভাগ্য আছে তযু দেখিতে চৰণ।
সিকাৰণে সঙ্কটত নভৈল মৰণ॥ ৭৭
শুনিয়া শঙ্কৰদেৱে হাস্য কৰিলন্ত।
গোপালদেৱৰ হাতে নিৰ্ম্মাল্য দিলন্ত॥
মোৰ মিতা হন্ত মাতামহ আপুনাৰ।
তান হাতে দিবা নিয়া নিৰ্ম্মাল্য আমাৰ॥ ৭৮
নিৰ্ম্মাল্য গোপালে পাছে বস্ত্ৰত বান্ধিলা।
শঙ্কৰক সেৱা কৰি গৃহক চলিলা॥

বাটত যাহন্তে বৃষ্টি ভৈল বহুতৰ।
লৰঘিয়া সৰ্ব্বলোকে পাইল গৈয়া ঘৰ। ৭৯
গোপালৰ শৰীৰত নাহিকয় বল।
জ্বৰে পীড়ি আছে তনু ভৈগৈল দুৰ্ব্বল।
বাত-বৃষ্টিত কষ্ট
লাসে লাসে যান্তে বৃষ্টি পাইলেক পথত।
একখানি বস্ত্ৰ মাত্ৰ আছয় গাৱত। ৮০
ঘোৰতৰ বৃষ্টিবাতে শৰীৰ তিতিল।
মহা শীত পায়া তনু কম্পিবে লাগিল।
হৰিদাস নামে পাণ্ডা ভক্ত শঙ্কৰৰ।
তেন্তে সাবটিয়া নিয়া প্ৰবেশাইলা ঘৰ॥ ৮১
দেখি মনপূৰ আতাই অগ্নি অনাইলন্ত।
তৈল লৈয়া সেকি শীত দূৰ কৰিলন্ত॥
অনন্তৰে দুই পাছে মাসা অন্তৰত।
গুচিল অসুস্থ তনু ভৈল পূৰ্ব্বৱত॥ ৮২
এহি অনুক্ৰমে তিনিবাৰ কথা গৈল।
চতুৰ্থবাৰ দৰ্শন
চতুৰ্থবাৰত শুনা যেন কথা ভৈল॥
মনপূৰ-পিতৃ পাছে বৈশাখ মাসত।
সভা কৰিবাক ইচ্ছা কৰিয়া মনত॥ ৮৩
গোপালদেৱক মাতি সঙ্গত লৈলন্ত।
দুয়োজনে শঙ্কৰৰ পাশক গৈলন্ত॥
বসিছা শঙ্কৰদেৱ হৰি-মন্দিৰত।
পাইল গৈয়া দুয়োজনে সেহি সময়ত॥ ৮৪
ভক্তিৰত্নাকৰৰ গুৰু-মাহাত্ম্য শ্ৰৱণ
সেহিবেলা ৰত্নাকৰ পুথিক পঢ়ন্ত॥
শঙ্কৰে কৰন্ত ব্যাখ্যা সমস্তে শুনন্ত॥
প্ৰথমে উঠিছে কথা গুৰু-মাহাত্ম্যত
কহিছন্ত কথা যেন শ্ৰীদাম বিপ্ৰত॥ ৮৫
জন্মদাতা কৰ্ম্মদাতা হৰি-সমসৰ।
জ্ঞানদাতা গুৰু যেন সাক্ষাতে ঈশ্বৰ॥

এহিসব কথা কহিছন্ত প্ৰকটিয়া ।
গোপালো তহিতে বসি আছিল শুনিয়া ৮৬

*শঙ্কৰদেৱক গুৰু পাবলৈ কামনা*

মনত বোলন্ত মোৰ গুৰু নাহিকয় ।
শঙ্কৰৰ চৰণত ভজিবে লাগয় ॥
এহি বুলি আলোচন কৰন্ত মনত ॥
একো বস্তু আত মোৰ নাহিকে হাতত ॥ ৮৭
ইবাৰ উলটি মোৰ লাগয় যাইবাক ।

*সেতিয়া শৰণ নোহোৱাৰ কাৰণ*

পুনৰ্ব্বাৰ আসিলে সে পাৰো ভজিবাক ॥
এহি আলোচন কৰি গোপাল ৰহিলা ।
বুঢ়া শঙ্কৰক পাছে শঙ্কৰে পুছিলা ॥ ৮৮
সম্বুধি বোলন্ত মিতা আসিছা কিসক ।
তেন্তে বুলিলন্ত আইলোঁ তযু সমীপক ॥
এহি বুলি কৰড়িক মেলিয়া বস্ত্ৰৰ ।
আগত দিগন্ত নিয়া দেয় শঙ্কৰৰ ॥ ৮৯
কৰড়ি দেখিয়া পাছে পুছিবে লাগিলা ।
শুনিয়োক মিতা কেনে কৰড়ি আনিলা ॥
বুঢ়া আতাই কহিবে লাগিলা শঙ্কৰত ।
কীৰ্ত্তন কৰাইবে কৰি আছোঁ অভিমত ॥ ৯০
আপোনাৰ থানে বোলে কদলি আছয় ।
সেহিসে কাৰণে আইলোঁ কহিলোঁ নিৰ্ণয় ॥
শুনিয়া শঙ্কৰে বোলে মিতা সুশোভন ।
উত্তম কাৰ্য্যক লাগি কৰি আছা মন ॥ ৯১

*"উত্তম কাৰ্য্য" কীৰ্ত্তনৰ বাবে শঙ্কৰদেৱৰ কল দান*

কীৰ্ত্তনক লাগি বস্তু আহুতি কৰয় ।
কৰড়ি লৈবাক তাক উচিত নহয় ॥
কৰড়িক লৈয়া যাম্বো গৃহক লাগিয়া ।
পঠাইবোঁ প্ৰভাতে কালি কদলিক দিয়া ॥ ৯২
এক কুৰি কদলিক ভাল ভাল চাই ।
মিতা শঙ্কৰৰ ঠাইক দিলন্ত পঠাই ॥

কদলি দেখিয়া পাইলা বহু আনন্দক।
কৰাইলন্ত সভা মাতি লোক সমস্তক॥ ৯৩
শুনা সৰ্ব্বজনে কথা আন্ত অনন্তৰ।
গৃহক যাইবাক ইচ্ছা ভৈলা গোপালৰ।
সম্বোধন কৰি মাতামহ মাতুলক।

গোপালদেৱৰ গৃহাগমন

পৰম আনন্দে চলি গৈলন্ত গৃহক॥ ৯৪
বুঢ়ী-আই দেখিলন্ত গোপাল আসিলা।
শৰীৰ সুন্দৰ দেখি আনন্দ লভিলা॥
শঙ্কৰৰ স্থানক যাইবাৰ কৰি মন।
দুই-চাৰি লোকে সমে কৰা আলোচন॥ ৯৫

বঙ্গদেশী মতৰ বাতাবৰণ

গোপালৰ সমীপত থিলোক বঞ্চয়।
বঙ্গদেশীমতে কৰি আছয় আশ্ৰয়॥
চৈতন্যৰ মতে বঙ্গদেশী বৈষ্ণৱত।
মোহ নাম লৈয়া জাপ্য কৰয় মনত॥ ৯৬
প্ৰভাতত মধ্যাহ্নত সন্ধ্যা সময়ত।
চক্ষু জপাই জাপ্য কৰি কৰে দণ্ডৱত॥
গোপালবো মাতৃ সেহি পথে প্ৰবৰ্ত্তন্ত।
গোপালে মনত তাক ভাল নোবোলন্ত॥ ৯৭

শঙ্কৰদেৱৰ প্ৰতি গোপালৰ অনুৰক্তি

শঙ্কৰক দেখিবাৰ পৰা গোপাল।
ৰূপগুণ সৰ্ব্বথায়ে নুগুচে চিত্তৰ॥
শঙ্কৰৰ চৰিত্ৰক সমস্ততে কন্ত।
শঙ্কৰৰ কৃত গীত আপুনি গাৱন্ত॥ ৯৮
শঙ্কৰৰ কৃত পদচয়ক পঢ়ন্ত।
শুনি সৰ্ব্বলোকে যেন অমৃত পিয়ন্ত॥
শঙ্কৰৰ কথা শুনি মুখে গোপালৰ।
বিচলিত ভৈল মন সমস্তে লোকৰ॥ ৯৯

শঙ্কৰদেৱৰ ওচৰলৈ যাবলৈ হকা-বধা

যত যত লোক আছে আক সিথানত।
শঙ্কৰৰ থানে যাইবে কৰয় সম্মত॥
কতো কতো আসি বাধা বচন বোলয়।

গোপালৰ বাক্য ধৰিবাক নপাৰয় ॥ ১০০
এহিমতে আলোচন্তে ছয়মাস গৈল।
শুনা আত অনন্তৰে যেন কথা ভৈল ॥
বেহাৰক লাগি পাছে শঙ্কৰ গৈলন্ত।
শুনিয়া গোপালে বহু খেদ কৰিলন্ত ॥ ১০১
মনত বোলন্ত আসান্তোক উলটিয়া।
এহি বুলি বিলা সৰ্ব্বলোকে আলচিয়া।
শঙ্কৰো তহিতে দশ মাস আছিলন্ত।
ভাদ্ৰ মাসে দেহ ত্যাগি বৈকুণ্ঠে গৈলন্ত ॥ ১০২
শুনা যেন কথা ভৈল সেহি সময়ত।
গোপালে কোচুন্ত ভুমি বাট সমীপত ॥
শুক্ল ঘোটকত উঠি লোক একজন।
সেহি বেলা তৈতে আসি হুয়া উপসন ॥ ১০৩
গোপালদেৱক তেন্তে সম্বুধি পুছয়।
এহি থান কোন গ্ৰাম কহিয়ো নিশ্চয় ॥
তুমি কোন কৈত থাকা কহিবে লাগয়।
আৰ অধিকাৰী কোন কহিয়ো নিৰ্ণয় ॥ ১০৪
গোপালে বোলন্ত মোৰ এহি ঠাইত ঘৰ।
ভৱানীপুৰ নাম গ্ৰাম অমৃতকৰৰ ॥
বুলিলন্ত তেন্তে পাছু গোপালক চাই।
অমৃতকৰত কথা কহিবাহা যাই ॥ ১০৫
গুৰু মানি তেন্তে যাক কৰিছে আশ্ৰয়।
তেন্তে বৈকুণ্ঠক গৈলা কহিবা নিশ্চয় ॥
আজি নৱদিন কালি দশা প্ৰভাতত।
শুনি গোপালৰ খেদ জন্মিল মনত ॥ ১০৬
আথবেথ কৰি বাৰ্ত্তা পুছিবাক লৈলা।
শ্ৰীমন্ত শঙ্কৰ কিবা বৈকুণ্ঠক গৈলা।
তেন্তে বুলিলন্ত মই তাহানে সেৱক।
শুনিয়োক বাপ আতা গৈলা বৈকুণ্ঠক ॥ ১০৭

শঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণ

গোপালৰ মহাশোক

শুনি গোপালৰ মুখ হৰি গৈল মত।
আকস্মিকে আসি যেন ভৈল বজ্ৰপাত॥
কোড়ক আছাৰি পেলাই ভূমিত পৰিলা।
বাগৰি বাগৰি বহু ক্ৰন্দন কৰিলা॥ ১০৮
ঘোটকৰ ওপৰত আছে যিটো জন।
নামি আসি গোপালক বুলিলা বচন॥
শুনিয়োক বাপ তুমি কান্দাহা কিসক।
বৈকুণ্ঠৰ লোক আতা গৈলা বৈকুণ্ঠক॥ ১০৯
জানি'লোঁ চৰণ তুমি দেখিয়া আতা'ৰ।
সিকাৰণে দুখ বহু মিলিল তোমাৰ॥
যিটো জনে তান পদে কৰিছে আশ্ৰয়।
নাকান্দি থাকিব হেন শক্তি নহিবয়॥ ১১০
আনো নানা বাক্যে প্ৰবোধিয়া গোপালক।
ঘোটকত চৰি গৈলা পূৰ্ব্ব প্ৰদেশক॥
ক্ৰন্দন তেজিয়া পাছে গোপাল উঠিয়া।
শোকে দুখে জলে নামি স্নানক কৰিয়া॥ ১১১
তিতা বস্ত্ৰে যায়া প্ৰবেশিয়া নগৰত।
কহিলা সমস্ত কথা অমৃতকৰত॥
বৈকুণ্ঠ প্ৰয়াণ কথা শুনি শঙ্কৰৰ।
তান্তিকৰ দলপতি কান্দিলা বিস্তৰ॥ ১১২
শঙ্কৰৰ সেৱক যত সিটো নগৰৰ।
ক্ৰন্দনৰ ঊৰ্ম্মি বৰ ভৈলা সমস্তৰ॥
বাল্য-বৃদ্ধ নৰনাৰী যতেক আছিল।
শঙ্কৰৰ শোকে সমস্তকে ধৰ্ষিল॥ ১১৩
শঙ্কৰৰ প্ৰিয় যত ভৱানীপুৰৰ।
অমৃতকৰৰ পাশে আইলা নিৰন্তৰ॥
আলটিয়া যুক্তি কৰি হুয়া একমত।
আউৰ দিনা সভা কৰিলন্ত প্ৰভাতত॥ ১১৪
এহিমানে ইটো কথা থাকোক সম্প্ৰতি।'

ৰামানন্দ মন্দ দীন হীন পাপ-মতি ॥
জানি বা নজানি কৰিলোঁহো পদচয় ।
সভাসদ লোকে আক ক্ষমিবে লাগয় ॥ ১১৫
হৃদি ৰূপ মুখে যেন নছাৰন্ত নাম ।
সভাসদ লোকে বুলিয়োক ৰাম ৰাম ॥

— —

শুনা সবে নৰ আত অনন্তৰ
চৰিত্ৰক গোপালৰ ।
অদৃশ্য তাৰক শুনি শঙ্কৰৰ
কাৰ খেদ বহুতৰ ॥ ১১৬

শঙ্কৰদেৱৰ নামত কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ

শঙ্কৰৰ নাম আলচ কৰিয়া
নামঘৰ বান্ধিলন্ত ।
শঙ্কৰৰ কৃত পদক পঢ়িয়া
প্ৰসঙ্গ দিনে কৰন্ত ॥
চক্ৰিকসকলে নিতে দিৱসত
বিষয়-কৃত্য কৰয় ।
গধূলিকা বেলা সৰ্ব্বলোকে আসি
নামক ৰসি পাৰয় ॥ ১১৭
সন্ধ্যা প্ৰভাতত হৰি-মন্দিৰত
কৰি থাকা প্ৰসঙ্গক ।
মহা শান্ত শিষ্ট শীতল স্বভাৱ
দেখি দেৱ গোপালক ॥

উত্তম উত্তম ভৱানীপুৰত
যিসব লোক আছয়।

"মহাজন" বুলি আদৰ
মহাজন বুলি আদৰ স্বৰূপে
সমস্ত লোকে মাতয়॥ ১১৮

মনত বোলন্ত উপদেশ লৈবে
নপাইলোঁহো শঙ্কৰত।
উগুল থুগুল এহি কথা খানি
ভাবিয়া থাকে মনত॥

নৱ নগৰত নামত সুৰিতা *
সুৰিতা জগত
মহাজন এক আছে। [* সুপিতা-পাঠান্তৰ ]
তেন্তে এক দিনা দেখিবাক প্ৰতি
গৈলা গোপালৰ কাছে॥ ১১৯

গোপালদেৱৰ পেসীৰ তনয়
ভ্ৰাতৃ হোন্ত সৰক্ষত।
তাঙ্ক দেখি পাছে গোপাল দেৱৰ
আনন্দ হোন্ত মনত॥

দুয়োজনে পাছে প্ৰসঙ্গ কৰিয়া
ভোজনক কৰিলন্ত।
ভোজন কৰন্তে গোপালক মাতি
সুৰিতায়ে বুলিলন্ত॥ ১২০

শঙ্কৰৰ গ্ৰন্থ পদক পঢ়া হা
বসি হৰি-মন্দিৰত।
গোপালৰ "কৰ্ণপথে হিয়াত প্ৰবেশ"
তযু কাৰ্য্য দেখি লক্ষিলোঁহো মঞি
লৈলো শঙ্কৰৰ মত॥
গোপালে বোলন্ত মাতামহ সঙ্গে
স্থানে গৈলোঁ শঙ্কৰৰ।
ভক্ত সমস্তত কহিবে লাগিছা
কথা বিপ্ৰ দৰিদ্ৰৰ॥ ১২১

দশম স্কন্ধত আশী অধ্যায়ত
কহন্ত কৃষ্ণ কৃপাময়।
জ্ঞানদাতা গুৰু সবাতো অধিক
গুৰু- পূজ্যতম অতিশয়॥
মাহাত্ম্যত এহিসব কথা যেখনে শুনিলোঁ
মুগ্ধ দেৱ শঙ্কৰৰ ঠাই।
সেহি দিন মোৰ মতি ভিন্ন ভৈল
কহিলোঁহো সমুদায়॥ ১২২
শুধা হাত বুলি শৰণ নলৈলোঁ
উলটি গৃহে আসিলোঁ।
আজি কালি কৰি আলচ কৰন্তে
যাইবে পুনু নোৱাৰিলোঁ॥
এতেকতে আতা বেহাৰক গৈয়া
চলি গৈলা বৈকুণ্ঠক।
তাহাঙ্ক নপায়া নাম গায়া থাকোঁ
আচৰি তান মতক॥ ১২৩
দৃশ্য গুৰু উপ- দেশ শিক্ষা-দীক্ষা
নলভিলোঁ শঙ্কৰত।
সিকাৰণে মোৰ একো সুখ-শান্তি
নাহিকে কৈলোঁ মনত॥
গুৰু সুৰিতা বোলয় ময়ো কৰি আছোঁ
বে'লাবলৈ গুৰুবোধ শঙ্কৰত।
সুৰিতাৰ শঙ্কৰৰ মত নামদান মন্ত্ৰি
অপচেষ্টা কৰিছোঁ বহু লোকত॥ ১২৪
তুমি যে আমাৰ কনিষ্ঠ হোৱাহা
শ্ৰেষ্ঠ আমি সম্বন্ধত।
আমাৰ বচন আচৰি থাকাহা
নকৰি খেদ মনত॥

গোপালে বোলন্ত শঙ্কৰৰ এন্তে
উপদেশ লৈয়া আছে।
এহি বুলি তাঙ্ক ভাল ভাল বুলি
গৃহক পঠাইলা পাছে ॥ ১২৫

সেহি দিন ধৰি গমনাগমন
কৰন্ত তান পাশক।
কতো নাম গান্ত কতো গীত গান্ত
পঢ়ন্ত কতো পুস্তক ॥

গোপালৰ প্ৰতি সমাদৰ

নৱ নগৰত তাহান সন্নত
যতেক লোক আছয়।
মহাজন বুলি গোপালদেৱক
সৰ্ব্বলোকে আদৰয় ॥ ১২৬

শঙ্কৰৰ উপ- দেশ লৈয়া আছোঁ
মুখত মাত্ৰ বোলয়।
গোপ্যে বিৰলত লোক সমস্তত
ষোড়শ নাম দিয়য় ॥

শঙ্কৰৰ মত লোক সমস্তত
কন্ত মই শঙ্কৰৰ।
বঙ্গদেশী মত লোকে লাগ পাইলে
বোলে মই চৈতন্যৰ। ১২৭

অম্ল যোনী একো নাহিকে বিচাৰ
একাকাৰে প্ৰবৰ্ত্তয়

দুৰিত্তৰ কাৰ্য্য দেখি গোপালৰ অবিশ্বাস

হেন সৱ কাৰ্য্য দেখি গোপালৰ
মনে ভাল নভাময়।
ছয়মাস মান আহন্তে যাহন্তে
সবে কাৰ্য্য লক্ষিলন্ত।
উত্তল থুত্তল নুগুচে চিত্তৰ
ব্যক্ত একো নোবোলন্ত ॥ ১২৮

শূন্য আতপত্ৰ ৰবিৰেক অন্তে
ইসব কথা ইছিল ॥
সভাৰ মধ্যত বসিয়া সুৰিতা
কহিবে কথা লাগিল ।
পূৰ্বৰ তাৰ — সবাতো কৰিয়া শঙ্কৰদেৱৰ
অহঙ্কাৰ — আমিসে জানা স্নেহৰ ।
আমাত কৰিয়া ইঠাইত আন
কোনো নাই শ্ৰেষ্ঠতৰ ॥ ১২৯
সুন্দৰীদিয়াত মাধৱ আছন্ত
শিষ্য তেহো শঙ্কৰৰ ।
আমাক দেখিয়া আগ বাঢ়ি নেন্ত
কৰিয়া বহু সাদৰ ॥
সাবটি ধৰিয়া কঠত বৈসাই
দেন্ত আনি তাম্বুলক ।
কুশল বাৰ্তাক পুছি অনন্তৰে
ৰবাৱন্ত ভোজনৰ্ক ॥ ১৩০
শাস্ত্ৰৰ যুগুতি আমাৰ সঙ্গত
কৰা কতো সম্ভাষণ ।
মাধৱদেৱৰ — আমাৰ যুক্তিক ভাল ভাল বুলি
কথা শুনি — কৰা বহু প্ৰশংসন ॥
গোপালৰ — মাধৱদেৱৰ কথাক শুনিয়া
ব্যগ্ৰতা — গোপালৰ ৰঙ্গমন ।
সুৰিতা ভক্তক সম্বুধিয়া পাছে
বুলিবে লৈলা বচন ॥ ১৩১
ধৰ্ম্ম প্ৰবৰ্ত্তায়া মাধৱ আছন্ত
কহিলাহা শঙ্কৰৰ ।
মোৰ অভিপ্ৰায় প্ৰভাতে যাই
দেখোঁহো গৈয়া সত্বৰ ॥

শুনিয়া সুৱিতা কালি যাইবোঁ বুলি
নামাতি মৌনে ৰহিলা ।
ভুঞ্জি প্ৰভাতত ভক্ত সমন্বিতে
আনন্দে দুয়ো লৰিলা ।। ১৩২

কৰ্ম্মব্যস্ত মাধৱক প্ৰথম দৰ্শন

সুন্দৰীদিয়াত মাধৱ আছন্ত
ভৈলা তৈতে উপগত ।
আপুনি মাধৱে পুস্তক লেখন
কৰা বসি চতালত ।।
দূৰতে সুৱিতা আসয় দেখিয়া
কটাক্ষৰূপে চাহিলা ।
অৱহেলা কৰি হাতে কাপ ধৰি
লেখিবে মৌনে লাগিলা ।। ১৩৩
সুৱিতায়ো যাই চতালক পাই
থিয় হয়া ৰহি আছে ।
কতো বেলি মানে পান্তি সাঙ্গ কৰি
মাধৱে মাতিলা পাছে ।।
শুনিয়ো শ্ৰীৰাম আসন দিয়োক
বুলি বাক্য বুলিলন্ত ।।

জন্ম-ৰহস্য পুথি লিখন

জন্ম-ৰহস্যৰ পদ মনোহৰ
লেখিবে দুনাই লৈলন্ত ।। ১৩৪
মাধৱৰ আজ্ঞা শুনি বুঢ়া আতাই
আসনক আনি দিলা ।
ভক্ত সমন্বিতে গোপাল সহিতে
সুৱিতা তাতে বসিলা ।
এক পিতি পদ শেষত আছয়
সাঙ্গ কৰিবাক মনে ।
সুৱিতাৰ সঙ্গে একো কথা নকৈ
লিখন্ত মহা যতনে ।। ১৩৫

পাছে সাঙ্গ কৰি পুস্তক সম্বৰি
কৰণ্ডী মধ্যত থৈলা।
শ্ৰীমন্ত মাধৱে সুৰিতাক মাতি
কথা সুধিবাক লৈলা ॥
শুনিয়্যা সুৰিতা কি কাৰণে তুমি
আসিলা আমাৰ ঠাই।
সুৰিতা বোলয় দেখিবাক আইলোঁ
আন একো কাৰ্য্য নাই ॥ ১৩৬
এন্তে কোন বুলি গোপালক পাছে
মাধৱদেৱে সুধিলা।
গুৰু-জনাৰ নামত গোপাল মহা শুদ্ধমতি
লগত পৰিচয় সুৰিতা কথা কহিলা ॥
ভৱানীপুৰত থাকন্ত এহন্তে
আমাৰ হোৱন্ত ভাই।
দেখিবাক প্ৰতি অভিলাষ কৰি
আসিছন্ত তযু ঠাই ॥ ১৩৭
অনন্তৰে পাছে শ্ৰীমন্ত মাধৱে
বুঢ়া আতাইক বুলিলন্ত।
সুৰিতা সহিতে গোপালদেৱক
তাম্বুলপাণ দিলন্ত ॥
গোপালৰ মাধৱদেৱক দেখি গোপালৰ
অসীম আনন্দ সীমা নাই আনন্দৰ।
মনত বোলন্ত এবেসে জানিলোঁ
পাৰ হৈবোঁ সংসাৰৰ ॥ ১৩৮
মাধৱতো শঙ্কৰৰ যেন গহন বচন
শঙ্কৰক দেখা কথাৰ যেন আনয়।
পাই মনেৰে আনো গুণযত দেৱমাধৱন্ত
গুৰু-বৰণ প্ৰকটৰূপে আছয় ॥

এহেন্তেসে গুৰু দেৱতা আমাৰ
এহেন্তে মোৰ ঈশ্বৰ।
জানিলোঁহো মোৰ নিস্তাৰ কাৰণে
বেকত ভৈলা শঙ্কৰ॥ ১৩৯
পৰম সন্তোষ লভিল মনত
ব্যক্ত একো নুবুলিলা।
মাধৱদেৱত বিদায় কৰিয়া
সুবিতা যাইবে লৰিলা॥
গোপালে উঠিয়া যাইবে মন কৰি
মাধৱক নমিলন্ত।
গুৰুৰ প্ৰথম আদেশ গোপালক চাই শ্ৰীমন্ত মাধৱে
এক বাক্য বুলিলন্ত॥ ১৪০
ভৱানীপুৰত থাকা যেবে তুমি
সোধোঁহো কথা তোমাত
অমৃতকৰক জানা কি নজানা
কহিয়ো কথা আমাত॥
গোপালে বোলন্ত কেনে নজানিবোঁ
বন্ধুৱা তেন্তে আমাৰ।
তানে সমীপত আমাৰ নিবাস
কিবা আজ্ঞা আপোনাৰ॥ ১৪১
মাধৱে বোলন্ত এহি পুথি খানি
দিবাহা তান হাতত।
শুনিয়া গোপালে হাত পাতি লৈলা
হয়া আতি অৱনত॥
মস্তকৰ বস্ত্ৰে বান্ধিয়া লৈলন্ত
কৰিয়া আতি সাদৰ।
তুলসী নিকটে থৈয়া নমিলন্ত
চৰণক মাধৱৰ॥ ১৪২

সুৱিতা সহিতে লৰিয়া গৈলন্ত
আনন্দ কৰি অপাৰ।
ভৱানীপুৰৰ বাট লৈয়া পাছে
তেজি লাগ সুৱিতাৰ ॥
সুৱিতা বোলয় শুনিয়ো গোপাল
থানক চলা আমাৰ।
ৰাত্ৰি গোট থাকি ভোজন কৰিয়ো
গৃহে যাইবা আপোনাৰ ॥ ১৪৩

সুৱিতাৰ সঙ্গ ত্যাগ কৰি মাধৱৰ আজ্ঞা-পালন

গোপালে বোলন্ত তোমাৰ সঙ্গত
যাইবে মোৰ কাৰ্য্য নাই।
আতা মাধৱৰ পুস্তক দিবাক
লাগে বৰুৱাৰ ঠাই ॥
আপুন থানক গোপালো গৈলন্ত
নধৰি তান বচন।
সুৱিতায়ো পাছে গৃহক গৈলেক
অসন্তোষ কৰি মন ॥ ১৪৪
ভৱানীপুৰক প্ৰবেশি গোপালো
গৈলা দলপতি ঠাই।
একে দলিচাত বসিয়া আছন্ত
তাৰাসব চাৰি ভাই ॥
অমৃতকৰ আৰু মধুকৰ
পুষ্কৰ আৰু শ্ৰীকৰ।
গোপালক দেখি অন্যোঅন্যে চাই
পুছিবে লৈলা সত্বৰ ॥ ১৪৫
শুনা মহাজন কৈৰ পৰা আসা
কি কাৰ্য্যে তুমি আসিলা।
শুনিয়া গোপালে বস্ত্ৰ হন্তে মেলি
পুস্তক আনিয়া দিলা ॥

সুন্দৰীদিয়াক বোলন্ত গৈছিলোঁ
থানে আতা মাধৱৰ ।
তেন্তে মোৰ হস্তে দিয়া পঠাইলন্ত
পদ জন্ম-ৰহস্যৰ ॥ ১৪৬

শুনি তাৰাসৱে হাস্য কৰিলন্ত
গোপালৰ দিকি চাই ।
শুনা মহাজন কেনমতে তুমি
পাইলা গৈয়া তান ঠাই ॥

"মাধৱক ঈশ্বৰে হে দেখুৱালে" —গোপাল

গোপালে বোলন্ত মাধৱক মোক
ঈশ্বৰে সে দেখাইলন্ত ।
তাসম্বাত পাছে বিদায় কৰিয়া
গৃহক লাগি গৈলন্ত ॥ ১৪৭

গোপাল আসিলে তিনি দিন পাছে
শুনা কথা আত পৰ ।
আই-গোসাঁনীক দেখিবাক প্ৰতি
ভৈল ইচ্ছা মাধৱৰ ॥

শঙ্কৰদেৱৰ পত্নীৰ জল-কষ্ট

বড়া শ্ৰীৰাম যে মনপৰ আতাই
সঙ্গত চলি গৈলন্ত ।
পাটবাউসী স্থানে শঙ্কৰৰ
মাধৱ গৈয়া পাইলন্ত ॥ ১৪৮

প্ৰথমতে গৈয়া আই-গোসাঁনীৰ
প্ৰণামিয়া চৰণত ।
ঠাকুৰসকলক স্নেহে সাবটিয়া
বসিলন্ত আসনত ॥

আই-গোসাঁনীয়ে তাম্বুলক দিয়া
আগে দেৱ মাধৱৰ ।
সমুখি বোলয় নাদ ভুঞ্জিল
মিলিল সুখ অপাৰ ॥ ১৪৯

কুমাৰ অনাই পাটক দিবাক
অৱশ্যে তোমাৰ লাগে।
তুমি সে গোসাঁইৰ স্নেহৰ সিহেতু
কহিলোঁ তোমাৰ আগে॥
মাধৱে বোলন্ত শুনিয়োক আই
দিবোঁ মঞি পাটুকাক।
শিষ্যৰ কৰ্ত্তব্য শিষ্য-পুত্ৰ হৈলে ভক্তি অনুৰাগে
গুৰু-সেৱা কৰিবে লাগে সেৱাক। ১৫০
এহি বুলি পাছে আই-গোসাঁনীক
মাধৱে উঠি নমিলা।
সুন্দৰীদিয়াক চলি গৈয়া পাছে
আপোন গৃহে ৰহিলা॥
মাধৱদেৱৰ ৰাত্ৰি অৱসানে ভৱানীপুৰক
ভৱানীপুৰলৈ লাগি কৰিলন্ত গতি।
যাত্ৰা অমৃতকৰক পাটুকা দিবাক
বাৰ্ত্তা কহিবাক প্ৰতি॥ ১৫১
নগৰ প্ৰৱেশি অমৃতকৰৰ
গৃহত হৈলা প্ৰৱেশ।
দেখি দলপতি প্ৰণাম কৰিয়া
আদৰ কৈলা অশেষ॥
আপুনি সাদৰে পাৱ পখালিলা
বসুৱায়া আসনত।
অনন্তৰে স্নানি মাধৱে ৰসিলা
গৈয়া হৰি-মন্দিৰত॥ ১৫২

* * * *

অনন্তৰে পাছে মাধৱ উঠিয়া
কৰিলা গৈয়া ভোজন।
ভোজন কৰিয়া অমৃতকৰক
বুজিৱে লৈলা যতন॥

মাধৱে বদতি শুনা দলপতি
বচন তুমি আমাৰ।
আই-গোসাঁনীৰ নাম্দ ভুসৰিছে
দিয়াইবে লাগে তোমাৰ ॥ ১৫৮

শুনি দলপতি মাধৱৰ আজ্ঞা
বুলিলন্ত ৰঙ্গমনে।
এগোটা নাম্দত চাৰি ৰূপ লাগে
দিবাক পাৰোঁ এখনে ॥
আমাৰ ওচৰে কুমাৰ আছয়
অত্যন্ত পাট বিশেষ।
তন্তিকসবৰ অধিকাৰী আমি
নকৰে মোৰ আদেশ ॥ ১৫৯

"তাঁতীসকলে যোতকৈ গোপালৰ হে আদেশ মানে"- অমৃতকৰ

ৰাজাৰ কৰ্ম্মৰ নিমিত্তে আমি যে
পাৰোঁ দণ্ড কৰিবাক।
আমাৰ স্বকীয় কৰ্ম্মৰ নিমিত্তে
নোৱাৰোঁ.হা মাতিবাক ॥
শুনিয়োক বাপ পাট নিয়াইবাৰ
এখানি বুদ্ধি আছয়।
নামত গোপাল মহাজন বুলি
সমস্ত লোকে মাতয় ॥ ১৬০

মহাজন মানি তাহান আজ্ঞাই
বহুজন প্ৰবৰ্ত্তয়।
তেন্তে পাটুকাক নিয়া দিব পাৰে
কহিলোঁ কথা নিশ্চয় ॥
আপ নিয়ো জানি দিয়া পঠাইছন্ত
পদ জন্মৰহস্যৰ।
আপুনি বুলিলে তোহন্তে বাক্যক
নকৰিব অনাদৰ ॥ ১৬১

শুনিয়া মাধৱে ভাল ভাল বুলি
শয্যাত কৰি শয়ন।
প্ৰভাততে স্নান কৰি গোপালৰ
গৃহক কৈলা গমন॥

গোপালৰ নাম-কীৰ্ত্তন শ্ৰৱণ কৰি মাধৱদেৱ

পদূলিক পাই নাসৰ * তলত
নাম শুনি ৰহিলন্ত। [ * নাহৰ গছৰ ]
সেহি সময়ত ভক্তসব সঙ্গে
গোপালে নাম থৈলন্ত॥ ১৬২

নাম থৈৱে শুনি মাধৱে আপুনি
মাতিবে পাছে লৈলন্ত।
গোপাল গোপাল গোপাল বুলিয়া
তিনি বাৰ ডাকিলন্ত॥

সেহি সময়ত গোপালো পুস্তক
পঢ়িবে মেলি থোৱন্ত।
মাধৱদেৱৰ মাত শুনি হেন
তেতিক্ষণে উঠিলন্ত॥ ১৬৩

"গৃহতে থাকিয়া দেখিল তেযু চৰণ"

আথেবেথে গৈয়া মাধৱক দেখি
আনন্দ ভৈল মনত।
দুই আঠু পাৰি অৱনত হুয়া
প্ৰণামিলা চৰণত॥

প্ৰণাম কৰিয়া নম্ৰ হুয়া বৈলা
সন্তোষ লভি বিস্তৰ।
মাধৱে আপুনি তাম্বুল কাটিয়া
দিয়া হাতে গোপালৰ॥ ১৬৪

শুনিবাক চাওঁ প্ৰসঙ্গ কৰন্তে
পঢ়াহা কাৰ কৃতক।
গোপালে বোলন্ত শঙ্কৰৰ কৃত
পঢ়োঁহো আমি পুস্তক॥

মাধৱে বোলন্ত তোমালাৰ তেৱে
ভৈলন্ত গুৰু শঙ্কৰ ।
গোপালে বোলন্ত শঙ্কৰে সে গুৰু
আমি লোক সমস্তৰ । ১৬৫
মাধৱে বোলন্ত গুৰু ভৈলে সেৱা
কৰিবে লাগে শিষ্যৰ ।
প্ৰথম যত ধৰ্ম্ম আছে সৱাতো কৰিয়া
উপদেশ— গুৰু-সেৱা শ্ৰেষ্ঠতৰ ।
গুৰু সেৱা- গুৰু-পুত্ৰ গুৰু- ভাৰ্য্যাক সেৱিলে
ধৰ্ম্ম গুৰুৰে সে সেৱা হয় ।
মহন্তসকলে কহিয়া আছন্ত
শাস্ত্ৰৰ এহি নিৰ্ণয় ॥ ১৬৬
গোপালে বোলন্ত কিবা কাৰ্য্যে বাপ
আগমন আপোনাৰ ।
মাধৱে বোলন্ত যি কাৰ্য্যে আসিছোঁ
কৰিবে লাগে তোমাৰ ।
শঙ্কৰৰ ভাৰ্য্যা আই-গোসাঁনীৰ
পাটনাদ ভুসৰিল ।
শুনিয়ো গোপাল জল-ভোজনৰ
সঙ্কট বহু মিলিল ॥ ১৬৭
অমৃতকৰক বুলিলোঁহো মঞি
দিবন্ত তেন্তে মূল্যক ।
সৌভাগ্যৰ আপুনি পাটুকা নিয়া দিব লাগে
ফলত হে বুলিয়া সৰ্ব্ব লোকক ।
সেৱাৰ গোপালে বোলন্ত ইসব কাৰ্য্যক
সুযোগ কত ভাগ্যে বাপ পায় ।
লোক সমন্বিতে আলচ কৰিয়া
জনাইবোঁহো তযু ঠাই ॥ ১৬৮

কতো দূৰ মানে আগ বঢ়াই গৈছে
প্ৰণামিয়া চৰণত ।
সমস্তে লোকক মাতিবাক দিয়া
আসিলা দুনাই গৃহক ॥
সৰ্ব্ব লোক আসি এক থান ভৈলা
আজ্ঞা শুনি গোপালৰ ।
লোকসমস্তত কহিলা গোপালে
আজ্ঞা যেন মাধৱৰ ॥ ১৬৯

লোকসকল অনুপ্ৰাণিত

শুনি সৰ্ব্বলোকে বোলে ভাল বাপ
আমি সবে পাট নিবোঁ ।
কিন্তু দলৈৰ বাপ নলাগয়
আমি সবে তুলি দিবোঁ ॥
গোপালে বোলন্ত আদেশ আতাৰ
হয়াছে পাট নিবাৰ ।
তুমি সবে ধন দিলে দলপতি
নৈৰন্ত দোষ আমাৰ ॥ ১৭০

"মহন্তৰ আজ্ঞা হে পালিব লাগে"

মহন্তসকলে যিটো আজ্ঞা কৰে
কৰিবে লাগে তাহাক ।
শুনি সৰ্ব্বলোকে বোলে ভাল বাপ
নিবোঁ আমি পাটুকাক ॥
শুনিয়োক বাপ আতা মাধৱত
জনায়ো আপুনি যাই ।
পৰশুই দিনা পাট লৈয়া আমি
যাইবোঁ গোসাঁনীৰ ঠাই ॥ ১৭১
শুনিয়া গোপালে তেতিক্ষণে যাই
মাধৱত জনাইলন্ত ।
মাধৱে শুনিয়া আনন্দ লভিয়া
গৃহক লাগি গৈলন্ত ॥

গুৰুজনাৰ প্ৰশংসা

বুঢ়া শ্ৰীৰামত মাধৱে কহিলা
পায়া গৃহ আপোনাৰ।
ৰামত গোপাল একগুটি লোক
আসিছো পায়া ইবাৰ ॥ ১৭২
কালি আসিবন্ত পাটুকাক লৈয়া
দেখিবাহা তুমি যাই।
শুনি বুঢ়া আতাই একো নুবুলিলা
ৰহিলা শিৰ দোঁৱাই॥
ৰামানন্দ অল্প- মতি বিৰচিলা
চৰিত্ৰক মাধৱৰ।
বঢ়াটুটা দোষ ক্ষমিবে লোকৰ
তুমি সৱ মহন্তৰ॥ ১৭৩

* * *

## ছাবঁ

শুনা আৰো আতপৰ যেন কথা গোপালৰ
লোকেসমে কৰি আলোচন।
প্ৰভাতে ভোজন কৰি পাটুকা কান্ধত লৈয়া
বৰপেটা কৰিলা গমন॥ ১৭৪

যাত্ৰাত হৰিকীৰ্ত্তন

এহিমতে সৰ্ব্বলোকে পথত যাহাতে পাছে
হৰিধ্বনি কৰিয়া চলন্ত।
ৰসি বৈত জিবাৰন্ত কীৰ্ত্তন-ঘোষাৰ পদ
আপুনি গোপালে গাৱন্ত॥

আনন্দতে সৰ্ব্বলোকে চাপৰি বজাণ্ড বেঢ়ি
মিলে ৰজ দেখি পথুকৰ ।
এহিমতে সৰ্ব্বজনে পৰম সন্তোষ মনে
পাইলা স্থান শঙ্কৰদেৱৰ ॥ ১৭৫

পাটুকা কাষ্ঠৰ থৈয়া গোপালক মধ্য কৰি
সৰ্ব্বলোকে আনন্দে বসিলা ।
সুন্দৰীদিয়াৰ পৰা বুঢ়া আতা সমন্বিতে
তৈকে আসি মাধৱ মিলিলা ॥
গোপালে সহিতে পাছে সৰ্ব্বলোকে প্ৰণামিলা
দেখি আগবাঢ়ি মাধৱক ।
মধুৰ বচনে পাছে তাসম্বাক সম্বুধিয়া
মাধৱ গৈলন্ত ভিতৰক ॥ ১৭৬
সেহি সময়ত পাছে বুঢ়া আতাই উঠি আসি
গোপালক সুধিয়া ফুৰন্ত ।

গোপালে সুধিব শুনি সেৱা কৰিবাক প্ৰতি
আগবাঢ়ি মাথা দঁৱাইলন্ত ॥
শ্ৰীৰামৰ প্ৰেমানন্দ শ্ৰীৰামে হাতত ধৰি ওপৰক লাগি তুলি
সাবটিয়া কান্দিবে লৈলন্ত ।
শুনিয়োক বাপ তুমি একগুটি লোক বুলি
আতা মোত কালি কহিছন্ত ॥ ১৭৭
এহি বুলি বুঢ়া আতাই অনেক প্ৰশংসা কৰি
সন্তোষিয়া পাছে গোপালক ।
সম্বোধন কৰি পাছে ভিতৰক লাগি গৈলা
মাধৱদেৱৰ সমীপক ।

মাধৱে বোলন্ত আই শঙ্কৰদেৱৰ ভাৰ্য্যা
আমি সবো তোমাৰ তনয় ।
ভৱানীপুৰৰ পৰা ভাতীসৱ আসি আছে
বাঢ়ি দিবাক লাগয় ॥ ১৭৮

অন্ন-ভোজনৰ ব্যৱস্থা

ভাগ্য হৌক তাসম্বাৰ গুৰুহন্তে আপোনাৰ
সৰ্ব্বলোকে ভোজন কৰোক ।
শুনি আই বুলিলন্ত ৰান্ধিবাক পাৰোঁ অন্ন
তাসম্বাক দিয়া সুধিয়োক ॥
শুনিয়া মাধৱদেৱে গোপালক সম্বোধিয়া
সমস্তে লোকক বুলিলন্ত ।
আপুনি অন্নক আই ৰন্ধনক কৰিবাক
সুধিবাক মোক পঠাইলন্ত ॥ ১৭৯
শুনিয়া গোপালদেৱে অন্ততে বুলিলন্ত
মাধৱক কৰি নমস্কাৰ ।

গুৰু-গৃহৰ অন্ন-ভোজনৰ দোষ-গুণ

তাৰাৰ ঘৰৰ বাপ উচ্ছিষ্টক ভুঞ্জিলেয়ো
একো দোষ নাহিকে আমাৰ ॥
কিন্তু একখানি বাপ ৰন্ধন কৰন্তে আই
প্ৰয়াসক লভিবে বিস্তৰ ।
মিটিবে আমাৰ দোষ এহিখানি অসন্তোষ
কহিলোঁহো কথাক মনৰ ॥ ১৮০
শুনিয়া মাধৱদেৱে গোপালক বুলিলন্ত
আত একো দোষ নাহিকয় ।
আপোন ইচ্ছায়ে দিলে গুৰুৰ ঘৰৰ অন্ন
ভোজনক কৰিবে লাগয় ॥
তোমোৰাসবৰ যত পাপ আছে হৃদয়ত
হৈবে নষ্ট ভুঞ্জিলে অন্নক ।
শুনি সৰ্ব্বলোকে বোলে আমাসাৰ মহাভাগ্য
কৰিবোঁহো বাপ ভোজনক ॥ ১৮১
শুনিয়া মাধৱদেৱে গোসাঁনীক জনাইলন্ত
তেতিক্ষণে কৰিলা ৰন্ধন ।
পাছে বুঢ়া আতাই দিয়া সমস্তকে মাতি আনি
বসাইলন্ত কৰিবে ভোজন ॥

সৰ্ব্বলোকে ভুঞ্জি অন্ন পৰম সন্তোষে পাছে
শয্যা পাৰি শয়ন কৰিলা ।
আপোন গৃহক নযাই শ্ৰীমন্ত মাধৱদেৱে
দিনা চাৰি তহিতে ৰহিলা ॥ ১৮২
প্ৰভাতে গোপালে উঠি একেশ্বৰে চলি গৈলা
যহিত মাধৱ বসিছন্ত ।
গুৰু-আজ্ঞালৈ অপেক্ষা যায়া কৰি নমস্কাৰ কিবা আজ্ঞা আপোনাৰ
গোপালে বাক্যক বুলিলন্ত ॥
শুনিয়া মাধৱে পাছে গোপালক বুলিলন্ত
সৰ্ব্বলোক গৃহক চলোক ।
জনা চাৰি লোকসমে দিনা চাৰিমান থাকি
নাদ দিয়া গৃহক যায়োক ॥ ১৮৩
মাধৱৰ আজ্ঞা শুনি শ্ৰীমন্ত গোপালে পাছে
সমস্তকে গৃহক পঠাইলা ।
সূৰ্য্যা আতাই দৈৱৰ কমললোচন দামোদৰ
চাৰিজন আনন্দে ৰহিলা ॥
গোপালে ভোজন কৰি আপুনি যযন্ত পাট
মাধৱৰ মানিয়া আদেশ ।
কুমাৰে নান্দক দিয়া সসাঙ্গ কৰিলা পাছে
তৈল জল অত্যন্ত বিশেষ ॥ ১৮৪
শ্ৰীমন্ত গোপালে পাছে চাৰিজন লোকসমে
দিনত কাম দিৱসত নৰ্ম্মন কৰাৱে ।
ৰাতি হৰি-কথা ৰাত্ৰি তৈলে মাধৱৰ সমীপত বসি গৈয়া
হৰিকথা সুধিয়া থাকন্ত ॥
নান্দ সাঙ্গ কৰি পাছে গোপালক সঙ্গে কৰি
মাধৱ গৃহক আসিলন্ত ।
দিনা দুইমানে থাকি শ্ৰীমন্ত গোপালে পাছে
আপোনাৰ গৃহক গৈলন্ত ॥ ১৮৫

গোপালৰ গৃহত পুনৰ গুৰুজনা

দেৱতা মাধৱে পাছে ৰামৰাম-গুৰুসমে
দিনা দশমান অন্তৰত।
ভৱানীপুৰক পাই গোপালৰ গৃহে যাই
বসিলন্ত হৰিমন্দিৰত॥
গোপালে শুনিয়া পাছে আতাদেৱ আসি আছে
আসি দেখি পদে নমিলন্ত।
ৰামৰাম-গুৰুৰ পাছে চৰণক প্ৰণামিয়া
দুইহন্তৰ পাৱ ধুৱাইলন্ত॥ ১৮৬

তন্তি-ভক্ত যত এত আছে সিটো নগৰত
শুনি সৱে তহিতে আসিলা।
ৰামৰাম-গুৰুসমে মাধৱদেৱক দেখি
সৰ্ব্বলোকে আনন্দ লভিলা॥

ভৱানীপুৰত মাধৱদেৱৰ প্ৰতি আগ্ৰহ

সৰ্ব্বলোকে বোলে বাপ ঐত ৰাহিবাক লাগে
তেৱে আমি পাওঁ আনন্দক।
অমৃতকৰ দলৈ পাছে তেঁকে লাগি আসিলন্ত
আসিবাক শুনি মাধৱক॥ ১৮৭

ৰামৰাম-গুৰুসমে মাধৱক প্ৰণামিয়া
দলপতি বুলিলা বচন।
ৰহিবাক লাগি বাপ আমাৰ গৃহক প্ৰতি
কৰিবাক লাগয় গমন॥
শুনিয়া মাধৱদেৱে হাস্য কৰি বুলিলন্ত

দলপতিতকৈ গোপাল বেছি প্ৰিয়

গৃহক কৰিয়ো তুমি গতি।
ইঠাৱতে থাকোঁ আমি সৰ্ব্বলোকে ধৰিছন্ত
গোপালৰো হুয়া আছে মতি॥ ১৮৮
অনন্তৰে দলপতি মাধৱৰ অভিপ্ৰায়
বুজি পাছে গৈলন্ত গৃহক।
ৰামৰাম-গুৰুসমে মাধৱো স্নানক কৰি
কৰিলন্ত নাম-প্ৰসঙ্গক॥

প্ৰসঙ্গ কৰিয়া পাছে দুই জন উঠি যাই
ভিন্নে ভিন্নে কৰিলা ৰন্ধন ।
আপুনি গোপালদেৱে কৰ্ম্মকৃত্য কৰিলন্ত
দুয়োজনে কৰিলা ভোজন ॥ ১৮৯

ভোজনক সাঙ্গ কৰি তাম্বুল ভোজন কৰি
দুয়োজন শয্যাত শুতিলা ।
আপুনি গোপালে যাই তৈল লৈয়া মাধৱৰ
চৰণক মৰ্দ্দন কৰিলা ॥

এহিমতে নিতে নিতে ৰাত্ৰি অৱসানে উঠি
প্ৰভাততে স্নানক কৰন্ত ।
অমৃতকৰৰ থানে হৰিমন্দিৰত বসি
ভাগৱত শ্ৰৱণ কৰন্ত ॥ ১৯০

অনন্ত কন্দলী

ৰামমিশ্ৰ ভাগৱতী ভাগৱত পাঠ কৰি
কন্দলীও তহিকে থাৱন্ত ।
শ্ৰীমন্ত মাধৱদেৱে অনন্ত কন্দলী সমে
গূঢ় অৰ্থ কথন কৰন্ত ॥
সন্ধ্যা সময় ভৈলে গোপালৰ গৃহে আসি
দুয়োজনে ভোজন কৰন্ত ।
এহি মতে দুয়ো জনে গমনাগমন কৰি
ভাগৱত শুনিয়া আসন্ত ॥ ১৯১

গধূলিকা বেলা ভৈলে ভক্তি-ভক্তসৱসমে
বসি বেঢ়ি নামক গাৱন্ত ।

ভৱানীপুৰ সত্ৰত নাম-কীৰ্ত্তন

নাম-অৱসানে পাছে ৰামৰাম-গুৰু উঠি
ওজা হয়া কীৰ্ত্তন কৰন্ত ॥
আপুনি গোপালে উঠি তাল ধৰি পালী গাৱন্ত
ভক্তিসৱো গায়য় লগত ।
পৰম সন্তোষ লভি মাধৱ থাকন্ত শুনি
মহা সুখে বসি আসনত ॥ ১৯২

আত অনন্তৰে আৰো গোপালৰ যেন কথা
শুনা চাৰি দিন অন্তৰত ।

গোপাল-সেৱৰ শৰণ কামনা

আতাৰ চৰণে মোৰ শৰণ লৈবাক লাগে
আলোচন কৰিয়া মনত ॥
সন্দেশক কৰাইলন্ত কাসীক পকাইলন্ত
আনিলন্ত তাম্বুল-পৰ্ণক ।
এহিসৱ বস্তু লৈয়া আপুনি গোপালে গৈয়া
প্ৰণামিলা দেৱ মাধৱক ॥ ১৯৩

মাধৱেও দেখিলন্ত গোপালক বুলিলন্ত
নৈবেদ্যক কিসক আনিলা ।
তযু চৰণত মোৰ শৰণ লৈবাক লাগে
এহি বুলি গোপালো ৰহিলা ।

বক্ৰভঙ্গী বাক্য

বক্ৰভঙ্গী কৰি পাছে মাধৱে বুলিলা বাক্য
অপমান দেখোঁ নৈবেদ্যক ।
অনেক বস্তুক আনি বিস্তৰ নৈবেদ্য কৰি
তেবে লৈবে লাগে শৰণক ॥ ১৯৪

বহুত নৈবেদ্য ভৈলে শৰণ হোৱয় বৰ
অলপ শৰণ অলপৰ ।
বক্ৰভঙ্গী বাক্য শুনি নমাতি গোপালে ৰৈলা
মাথা দোঁৱাই নেদিলা উত্তৰ ॥
গোপালক সম্বোধিয়া মাধৱে বুলিলা পুনাই
শুনা কহোঁ যুগুতি শাস্ত্ৰৰ ।

শৰণ কেনে হব লাগে

একান্ত শৰণ লৈবে একো বস্তু নলাগয়
হইবে লাগে নিশ্চয় মনৰ ॥ ১৯৫

গুৰুক শুশ্ৰূষা কৰি গুৰু-বাক্য শিৰে ধৰি
মিছা ভ্ৰম মানিব সংসাৰ ।
দেহ-গেহ-পুত্ৰ-চয় মানিবেক মায়াময়
হৰি বিনে নেদেখিব আন ॥

শৰণ গ্ৰহণ শ্ৰীমন্ত মাধৱদেৱে ভাগৱত আগে থৈয়া
গোপালক কৰাইলা শৰণ।
উপদেশ কথাচয় প্ৰপঞ্চিয়া কহিলন্ত
গোপালদেৱৰ পূৰি মন॥ ১৯৬

গোপাল সহিতে তেতে বাৰ জন আছিলন্ত
নিতে নিতে বসি প্ৰসঙ্গত।
গোপালদেৱক পাছে শৰণ লৈবাক দেখি
তাৰাসবো আলচি মনত॥
মাধৱৰ চৰণত শৰণ পশিল সৱে
মহাৰংগে কায়বাক্য মনে।
তাসম্বাৰ নাম যেন ভিন্নে ভিন্নে কহোঁ তাক
সাৱধানে শুনা সৰ্ব্বজনে॥ ১৯৭

সূৰ্য্যা আতাই দামোদৰ ৰামদাস দৈৱৰৰ
অনন্ত খুৰাই সনাতন।
কুমুদ কমলাপতি গোবিন্দ যে নাৰায়ণ
কৃষ্ণ বিষ্ণু এহি বাৰজন॥
ভৱানীপুৰত গোপালক দেখি পাছে আনো লোক যত আছে
শৰণীয়া সৰ্ব্বলোকে পশিল শৰণ।
সমাজ বঙ্গদেশী মত তেজি মাধৱদেৱক ভজি
সংগঠিত সবাৰো সন্তোষ ভৈল মন॥ ১৯৮

শাস্ত্ৰ মহত্তৰ যুক্তি উপদেশ-কথা কহি
সবাৰো মনক মজিলন্ত।
মাধৱদেৱৰ দিন চাৰিমান থাকি ৰামৰাম-গুৰুসমে
প্ৰস্থান-যাত্ৰা আপোনাৰ গৃহক গৈলন্ত॥
আত অনন্তৰে শুনা গোপালদেৱৰ কথা
যেন মত কাৰ্য্য কৰিলন্ত।
দশ দিন অন্তৰত ভকতসৱ সমন্বিতে
মাধৱৰ থানক গৈলন্ত॥ ১৯৯

শিষ্যৰূপে নানা উপায়ন লৈয়া মাধৱৰ আগে দিয়া
সেৱা চৰণত পৰি প্ৰণামিলা ।
মধুৰ বচনে পাছে মাধৱে বুলিলা বাক্য
সৰ্ব্বলোক কুশলে আসিলা ॥
গোপালে বোলন্ত বাপ তযু পাদ-প্ৰসাদত
সৰ্ব্বকালে কুশল আমাৰ ।
দিব্য-চক্ষু দিলা দান তুমি বিনে নাহি আন
সংসাৰৰ কৰিলাহা পাৰ ॥ ২০০

শিষ্যৰ গোপালৰ শুনি বাক্য শ্ৰীমন্ত মাধৱদেৱ
কথাত আনন্দক বিস্তৰ লভিলা ।
গুৰুৰ অনন্তৰে বুঢ়া আতাই * ভকতসমে গোপালক
সন্তোষ বাসা দিয়া শুশ্ৰূষা কৰিলা ॥ [ * বুঢ়া শ্ৰীৰাম ]
আপুনি গোপালদেৱে ৰন্ধনক কৰিলন্ত
ভকতসমে কৰি ভোজনক ।
প্ৰসঙ্গৰ অৱসানে হৰিকথা শুনিবাক
মাধৱৰ গৈলা সমীপক ॥ ২০১

গোপালক দেখি পাছে বুঢ়া আতাই উঠি গৈয়া
আসন দিলন্ত সমস্তক ।
আসন লভিয়া পাছে সৰ্ব্বলোকে বসিলন্ত
সেৱা কৰি দেৱ মাধৱক ॥

গোপালৰ শ্ৰৱণ-কীৰ্ত্তন-ধৰ্ম্ম কেনমতে আচৰিবোঁ
দুটি প্ৰশ্নৰ গুৰুসেৱা-ধৰ্ম্ম কেনমত ।
উত্তৰ এহি দুই গোটা প্ৰশ্ন আপুনি গোপালে পাছে
কৰিলন্ত মাধৱদেৱত ॥ ২০২

গোপালৰ বাক্য শুনি পৰম সন্তোষ লভি
যুক্তি দেখাই অনেক শাস্ত্ৰৰ ।
শ্ৰেষ্ঠ ধৰ্ম্ম সমস্তে কথাৰ মৰ্ম্ম গুৰু-সেৱা শ্ৰেষ্ঠ ধৰ্ম্ম
কহিছন্ত শ্ৰীমন্ত শঙ্কৰ ॥

কায়-বাক্য-মনে ধৰি গুৰুক শুশ্ৰূষা কৰি
কৰিবেক শ্ৰৱণ-কীৰ্ত্তন।
গুৰু-বাক্য নুলঙ্ঘিব সদাচাৰে প্ৰবৰ্ত্তিব
তেৱে সে শুদ্ধ হুইবে মন ॥ ২০৩

সধৰ্ম্মী সঙ্গত বহু আসকতি কৰিবেক
দয়াস্নেহ হুইবেক লোকক।
স্বকীয় বিষয় যত যথোচিতে ভুঞ্জিবেক
দেখিবেক মিছা বিষয়ক ॥

এহিমতে গোপালক উপদেশ কথা যত
বহুভাৱে মাধৱে কহিলা।
গোপাল নিঃসংশয় হল
মনৰ সংশয় যত আছিলেক গোপালৰ
কথাদ্বাৰে সবে সংহাৰিলা ॥ ২০৪

পৰম প্ৰসন্ন মন গোপালদেৱৰ তেৱে
উঠি নমস্কাৰ কৰিলন্ত।
মাধৱৰ আজ্ঞা পাই ভকতসৱসমে যাই
বাসাত শয়ন কৰিলন্ত ॥

এহিমতে তৈতে পাছ দিনা দুইমানে থাকি
সৰ্ব্বলোক গৃহক আসিলা।
গুৰু-সঙ্গত এমাহ
একমাসমান তৈতে মাধৱৰ সমীপত
একেশ্বৰে গোপালো আছিলা ॥ ২০৫

প্ৰভাততে স্নান কৰি হৰি-মন্দিৰত পশি
বসিয়া থাকন্ত প্ৰসঙ্গত।
কতো বসি নাম গান্ত পুস্তক পঢ়ন্ত কতো
আনন্দক লভিয়া মনত ॥
দুই চাৰি পদ গৈলে হৰিকথা প্ৰশ্ন কৰা
বহুৰূপে মাধৱে কহন্ত।
শাস্ত্ৰৰ সঙ্কেত কথা কতো বেলা ৰখানন্ত
শ্ৰদ্ধাভাৱে গোপালে শুনন্ত ॥ ২০৬

মাধৱৰ গুণগণ অমৃত-সমান কথা
শুনি তৃপ্তি নাহিকে মনৰ।
মহা দৰিদ্ৰৰ যেন অষ্টনিধি লাভ ভৈলা
সেহিমত ভৈলা গোপালৰ॥
এহি মতে এক মাস মাধৱ সহিতে সুখে
থাকি পাছে গৃহক গৈলন্ত।

বুঢ়ী-আইৰ অসন্তোষ

গোপালক দেখি পাছে বুঢ়ী-আই বুলিলন্ত
এত দিন কিসক নাসন্ত॥ ২০৭
আজাৰ কৰ্ম্মক তোৰ কৰিবাক লাগে আজ
পুষিবাক লাগয় ভাৰ্য্যাক।
মাতৃৰ বচন শুনি মৌন হুয়া ৰহিলন্ত
গোপালে নবুলি একো বাক॥
গৃহ-ব্যৱহাৰ কৰ্ম্ম কৰিয়া গোপালে পাছে
এক মাস মানে আছিলন্ত।

গৃহবাসত বিৰক্তি

গুৰু-সেৱা কৰিবাক মাধৱৰ সমীপক
একেশ্বৰে চলিয়া গৈলন্ত॥ ২০৮
সুন্দৰীদিয়াক পাই মাধৱৰ আগে যাই
পৰি নমস্কাৰ কৰিলন্ত।
কেতিক্ষণে আইলাবুলি গোপালক সম্বুধিয়া
মাধৱে বচন বুলিলন্ত॥

গোপালৰ গুৰু-পৰীক্ষা

এহিমানে কথা সুধি পৰীক্ষিবে গোপালক
মাধৱে বিনোদ কৰিলন্ত।
ভোজনক প্ৰতি একো জিজ্ঞাসাক নকৰিয়া
মৌনে গৃহত পশিলন্ত॥ ২০৯
গোপালে উঠিয়া তৈৰ হৰি-মন্দিৰত পৰি
উপবাসে শয়ন কৰিলা।
আউৰ দিনা প্ৰভাততে মাতামহ-গৃহে গৈয়া
স্নান কৰি ভোজন কৰিলা।

তেল দোণ খালোণক দুই দোণ তণ্ডুলক
লৈয়া তৈৰথৰা আসিলন্ত ।
এক গৃহস্থত থাকি ভাত-শালখান যোৰি
ভোজনক চক্ৰ জুৰিলন্ত ॥ ২১০

তৈৰ পৰা নিতে নিতে প্ৰসঙ্গক লাগি লৈয়া
মাধৱৰ সমীপে বসন্ত ।
হৰি-কথা যত যত সম্বুধিয়া গোপালত
স্নেহভাৱে মাধৱে কহন্ত ॥

ভোজনৰ কথা যত বিষয়ৰ সুখ দুখ
ইসব কথাক নোসোধন্ত ।
বুঢ়া আতাই জানে মাত্ৰ আন কেহো নজানন্ত
গোপালক পৰীক্ষা কৰন্ত । ২১১

প্ৰভাততে উঠি আসি গোপালে প্ৰসঙ্গ কৰি
ভোজনক কৰি মধ্যাহ্নত ।
আনো লোক নতু যাহেত প্ৰথমতে আগে গৈয়া
বসি থাকা হৰি-মন্দিৰত ।

পাছে ভক্তসব যাই গোপাল সহিতে বসি
হৰি কথা আলাপ কৰন্ত ।
ভোজন শয়ন কৰি হৰি-মন্দিৰত পশি
আনন্দনে মাধৱো বসন্ত ॥ ২১২

প্ৰশ্নোত্তৰ ব্যৱস্থাৰে কথা-চৰ্চন

গোপালে কৰন্ত প্ৰশ্ন শ্ৰাৱণৰ বৃষ্টি যেন
হৰিকথা মাধৱে কহন্ত ।
অমৃত ভোজনে যেন মহা প্ৰীতি বাঢ়ি যায়
কৰ্ণ পাতি গোপালে শুনন্ত ॥

হৰিভক্ত যত যত হুয়া আতি অৱনত
সৰ্বলোকে শুনিয়া থাকন্ত ।
শুনা কথা তাতপৰে দিনা চাৰি অন্তৰত
মাধৱে যি বাক্য বুলিলন্ত ॥ ২১৩

এক দিনা সন্ধ্যা হৈলা  ভক্তসমূহ সমন্বিতে
চতালত কৰন্ত ভ্ৰমণ।
লক্ষ্য কৰি গোপালক  সম্বোধিয়া শ্ৰীৰামক
বুলিলন্ত মাধৱে বচন॥

গুৰুৰ ইঙ্গিত মতে স্বগৃহ নিৰ্ম্মাণ

শুনিয়োক শ্ৰীৰাম  ভকতিত যাৰ কাম
বাসা সাজি লৈবাক লাগয়।
উদাসীন সমস্তৰ  সমীপত গৃহস্থৰ
থাকিবাক যুগুতি নোহয়॥ ২১৪
গোপালে বোলন্ত ইটো  মোক সে আনিলা বাপ
কিনো কৃপা আমাক আতাৰ।
মনপূৰ আতাৰ সমে  খেৰ বাংশ আনি পাছে
সাজিলন্ত বাসা আপোনাৰ॥
চতুৰ্দ্দিশে বাৰ দিয়া  দুৱাৰক প্ৰবন্ধিয়া
গধূলিকা ভোজন কৰিলা।
আউৰ দিনা প্ৰভাততে  আসম ৰাজ্যৰ পৰা
অচ্যুত গুৰু আসিয়া মিলিলা॥ ২১৫

অচ্যুতবিপ্ৰৰ শৰণ

অচ্যুত গুৰুক দেখি  ভক্তসবে কথা সুধি
মাধৱত জনাইলন্ত যাই।
শৰণ পশিবে প্ৰতি  ভাগৱতী একজন
আসিছন্ত আপুনাৰ ঠাই॥
মতায়া অনায়া পাছে  আসনক দিয়াইলন্ত
আসিবাৰ সুধিলা কাৰণ।
অচ্যুত গুৰু আসনত  বসি হুয়া অঙ্গনত
কহিলন্ত আত্মপ্ৰয়োজন॥ ২১৬
শুনিয়োক কথা বাপ  সংসাৰৰ তিনি তাপ
কোনমতে এৰাও আৰ হাত।
ঈশ্বৰৰ চৰণত  শৰণ কৰায়ো মোক
এহি কথা কৈলোঁ আপুনাত॥

শুনিয়া মাধৱদেৱে হৰি-মন্দিৰক নিয়া
পুথি থৈয়া কৰাইলা শৰণ।
উপদেশ কথা যত প্ৰপঞ্চিয়া কহিলন্ত
অচ্যুত গুৰুৰ পৰি মন॥ ১৭
বুঢ়া আতাই * মাতি নিয়া সন্দেশ দুগ্ধক দিয়া
অনন্তৰে কৰাইলা ভোজন। [ * বুঢ়া শ্ৰীৰাম ]
কৈত আক বাসা দিবোঁ শ্ৰীৰামক সম্বুধিয়া
বুলিলন্ত মাধৱে বচন॥
বুঢ়া আতাই বোলে বাপ ৰহিবাক লাগি আন
চাহিলোঁহো মনক ফুৰাই।

গোপালৰ অকাতৰে গৃহ-দান

এক খানি বাসা কিন্তু গোপালে আছন্ত সাজি
তাত বিনে আৰ আন নাই॥ ২১৮
শ্ৰীমন্ত মাধৱদেৱে আনন্দক লভিলন্ত
বুঢ়া শ্ৰীৰামৰ শুনি বাক।
গোপালক মাতি আনি সম্বুধিয়া বুলিলন্ত
বাসা খানি পাৰাহা দিবাক॥
গোপালে বোলন্ত বাপ বাসা খানি কোন বস্তু
দেহ অৰ্পি আছোঁ আপুনাক।
এতিক্ষণে দিলোঁ মঞি যাকে লাগে বিহ্লায়োক
সুধিবাক নলাগে আমাত॥ ২১৯
মাধৱেও কহিলন্ত নামত অচ্যুত তান
ভাগৱত পঢ়িবে পাৰয়।
সি কাৰণে তযু ঠাই বাসা খানি খুজিলোঁহো
তাঙ্ক থান দিবাক লাগয়॥
শুনিয়া গোপালদেৱে আথেবেথে চলি গৈয়া
ভুজি অন্ন চক্ষু পেহ্লাইলন্ত।
ঘৰখান সাজি মুটি অচ্যুত গুৰুক লাগি
দুইখানি আথা নিৰ্ম্মিলন্ত॥ ২২০

অনন্তৰে গৈয়া পাছে মাধৱত জনাইলন্ত
গুৰু গৈয়া গড়োক বাসাক।
শুনিয়া মাধৱে পাছে বুঢ়া আতাইক পাঞ্চিলন্ত
অচ্যুতক বাসাক দিবাক।
শুনি বুঢ়া আতাই পাছে অচ্যুত গুৰুক নিয়া
গোপালৰ বাসাক দিলন্ত।
ভোজনৰ দ্ৰব্য যত বুঢ়া আতাই দিলা নিয়া
ভুঞ্জি অন্ন ভহিতে ৰহিলন্ত ॥ ২২১

হৰি-মন্দিৰত বাস

গোপালেও পাছে যাই হৰি-মন্দিৰক লাগি
বস্তুজাত সমস্তে আনিলা।
বিয়লিৰ প্ৰসঙ্গক ভক্তসবসমে কৰি
ৰাত্ৰি তৈতে শয়ন কৰিলা॥
প্ৰভাততে উঠি পাছে বাসা সাজিবাক মনে
খেৰ কাটিবাক লৰিলন্ত।
দাৱ খানি ধৰাই লৈয়া গোপালক যাইবে দেখি
শ্ৰীমন্ত মাধৱে মাতিলন্ত ॥ ২২২
শুনিয়ো গোপাল তুমি কৈক লাগি লৰিছাহা
নকৰিয়া নাম-প্ৰসঙ্গক।
শুনিয়া গোপালে পাছে আথে-বেথে দাৱ এৰি
আসিলন্ত হৰি-মন্দিৰক॥
ভক্তসব সমে পাছে নামক গাইলন্ত বসি
অনন্তৰে পুস্তক পঢ়িলা।
দেৱতা মাধৱে পাছে গোপালক সম্বুধিয়া
হৰি-কথা কৈবে আৰম্ভিলা॥ ২২৩
দ্বিতীয় প্ৰহৰমানে হৰি-কথা নোৰিলন্ত
উঠিবাক নেদি গোপালক।
অনন্তৰে উঠি পাছে মাধৱে বুলিলা বাক্য
আগে * লৈয়া বুঢ়া শ্ৰীৰামক॥ [ *'গুৰু'-পাঠান্তৰ ]

গুৰুৰে একে গৃহতে বাস

শুনিয়ো শ্ৰীৰাম তুমি আমাৰ লগত এইত
গোপালক আনিয়া নাটয়।
আমি তুমি সমে এইত গোপাল উত্তমমতি
থাকিবাক লাগি যোগ্য হয় ॥ ২২৩

শ্ৰীৰামে বোলন্ত বাপ বৰ ঘৰ আণ্টিবেক
এইকে লাগি গোপাল আসোক।
গোপালৰ সঙ্গে মোৰ অতি প্ৰীতি ওপজোক
এই অনুগ্ৰহ কৰি যাক ॥

অনেক পৰীক্ষাৰ পাছত বিশ্বাস-স্থাপন

ভাল ভাল বুলি পাছে মাধৱে কহিবে লৈলা
সম্বোধিয়া নাম শ্ৰীৰামক।
শুনিয়ো শ্ৰীৰাম তুমি যেন্তৰ প্ৰকাৰে মঞি
পৰীক্ষা কৰিলোঁ গোপালক ॥ ২২৫

প্ৰথমে আসিতে মাত্ৰ চাউল চৰু নেদিলোঁহো
দুখুলেলে বহিয় ক্ষণেক।
আপুনি চাউল আনি গৃহস্থৰ মাতুলত *
... ভুঞ্জিলে অন্নক ॥ [ * মাঙলত -পাঠান্তৰ ]
পৰোক্ষ বচনে মঞি তৈলপৰা গুচাইলোঁহো
বাসা সাজ লৈলন্ত আপুনে।
সিয়ো বাসা খানি পাছে অদ্ভুতক বিহুৱাইলোঁ
তথাপিতো দুখ নাহি মনে ॥ ২২৬

“গোপাল সমস্ত ধৰ্ম্মৰ পাত্ৰ হ'ব”

সমস্ত ধৰ্ম্মৰ পাত্ৰ হৈবন্ত গোপাল জানা
আত একো নাহিকে সংশয়।
জীৱ-নিস্তাৰণ কাৰ্য্য অৱশ্যে ঘটিবে আন্ত
কহিলে৷হো তোমাত নিশ্চয় ॥
শুনিয়ো শ্ৰীৰাম তুমি গোপালত কৈয়ো লৈয়া
মঞি আজি ৰাখিবোঁহো আম।
পুনৰ্ব্বাৰ বাসা স্থান সাজিবাক মলাজন্ত
এইত থাকি কৰোক ভোজন ॥ ২২৭

শুনি বুঢ়া আতাই গৈয়া ভোজন কৰিবে প্ৰতি
গোপালক মাতি আনিলন্ত ।
মাধৱে ৰন্ধন কৰি তিনি খান পাত পাৰি
অন্ন-ব্যঞ্জনক বাঢ়িলন্ত ।।
মাধৱে অন্নক বাঢ়ি গোপালক বুলিলন্ত
ভোজনক লাগি আসন্তোক ।
বঢ়া আতাইক মনে মনে গোপালে কহিলা কথা
আতাদেৱ আগে বসন্তোব । ২২৮
বুঢ়া আতাই বোলে বাপ গোপালে বোলন্ত পাছে
কৰিবোঁহো মঞি ভোজনক ।
শুনিয়া মাধৱদেৱে ভোজনক কৰি গৈয়া
ভুঞ্জিলন্ত পণ তাম্বলক ।।
গোপালেয়ো অনন্তৰে বুঢ়া আতাই সমন্বিতে
ভোজনক বসে কাৰণতে ।
স্নান সংস্কাৰ কৰি শ্ৰীমন্ত গোপালদেৱে
বুঢ়া আতাই সমে নশিলন্ত ।। ২২৯
আত অনন্তৰে পাছে মাধৱদেৱৰ হাতে
দুই দিন অন্নক ভুঞ্জিয়া ।
আতা দুখ পান্ত বুলি ভোজন নকৰিলা পাছে
আৰ দিনা চৰু বাৰ্হিয়া ।
মাধৱৰ গোপালৰ মিলন-চৰিত্ৰ যত
বৰ্ণাইবেক নাহিকে শকতি ।
বাতুল বালকে যেন বৰ্ণন কৰিলো মঞি
নিজ গুৰু পদে কৰি নতি ।। ২৩০
সংসাৰৰ তিনি তাপ কতেক কহিবোঁ বাপ
এহি কৃপা প্ৰভু কৰিয়োক ।
তযু পদ-পঙ্কজৰ মন মোৰ ষটপদ
মধুপান কৰিয়া থাকোক ।।

কৃষ্ণ কৃষ্ণ ৰাম নাম সৰ্ব্ব ধৰ্ম্ম অনুপাম
মোৰ মুখে আসোক সতত।
সভাসদ যত লোক হৰি হৰি বুলিয়োক
ভস্ম হুয়া যাওক পাপ যত ॥ ২৩১

---

## পদ

শুনা আত পৰে যেন কথা গোপালৰ।
গোপালৰ গুৰু-শুশ্ৰূষা
যেন মত সেৱা কৰিলন্ত মাধৱৰ ॥
প্ৰভাততে স্নান কৰি জলক আনন্ত।
গামোচা আচাৰি পাছে পীৰা পখালন্ত। ২৩২
মাধৱে স্নানক কৰি গান্ত পসঙ্গক।
পাছত গোপালো যান্ত পায়া আনন্দক ॥
আনন্দে কৰন্ত শুক পড়া ভাগৱত।
মাধৱে কৰন্ত ব্যাখ্যা সন্তোষে মনত ॥ ২৩৩
গোপালে কৰন্ত প্ৰশ্ন অনেক শাস্ত্ৰৰ।
শুনিয়া কৌতুক সব মিলে মাধৱৰ ॥
বহুল বিস্তৰ প্ৰশ্ন গোপালে কৰন্ত।
“কথা-সাগৰ”
তাতো দশ গুণ কৰি মাধৱে কহন্ত ॥ ২৩৪
কতো বেলা কথা-সাগৰ বুলিয়া মাতন্ত।
ভক্তসবে শুনি বহু আনন্দ পাৱন্ত ॥
তহিতে অনেক প্ৰশ্ন কৰিয়া থাকন্ত।
প্ৰসঙ্গ কৰিয়া পাছে গৃহক যাৱন্ত ॥ ২৩৫
গুৰু-সেৱা মহাধৰ্ম্ম দেখায়া লোকক।
গোপালে কৰিলা সেৱা দেৱ মাধৱক ॥
কতো বেলা ধৰি আনি দেন্ত ৰন্ধনক।
কতো বেলা কোম ধৰি চাপা চতালক ॥ ২৩৬

পৰম-সময়ে কতো মৰ্দ্দন্ত চৰণ ।
এহিমতে সেৱা কৰি থাকা সৰ্ব্বক্ষণ ॥
এহিমানে কথা ইটো ৰৌক ইথানত ॥
শুনা যেন তৈত কথা হৈল আত পৰ ॥ ২৩৭

চাৰিমাহ গৃহ-গমন নোহোৱাত মাতৃৰ ক্ৰোধ

গোপালক চাৰিমাস যাইবে নেদেখিয়া ।
বুঢ়ী-আইৰ তৈত বহু দুখ সম্পজিয়া ॥
পুত্ৰজ মাতৃ-ইক পাছে বলিলা বচন ।
সুন্দৰীদিয়াক তই কৰস গমন ॥ ২৩৮
মাধৱৰ আগে কথা কহিবিহি যাই ।
মোহোৰ পুত্ৰক তোগ নেনোক * ভুলাই ॥ [ * নিলেক-পাঠান্তৰ ]
দুই-ভাৰ্য্যা কোনে তাৰ কৰিবে পোষণ ।
পুৰিবেক কোনে মোৰ মিলিলে মৰণ ॥ ২৩৯
তেন্তে যেন বণ্ডাশ্ৰমী এৰো নাহিকয় ।
মোহোৰ পুত্ৰক তেনে কৰিবে খোজয় ॥
গোপালত কৰি যাই আসোক সত্বৰ ।
নুহি তেবে বিসঙ্গ * মিলিবে বহুতৰ ॥ ২৪০ [ * বিসঙ্গতি-পাঠান্তৰ ]
শুনি সূৰ্য্য আতাই তেতিক্ষণে চলিলন্ত ।
সমস্ত বৃত্তান্ত মাধৱত কহিলন্ত ॥
মাধৱে মাতিয়া আগে কন্ত গোপালৰ ।
তোমাৰ মাতৃৰ দুখ মিলিলা বিস্তৰ ॥ ২৪১
আসিছন্ত সূৰ্য্য এৰে তোমাক নিবাক ।
তোমাক নেদেখি জোনো দোষন্ত আমাক ॥
শুনিয়া গোপালদেৱে নিশ্বাস তেজিয়া ।
মনে মনে বৈল এৰো বাক্য নুবুলিয়া ॥ ২৪২
মনত বোলন্ত আই কি কাম কৰিলা ।
আতাক বচন বুলি নৰক সাধিলা ॥
মাধৱে বুলিলা বাক্য পাছে গোপালক ।
শুনিয়ো গোপাল তুমি যায়োক গৃহক ॥ ২৪৩

*ভক্তৰ আজ্ঞামতে গৃহ-গমন*

একাদশ স্কন্ধে কৃষ্ণে কহিছা নিশ্চয় ।
ভক্তিময় পুৰুষৰ গৃহে কি কৰয় ॥
শ্ৰৱণ কীৰ্ত্তন ভক্তি গৃহতে কৰিবা ।
পক্ষে-মাসে ঐকে লাগি আসি পুনু যাইবা ॥ ২৪৪
শুনিয়া গোপালে দুখমনে উঠিলন্ত ।
মাধৱদেৱক গৈয়া সেৱা কৰিলন্ত ॥

*শ্ৰীৰাম আদিৰ শোক*

বুঢ়া আতাই আসি পাছে সাৱটি ধৰিলা ।
দুয়োজনে কতো বেশি ক্ৰন্দন কৰিলা ॥ ২৪৫
সমস্তে লোকৰ দেখি দুখ সম্পজিল ।
কথাসাগৰ যায় বুলি কান্দিবে লাগিল ॥
গোপালে সবাকো পাছে কৰি সম্বোধন ।
ভৱানীপুৰক লাগি কৰিলা গমন ॥ ২৪৬
সৰ্ব্বলোকে গৈয়া পাছে আগবঢ়াইলন্ত ।
কষ্টমনে গোপালো গৃহক পাইলন্ত ॥
বুঢ়ী-আই আপোনাৰ পুত্ৰক দেখিয়া ।
কষ্টমনে বৈল একো বাক্য নুবুলিয়া ॥ ২৪৭
গোপালো গৃহত এহিমতে ৰহিলন্ত ।
ভক্তসমে দুইবেলা প্ৰসঙ্গ কৰন্ত ॥
ভক্তসৱসমে বহে এক থান হুয়া ।
মাধৱদেৱৰ কথা থাকন্ত কহিয়া ॥ ২৪৮

*বুঢ়ীআইৰ ভৎসনা*

বুঢ়ী-আই দেখি তাক মনে নসহয় ।
ভকতসবক বহু ভৰ্ৎসন কৰয় ॥
গোপালকো ৰাত্ৰিদিনে কৰন্ত ভৰ্ৎসন ।
জীৱিকাৰ কৰ্ম্মক নাহিকে তোৰ মন ॥ ২৪৯
বৰপেটা মাধৱ-আতা বিনে আন নাই ।
হৰিকথা হৰি-নাম গাৱস সদায় ॥
কতো বেলা উপদ্ৰৱ কৰা মাধৱক ।
তান শিক্ষা পায়া তই তেজিলি গৃহক ॥ ২৫০

মাতৃৰ শুনিয়া বাক্য দুখ গোপালৰ।
অহিত থাকিলে দুখ মিলিবে বিস্তৰ॥
এহি আলচিয়া প্ৰভাতেতে উঠিলন্ত।
মাধৱদেৱৰ ঠাইক যাইবাক খোজন্ত॥ ২৫১
বুঢ়ী-আই যাইবে দেখি নিষেধ কৰন্ত।
টোপোলা লোটাক কাঢ়ি লৈবাক খোজন্ত॥
গোপালেও টোপোলাক এৰিয়া নেদিলা।
শুনি আই ক্ৰোধ কৰি চাপৰ মাৰিলা॥ ২৫২
গোপালেও বহু মনে কণ্টক লভিলা।
ভোজন নকৰি কষ্টে শয়ন কৰিলা॥
পুনৰ গৃহত্যাগ — আউৰ দিনা প্ৰভাতেতে উঠি লৰিলন্ত।
ধান চাওঁ বুলি বৰপেটাক গৈলন্ত॥ ২৫৩
মনপুৰ মমাৰ ঠাইত কৰি ভোজনক।
অনন্তৰে গৈয়া নমিলন্ত মাধৱক॥
মাধৱে দেখিয়া পাছে পুছিবে লাগিলা।
শুনিয়ো গোপাল তুমি কুশলে আসিলা॥ ২৫৪
আপুনাৰ সুখ-দুখ একো নকহিয়া।
ৰহিলন্ত মাধৱৰ সেৱাক কৰিয়া॥
চাৰিদিন মান থাকি আলচি মনত।
মাতৃৰ চিত্ত-পৰিবৰ্ত্তনৰ ব্যৱস্থা — বোলন্ত ভ্ৰমিয়া আসোঁ গৈয়া পশ্চিমত॥ ২৫৫
মাতৃক মুহিবে লাগি ইচ্ছা কৰিলন্ত।
গুদুৰি * কন্থাক যত্নে কৰিয়া লৈলন্ত॥
কমণ্ডলু খনতাক প্ৰজনা কৰিলা।
দেখি বুঢ়া আতাই মাধৱত জান দিলা॥ ২৫৬
গোপাল পুতলি বাপ যায় বিদেশক।
শুনিয়া মাধৱে মাতি আনি গোপালক॥

* গুদুৰি—ফটা-ছিটা কাপোৰ-কানি।

বোলন্ত কিসক তযু বৈৰাগ্য মিলিল।
গোপালে মাতৃৰ বহু বৃত্তান্ত কহিল॥ ২৫৭
মোহোক নপাইলে দুখ লভিব মনত।
সিকাৰণে বোলোঁ ভ্ৰমি ফুৰোঁ আ ৰাজ্যত॥
মাধৱে বোলন্ত তযু নযাবে গ্ৰামতে।
উপায় কৰিলে কাৰ্য্য সিজিব এতিতে॥ ২৫৮
মাধৱে তেখনে যদুমণিক পঠিলা।
বুঢ়ী আইত যদুমণি সমস্ত কহিলা॥
শুনা আই তযু পুত্ৰে বিদেশ কৰন্ত।
শুনি বুঢ়ী-আই তেতিক্ষণে লৰিলন্ত॥ ২৫৯
আকুলে ক্ৰন্দন কৰি নায় মাধৱক।
বোলন্ত ইবাৰ বাপ ৰাখা গোপালক॥
মাধৱে বোলন্ত তযু পুত্ৰ নৰহন্ত।
তোমাতে সে দুখে গৃহবাসক তেজন্ত॥ ২৬০
কমণ্ডলু কন্থা খনতাক আনাইলন্ত।
তাক দেখি বুঢ়ী-আই কান্দিবে লৈলন্ত॥
কান্দি কান্দি মাধৱক বাক্য বুলিলন্ত।
শুনা বাপ গোপালক যাইবে নেদিবন্ত॥ ২৬১
মাধৱে বুলিলা ভাল বুলিলা বচন।
হৰি-মন্দিৰত পশি লৈয়োক শৰণ॥

বুঢ়ী-মাৰো ভকতীয়া হ'ল

শুনি বুঢ়ী-আই তেতিক্ষণে উঠিলন্ত।
হৰি-মন্দিৰত শীঘ্ৰে গৈয়া নমিলন্ত॥ ২৬২
মাধৱৰ বাক্যে বুঢ়ী-আইৰ মুহি মন।
ঈশ্বৰৰ চৰণত লৱাইলা শৰণ॥
নমি বুঢ়ী-আই মাধৱৰ চৰণত।
কান্দিলন্ত গোপালৰ ধৰিয়া গলত॥ ২৬৩
গোপালেও উঠিয়া মাতৃক নমিলন্ত।

গুৰুৰ আজ্ঞাত পুনৰ গৃহ-গমন

মাধৱৰ আজ্ঞা পাই গৃহক গৈলন্ত॥
বুঢ়ী-আই সেহি ধৰি একো ভোৰোলন্ত।

গোপালো প্ৰসঙ্গ কৰি আনন্দক পান্ত ॥ ২৬৪
মাধৱদেৱৰ বাক্য শিৰত ধৰিয়া।
আঠ দিন দশ দিন গৃহত থাকিয়া ॥
সুন্দৰীদিয়াক প্ৰান্ত যাহন্ত লৰিয়া।
মাধৱদেৱৰ সেৱা থাকন্ত কৰিয়া ॥ ২৬৫

অবাধে দীৰ্ঘকাল গুৰু-সেৱা

দুই মাস তিনি মাস কৰি বঞ্চনক।
ৰাখিবে নপাৰি মাধৱৰ বচনক ॥
দুই-চাৰি দিন গৈয়া গৃহত বঞ্চন্ত।
পুনৰ্ব্বাৰ মাধৱৰ থানক আসন্ত ॥ ২৬৬
এহিমানে কথা এত থৌক গোপালৰ।
শুনা বিষ্ণু-আতাইৰ চৰিত্ৰ ৰুচিকৰ ॥

* * * *

শুনা আত অনন্তৰে আৰো চৰিত্ৰক ॥
সুন্দৰীদিয়াত সুখে মাধৱ আছন্ত।

মাধৱদেৱৰ সুন্দৰীদিয়া ত্যাগ

ভক্তসবে সেৱা কৰি আনন্দে থাকন্ত ॥ ২৭৭
যতেক গ্ৰামিক লোক সুন্দৰীদিয়াৰ।
শুনিল মাধৱে প্ৰবৰ্ত্তয় অনাচাৰ ॥

* * * *

আপুনি মাধৱে নিন্দা-বাক্য শুনিলন্ত।
অসন্তোষে ভকতসবত কহিলন্ত ॥ ২৮০
শিষ্য হয়া গুৰু-বাক্য উপেক্ষা কৰয়।
সিসব থানত থাকিবাক যোগ্য নয় ॥
ভক্তসব সংগে পাছে যুক্তি কৰিলন্ত।

কণ্ঠভূষণৰ দৃহলৈ-গমন

কণ্ঠভূষণক দেখিবাক লৰিলন্ত ॥ ২৮১
গোপাল শ্ৰীৰাম ৰামদাস জনাৰ্দ্দন।
বৰ যদু জগন্নাথ বিষ্ণু সনাতন ॥
গোবিন্দ পৰমানন্দ ৰাম শুভঙ্কৰ।
অনন্ত অচ্যুত বলভদ্ৰ হৰিহৰ ॥ ২৮২

মনপুৰ কেশৱ কৃষ্ণ আৰু লক্ষ্মীকান্ত।
এহিসৱ লোক মাধৱৰ লগে যান্ত॥
অনন্তৰে তিনি দিন সমীপ পাইলন্ত।
মাণ্ডৰী-গ্ৰামত পা বেশ ভৈলন্ত॥ ২৮৩
ৰাজগুৰু হৰিমূৰ্ত্তি পূজা কৰিলন্ত।
সিবেলা মাধৱ আসিবাৰ শুনিলন্ত॥
কৰবীৰ পুষ্প ৰাখি মূৰ্ত্তিক দিলন্ত।
আথেবেথে মাধৱক আগবাঢ়িলন্ত॥ ২৮৪
অনন্তৰে ৰাজগুৰু মাধৱক দেখি।
সাৱটি ধৰিলা গৈয়া কাহাকো নাপেক্ষি॥
মাধৱে সাৱটি ধৰি আহ্বান কৰিলা।
কণ্ঠভূষণক পাছে সম্বুধি বুলিলা॥ ২৮৫
শুনিছোঁ আপুনি হৰি-মূৰ্ত্তি পূজিছন্ত।
অৰ্চ্চনক এৰি কেনে ঐকে আনিলন্ত॥
পূজা সম্পৰ্কে ৰাজগুৰু
ৰাজগুৰু বোলে বাপ শুনা শাস্ত্ৰ-নয়।
তোমাক নপাইলে পূজা কৰিবে লাগয়॥ ২৮৬
পূজাত কৰিয়া শ্ৰেষ্ঠ সেৱা মহন্তৰ।
পূৰ্ব্বাপৰ যুক্তি ইটো মহন্তসৱৰ॥
শুনিয়া মাধৱদেৱে একো নুবুলিলা।
ৰাজগুৰু সাৱটিয়া ভিতৰক নিলা॥ ২৮৭
ভিতৰক নিয়া পাছে আসন দিলন্ত।
ভকতসৱক অনুক্ৰমে বৈসাইলন্ত॥
তৈল দিয়া মাধৱক স্নান কৰাইলন্ত।
ভকতসবে ক্ৰমে স্নান কৰি আসিলন্ত॥ ২৮৮
প্ৰথমতে দিলা নিয়া দুগ্ধ-সন্দেশক।
মাধৱ সহিতে পাছে কৰি ভোজনক॥
তাম্বুল ভোজন কৰি চতালে বসিলা।
আসিবাৰ কথা গুৰু সুধিবে লাগিলা॥ ২৮৯

কিম্বা প্ৰয়োজন যাগ তথ আগমন।
শুনিয়া মাধৱদেৱে বুলিলা বচন ॥
আসিলোঁ তোমাক আৰে দেখিবাক প্ৰতি।
কণ্ঠভূষণৰ শুনি প্ৰসন্ন ভৈল মতি ॥ ২৯০
গদ গদ কৰি পাছে বাক্য বুলিলন্ত।
আমাৰ ভাগ্যক কোনে কৰিবেক অন্ত ॥
সৰ্পৰ কোটৰ সম গৃহ আমাসাৰ।
পৰম মহন্ত তুমি জগততে সাৰ ॥ ২৯১
আমাৰেসে তোমৰাক লাগে দেখিবাক।
মহাভাগ্যে দৰশন ভৈলোঁ তোমাসাক ॥
এহিবুলি ৰাজগুৰু মৌনে ৰহিলন্ত।
অন্ন-ভোজনক লাগি যুক্তি কৰিলন্ত ॥ ২৯২
মাধৱদেৱক লাগি এক পাগ দিলা।
ভকতসমস্তক লাগি গোপালে ৰান্ধিলা ॥
এহিমতে সৰ্ব্বলোক ভোজন কৰিলা।
প্ৰসঙ্গ কৰিয়া পাছে শুতিয়া ৰহিলা ॥ ২৯৩

* * * *

এহিমতে যাত্ৰা কৰিলন্ত সমাপত।
সিথানত আছে অভকত লোক যত ॥ ৩০৭
মাধৱৰ তেজে সমস্তক ধৰষিল।
ঈশ্বৰৰ চৰণত শৰণ পশিল ॥

কণ্ঠভূষণ গৃহত ছমাহ বাস

এহিমতে ছয়মাস সুখে আছিলন্ত।
কণ্ঠভূষণক পাছে বাক্য বুলিলন্ত ॥ ৩০৮
যাইবোঁহো গৃহক আমি বিদায় দিয়োক।
শুনি কণ্ঠভূষণৰ জ্বলি গৈল শোক ॥

* * * *

গদ গদ বাক্যে তান্ত বিদায় কৰিয়া।
মাধৱো গৃহক পাছে গৈলন্ত লৰিয়া ॥ ৩১৩
ৰবাপেটাক পঠাই পাছে নটুৱাসৱক।

গোপালৰ গৃহলৈ মাধৱদেৱৰ যাত্ৰা

মাধৱ লৈলন্ত লগি ভৱানীপুৰক ॥
ভকতসৱ সমন্বিতে গোপাল-গৃহত ।
ৰহিলা মাধৱদেৱ আনন্দে মনত ॥ ৩১৪
প্ৰভাততে উঠি বসি হৰিমন্দিৰত ।
দুয়ো-বেলা প্ৰসঙ্গ কৰন্ত নিত্যাগত ।
মধুলিকা অমৃত যে কৰৰ গৃহত ।
প্ৰহৰেক ৰাত্ৰিমানে শুনা ভাগৱত ॥ ৩১৫
অমন্তকন্দলী তৈকে লাগিয়া ভাসন্ত ।
দুয়োজনে ভাগৱত চৰ্চ্চাক কৰন্ত ।

গোপালৰ গৃহত আনন্দেৰে দুমাহ

গোপালৰ গৃহে আসি কৰিয়া ভোজন ।
পৰম সন্তোষ মনে কৰন্ত শয়ন ॥ ৩১৬
গোপালে কৰন্ত প্ৰশ্ন মাধৱে কহন্ত ।
সৰ্ব্বলোকে কৰ্ণ পাতি শুনিয়া থাকন্ত ॥
এহিমতে আনন্দতে দুয় মাস গৈল ।
শুনা আত পৰে পাছে যেন কথা ভৈল ॥ ৩১৭
বৰপেটা নিবাসী আছয় লোক যত ।
মাধৱক নিবে লাগি আসিল সমস্ত ॥
প্ৰণামিয়া মাধৱক ভৱানীপুৰত ।
সৰ্ব্বলোকে বসিলন্ত হুয়া ভক্তিনত ॥ ৩১৮
কিসক আসিলা বুলি মাধৱে পুছিলা ।
সৰ্ব্বলোকে বৰপেটা যাইবাক ধৰিলা ॥
সমুধি বোলয় যাব লাগিবাক লাগয় ।
আপুনি গৈল সে সমস্তৰে ৰঙ্গ হয় ॥ ৩১৯

পুনৰ বৰপেটালৈ গমন

মহন্তে তেজিলে থান শ্মশানৰ নয় ।
আপুনি নভৈলে লোক শোভা নকৰয় ॥
তাসম্বাৰ অনুৰাগ স্নেহক দেখিয়া ।
ভকতসমে শ্ৰীমন্ত মাধৱে আলচিয়া ॥ ৩২০
অনন্তৰে পাছে বৰপেটাক গৈলন্ত ।
নিৰ্ম্মিয়া গৃহক তৈতে বাসা কৰিলন্ত ॥

ভকতসবক লাগি হাটী সজাইলন্ত ।
সবাকো মাতিয়া নামঘৰ নিৰ্ম্মিলন্ত ॥ ৩২১
তিনিও প্ৰসঙ্গ নিতে কৰা অবিৰত ।
ৰহিলা মাধৱদেৱ আনন্দে মনত ॥
সুন্দৰীদিয়াৰ লোক সমস্তে শুনিলা ।
শ্ৰীমন্ত মাধৱ বৰপেটাক আসিলা ॥ ৩২২
স্ত্ৰী-বাল্য-বৃদ্ধআদি কৰি লোক যত ।
মাধৱৰ পাশে আইল হুয়া অৱনত ॥
বসিছা মাধৱদেৱ হৰি-মন্দিৰত ।
সেহিবেলা আসি তৈত ভৈল উপগত ॥ ৩২৩
নাম লৈয়া ভাগৱত হৈবে সময়ত ।
কান্দিবে লাগিলা সবে পৰি দুৱাৰত ॥

সুন্দৰীদিয়াৰ ভকতৰ অপৰাধ-ভঞ্জন

কান্দিবাক দেখি গোপালৰ দিকি চাই ।
কিসক কান্দয় তুমি সুধিয়োক যাই ॥ ৩২৪
কান্দিবাক দেখি পাছে মাধৱে বুজিলা ।
কিসক ক্ৰন্দন কৰা সমুধি পুছিলা ॥
সবে বোলে অপৰাধ হুয়াছে আমাৰ ।
কৰিয়োক ক্ষমা বাপ চৰণে তোমাৰ ॥ ৩২৫
আমাৰ সমান দোষী নাহিকয় আন ।
ক্ষমাকৰ্ত্তা নাহি আন তোমাৰ সমান ॥
যিটো লোকে আপুনাক মন্দ বুলিছয় ।
তাসবাৰ দোষ ক্ষমা কৰিবে লাগয় ॥ ৩২৬
শুনিয়া মাধৱদেৱ সদয় ভৈলন্ত ।
নামঘৰ-ভিতৰক আসিবে দিলন্ত ॥
বসিলন্ত সবে আসি কৰি নমস্কাৰ ।
মাধৱে বোলন্ত দোষ ক্ষমিলো ইবাৰ ॥ ৩২৭
শুনি সৰ্ব্বলোকে বহু আনন্দ লভিলা ।
মাধৱক প্ৰণামিয়া গৃহক আসিলা ॥

## ঢুলাৰি

আত অনন্তৰ কথা মনোহৰ
শুনা সভাসদ যত ।
লখমণ লখমণ চাৰন দাৰ নাম তান
চাৰণদাৰ প্ৰখ্যাত সবে লোকত ॥
"মাধৱদেৱত শৰণ পশিয়া
উপদেশ শুনিলন্ত ।
আপুন থানক নিবে ইচ্ছা কৰি
মৰপেটাক আসিলন্ত ॥ ৩৩০
মাছৰি নাৱক ঘাটত বান্ধিয়া
শীঘ্ৰ কৰি উঠিলন্ত ।
মাধৱদেৱক প্ৰণাম কৰিয়া
এক পাশে বসিলন্ত ॥
মাধৱে পুছিলা শুনিয়ো লখণ
আসিলা কোন আশয় ।
চাৰণদাৰে বোলে আমাৰ স্থানক
যাইবাক বাপ লাগয় ॥ ৩৩১
ভক্ত সমন্বিতে আপুনি গৈলে সে
থানৰ হোৱে মুকুতি ।
আনো বহুলোকে শৰণ পশিবে
কৰিছে বাপ যুগুতি ॥
মাধৱে বোলন্ত শুনা লখমণ
কৰিছা ভাল ইচ্ছাক ।
আগধৰি মঞি দক্ষিণ কোলক
কৰিছোঁ মন যাইবাক ॥ ৩৩২

সিটো লোক খান     বহু অভকত
হৰি হেন নজানয় ।
বিমুখ লোকক     সমুখ কৰিবে
মোহোৰ ইচ্ছা আছয় ॥
ভকতসৱক     মতায়া অনায়া
তেখনে যুক্তি কৰিলা ।
প্ৰভাততে স্নান     ভোজন কৰিয়া
বাহুৰি নাৱে উঠিলা ॥ ৩৩৩

দক্ষিণকূললৈ গুৰুজনাৰ লগত গোপালৰ নৌকা-যাত্ৰা

আন নাৱে উঠি     চাৰন্দাৰে সমে
ঠাকুৰ যে নাৰায়ণ ।
মাধৱৰ সঙ্গে     তেখনে চলিলা
আনন্দ কৰিয়া মন ॥
আসনৰ নাম     ভাগে গৈয়া পাছে
গোপালেও উঠিলন্ত ।
উদাৰ গোবিন্দে     সেহি সময়ত
গোপালক নমিলন্ত ॥ ৩৩৪
গোপালে দেখিয়া     ক্ৰোধ কৰি পাছে
'পাম পাম' বুলিলন্ত ।
শ্ৰীমন্ত মাধৱে     গোপালক চাই

গোপালৰ প্ৰতি গুৰুজনাৰ অসন্তোষ

অসন্তোষে ৰহিলন্ত ॥
প্ৰহৰেক মানে     গোপালৰ সমে
সম্ভাষণ নকৰিয়া ।
শ্ৰীমন্ত মাধৱে     ব্ৰহ্মপুত্ৰ পাই
বাহুৰি নাৱে উঠিয়া ॥ ৩৩৫
গোপালো মনত     অসন্তোষে থাই
তাৰ বুজি মাধৱৰ ।
সেহি সময়ত     মাধৱে পুছিলা
মুখ চাই গোপালক ॥

শুনিয়ো গোপাল 'পাম পাম' ডাক
বুলিলাহা গোবিন্দক।
সাফল কৰিবে পাইলা কি নপাইলা
কহিয়ো সিটো বাক্যক॥ ৩৩৬
শুনিয়া গোপালে অৱনত কৰি
কহিবে কাৰণ হৈলা।
গোবিন্দ আতাই নেদেখায়া মোক
প্ৰণাম যাতো কৰিলা॥
চল পাইলে মঞি গোবিন্দ আতাইকো
কৰিবোঁহো নমস্কাৰ।
সিকাৰণে মঞি 'পাম পাম' মাক
বুলিলোঁহো দুই বাৰ॥ ৩৩৭
আত এক যদি দোষ আছে বাপ
কহিবে লাগে আমাত।
মাধৱে বোলন্ত শুনিয়ো গোপাল
কহিবোঁ কথা তোমাত॥
নিষ্ঠুৰ বাক্যৰ বাবে দোষণ
'পাম পাম' বুলি নিষ্ঠুৰ প্ৰকাৰে
বুলিলা তুমি বচন।
সি কাৰণে দোষ সিজিল তোমাত
কহিলোঁ মঞি কাৰণ॥ ৩৩৮
শুনিয়া গোপালে নমি মাধৱক
অপৰাধ মাগিলন্ত।
অপৰাধ-ভঞ্জন
গোবিন্দ আতাইকো সাৰটি ধৰিয়া
প্ৰিয়বাক্য বুলিলন্ত।
এহিমতে পাছে শ্ৰীমন্ত মাধৱে
মালঞ্চ গ্ৰামক পাই।
ভক্ত সমন্বিতে আনন্দে ৰহিলা
চাৰন্দাৰ গৃহে যাই॥ ৩৩৯

* * * *

আপুনি মাধৱে বন্ধন কৰন্ত
গোপালো আছা লগত।
বুঢ়া কৈক গৈল বুলিয়া মাধৱে
সুধিলন্ত গোপালত ॥
শুনি তেতিক্ষণে বুঢ়া শ্ৰীৰামক
মাতিয়া শীঘ্ৰে আনিলা।
এত বেলি তৈত কি কৰাশ বুলি
মাধৱে তেন্তে পুছিলা ॥ ৩৫২
বঢ়া আতাই বোলে হুইছিলোঁ কথা
সঙ্গত সিদ্ধবৰৰ *।
মাধৱে বোলন্ত বেশধাৰী সিটো
যোগ্য নুহি আলাপৰ ॥
বুঢ়া আতাই বোলে পৰম বিশিষ্ট
বিৰকত লোকজন।
গোপালক চাই মাধৱ ৰহিলা
নুবুলি একো বচন ॥ ৩৫৩

* * * *

মাধৱৰ বৰপেটালৈ প্ৰত্যাগমন

এহিমতে তৈত দিনা চাৰি থাকি
সম্বুধি লোকসবক।
বৰপেটাক লাগি মাধৱো আসিলা
আনন্দে নিজ গৃহক ॥ ৩৫৫

* * * *

---

* সিদ্ধবৰ নামেৰে প্ৰখ্যাত হৈ উঠা এজন বৈৰাগী লোকে পৰম বিৰক্ত ভক্তৰ ভাও ধৰি শ্ৰীৰামৰ নিচিনা একান্ত ভক্তৰো মন আকৰ্ষণ কৰাত, মাধৱদেৱে তেওঁক এইদৰে প্ৰথমতেই সতৰ্ক কৰি দিব লগীয়া হৈছিল। কিছু দিনৰ পিছত সিদ্ধবৰে মূল্যবান কাপোৰ-কানি পিন্ধি বিষয়ী লোকবোৰৰ অহঙ্কাৰত ওফন্দি উঠা দেখি, তেওঁৰ অধঃপতনৰ কাৰণ সম্পৰ্কে শ্ৰীৰামক বুজনি দি, "মাধৱে বোলন্ত গুৰুমুখে ইটো, উপদেশ নুশুনিল। এতেকে সে আৰ, বিষয়ক পায়া, চিত্তগোট বিহৰিল ॥ ৩৯৫। —সম্পাদক।

# ছবি

গোপালৰ সংগত কঙ্কিলাৰ জগন্নাথ বিপ্ৰ

কঙ্কিলা গ্ৰামত থাকা    জগন্নাথ নাম তান
বিষয়ত হুয়া বিৰকত।
গোপালৰ সঙ্গে যাই    মাধৱৰ চৰণত
শৰণক লৈছন্ত পূৰ্ব্বত॥
একদিনা গোপালে আসি    বৰপেটা যাইবে প্ৰতি
তাহান গৃহত ৰহিলন্ত।
গোপালক আসিবাৰ    দেখি জগন্নাথ গুৰু
পৰম আনন্দ লভিলন্ত॥ ৩৬২
অনন্তৰে দুইজনে    একে আসনত বসি
হৰি-গুণ গাইবে লাগিলন্ত।
গীত নাম গায়া আগে    পুস্তক পঠন কৰি
পাছে ভোজনক কৰিলন্ত॥
কঙ্কিলাৰ গুৰু পাছে    গোপালক সম্বুধিলা
শুনা বাপ বোলোঁহো তোমাক।
তযু সঙ্গে যাইবে লাগি    মোহোৰ হৈয়াছে ইচ্ছা
আতাৰ চৰণ দেখিবাক॥ ৩৬৩
কিছুমান দুগ্ধ মাত্ৰ    খিৰিষা কৰিয়া লওঁ
আজি ৰাতি এতে থাকিয়োক॥
গোপালে বোলন্ত গুৰু    ভাল ভাল থাকিবোঁহো
শীঘ্ৰ কৰি যত্ন কৰিয়োক॥
কঙ্কিলাৰ গুৰু পাছে    শীঘ্ৰ কৰি উঠি যায়া
এক ঘটি দুগ্ধ আনিলন্ত।
আপুনি জালক কৰি    নবীন চৰুক ভৰি
ঘন খিৰিষাক কৰিলন্ত॥ ৩৬৪
নবীন চৰুত থৈয়া    উপৰত ঢাকি পাছে
আৰোতালা প্ৰৱেশি থৈলন্ত।

মধুৰিকা মেলা পাছে দুয়োজনে ঘৰে বসি
হৰিসেৱা কৰিবে লৈলন্ত ॥
এহিমতে দুয়োজনে প্ৰত্যেক ৰাত্ৰিমানে
প্ৰসঙ্গক আনন্দে কৰিয়া ।
ভোজন কৰিয়া পাছে শয্যা ৰিৰচন কৰি
একসঙ্গে থাকিল শুতিয়া ॥ ৩৬৫
তৃতীয় প্ৰহৰ গৈলে ঘুমটিৰ উঠি গুৰু
নাম গাইবে আনন্দ লৈলন্ত ।
আনন্দে চাপৰি বাজ্ত বসি মুখে মান গান্ত
গোপালেও শুতিয়া শুনন্ত ।

নাম-লুব্ধ মামলুব্ধ ভগৱন্ত চাপৰিৰ ছেৱে আসি
ভাগৱতৰ আগে নৃত্য কৰিবে লৈলন্ত ।
আবিৰ্ভাৱ মৈৰা-পাখি বেতবেণু নীল-উৎপল-তনু
ভঙ্গীভাৱ কৰিয়া নাচন্ত ॥ ৩৬৬
দেখি ঈশ্বৰৰ ভাৱ ৰোমাঞ্চিত সৰ্ব্বগাৱ
গুৰু ৰঙ্গে চাহি আছিলন্ত ।
মুখে সুমধুৰ হাসি নৃত্যৰ ছেৱত আসি
খিৰিচাক দৃষ্টি কৰিলন্ত ॥
এহিমানে নাচি আসি বাবৰ সমীপ চাপি
হাত মেলিলন্ত খিৰিচাক ।
দেখি গুৰু বোলে প্ৰভু আতাক লাগিয়া থৈছোঁ
নলাগয় তযু ভুঞ্জিবাক ॥ ৩৬৭
ৰাধাক নগণি পাছে একহাতে চক্ৰ ধৰি
আউৰ হাতে পাত ফুটাইলন্ত ।
ভকতবৎসল হৰি ভকতক কৃপাকৰি
পৰম আনন্দে ভুঞ্জিলন্ত ॥
ভকতৰ আগত পাছে দুগ্ধক ভোজন কৰি
অন্তৰ্দ্ধান ভৈলা দেৱ হৰি ।

গোপাল নিদ্ৰাত আছা দেখি গুৰু বুলিলন্ত
উঠিয়োক বাপ শীঘ্ৰ কৰি ॥ ৩৬৮
গোপালেও উঠিলন্ত দেখি গুৰু বুলিলন্ত
কৃষ্ণে দুগ্ধ যিমতে ভুঞ্জিলা ।
পাত ফুটাইবাৰ শব্দ মযো শুনিলোঁহো বুলি
হাস্য কৰি গোপালো ৰহিলা ॥
পাত মেলি দেখিলন্ত আঙ্গুলিৰ চিহ্ন আছে
বুলিলন্ত বাপ শুনিয়োক ।
ইটো দুগ্ধ আধা ভৈল নিবোঁ কি নিনিবোঁ আক
আপুনি বচন বুলিয়োক ॥ ৩৬৯
গোপালেও বুলিলন্ত এহি দুগ্ধ লৈয়া চলা
কিঞ্চিতেকো আত দোষ নাই ।
প্ৰভাতেত দুয়োজনে স্নান ভোজন কৰি
মাধৱৰ স্থান পাইলে যাই ।
দুয়োজনক দেখি পাছে মাধৱে বুলিলা বাক্য
'আধা দুগ্ধ খুৱাইবে আনিলা' ।
ৰাত্ৰিৰ বৃত্তান্ত তথা দুগ্ধ-ভোজনৰ কথা
সাৰশেষে মাধৱো কহিলা ॥ ৩৭০
কহিলাৰ গুৰু পাছে মাধৱৰ বাক্য শুনি
সীমা আৰ নাই আনন্দৰ ।
দুগ্ধ ভুঞ্জিলাহা তেত কিমতে জানিলা ঐত
জানিলোঁহো এহন্তে ঈশ্বৰ ॥
পাছে আগবাঢ়ি গৈয়া মাধৱে হাতত লৈয়া
প্ৰসাদক কৰিলা সাদৰ ।
শুনিয়োক ভকতলোক পৰম প্ৰসাদ ইটো
জানিবাহা ঈশ্বৰ কৃষ্ণৰ ॥ ৩৭১
জগন্নাথ আদি কৰি প্ৰতিমাসবক জানা
নৈবেদ্যক কৰে নিবেদন ।

যুক্তি হেন ঈশ্বৰৰ  কৈতো হেন মতু শুনি
সাক্ষাতে কৰয় ভোজন ॥
ভক্তৰে  ইটো মন-খিৰিষাক  আপুনি ঈশ্বৰে আসি
নৈবেদ্য  ভুজিলন্ত কৃপায়ে ভক্তক ।
খিৰিচা  শ্ৰীমন্ত মাধৱদেৱে  অল্প অল্প কৰি পাছে
প্ৰসাদ  দিবে লৈলা ভক্তসমস্তক ॥ ৩৭২
ভোজন  প্ৰসাদৰ নাম শুনি  সৰ্ব্বলোকে আসি তেতে
লৈল বহু কৰি আদৰণ ।
শ্ৰীমন্ত মাধৱদেৱে  হৰিধ্বনি কৰি পাছে
ভক্তসমে কৰিলা ভোজন ॥
আপুনি গোপালে পাছে  মাধৱক প্ৰণামিয়া
গুৰুসমে কণ্ঠত বসিলা ।
ধন্য কৰিলাৰ গুৰু  ভাল তযু শুদ্ধ মতি
বুলি ভক্তসবে প্ৰশংসিলা ॥ ৩৭৩
শ্ৰীমন্ত গোপালে পাছে  কৰিলাৰ গুৰুসমে
দিনা চাৰি তহিতে আছন্ত ॥
স্নানক কৰন্ত পাছে  নিৰ্জ্জন সময় দেখি
গোপালত যুক্তি পুছিলন্ত ॥
তিনিকুৰি ৰূপ ৰূপ  মোহোৰ হাতত আছে
দিবে খোজোঁ আতাৰ হাতত ।
যাত্ৰা কৰিবাক প্ৰতি  আতাক বুলিবে খোজোঁ
কহিলোঁহো মোৰ অভিমত ॥ ৩৭৪
শুনিয়া গোপালে পাছে  সম্বুধিয়া বুলিলন্ত
ভাল গুৰু উত্তম আশয় ।
কিন্তু এক খানি কথা  যাত্ৰা কৰাইবেক প্ৰতি
গোপালৰ  বুলিবে তোমাৰ নালাগয় ।
নিৰ্গুণ  গুৰুৰূপী ঈশ্বৰক  কৰ্ত্তা মানি আছোঁ আমি
পৰামৰ্শ  তান আগে কৰি নিবেদন ।

এহি ধন জানি বাপ যেত লাগে লগাৱোক

এহিমানে বুলিবা বচন ॥ ৩৭৫

সেহ্য ঈশ্বৰক আজ্ঞা বচন বুলিবে যোগ্য

এহি যুক্তি শাস্ত্ৰ-মহত্তৰ ।

স্নান কৰি অমন্থৰে আগ পাছ কৰি পাছে

সমীপে আসিলা মাধৱৰ ॥

গোপালক দেখি পাছে মাধৱে বুলিলা বাক্য

কহোঁ যুক্তি যিবা আলচিলা ।

যাত্ৰা কৰিবাক প্ৰতি গুৰুৰ হৈয়াছে মতি

মাধৱৰ তাক তুমি সাধাক কৰিলা ॥ ৩৭৬

সৰ্বজ্ঞ ভাৱ দেখিয়া সৰ্বজ্ঞ ভাৱ ৰোমাঞ্চিত সৰ্ব্ব গাৱ

কৰিলাৰ গুৰু কান্দিলন্ত ।

আপুনাৰ গৃহে যাই তিনিকুৰি ৰূপ আনি

মাধৱৰ আগতে দিলন্ত ॥

সম্বোধন কৰি পাছে মাধৱে বুলিলা বাক্য

গুৰু ৰূপ কিসক আনিলা ।

গোপালৰ কহিলাৰ গুৰু বোলে যেত লাগে লগাৱোক

প্ৰতি এহি বুলি এৰোঁ তুষ্ট বুলিলা ॥ ৩৭৭

গুৰুজনাৰ নিৰ্গুণ বচন ইটো গোপালে সে শিখাইলন্ত

প্ৰশংসা মাধৱে প্ৰশংসি বাৰম্বাৰ ।

কহিলা গুৰুৰ ধনে যাত্ৰা কৰাইবাক মনে

অনাইলন্ত অনেক সম্ভাৰ ॥

পাৰিজাত- পাৰিজাত-হৰণৰ কথা সবে মনোহৰ

হৰণ নটুৱাসবক শিখাইলন্ত ।

যাত্ৰা অগ্ৰজৰ সমীপত নিৰ্ম্মিলা সম্ভাৰ চয়

পাছে যাত্ৰা কৰিবে লৈলন্ত ॥ ৩৭৮

* * * * *

## ঢুলাৰি

কৰিলা-গুৰুৰ চৰিত্ৰসৰক
শুনিলাহা নিৰন্তৰ। *
বন্দীন গৃহক যিমতে নিৰ্ম্মিলা
শুনা কথা আতপৰ ॥

বন্দীনগৃহ নিৰ্ম্মাণাৰ্থে গোপালৰ প্ৰতি আজ্ঞা

মাধৱে বোলন্ত শুনিয়ো গোপাল
ভৱানীপুৰক যাই।
বাহুহাত লৈয়া চওঁতি কাটিয়া
আনিবাহা ভাল চাই ॥ ৩৮৪

মাধৱৰ আজ্ঞা শিৰত ধৰিয়া
গোপালো চলি গৈলন্ত।
দুই * গোটা চৌতি কাটিয়া চাকিয়া
নায়ে ভৰি লৰিলন্ত ॥ [ * চাৰি-পাঠান্তৰ ]
আপুনি গোপালে গুৰিত উঠিয়া
বৈঠা ধৰি চলিলন্ত।
দৈইবৰ সৰ্য্যা আতাই দুজন
অগ্ৰভাগে উঠিলন্ত ॥ ৩৮৫

গুৰুজনাৰ সহানুভূতি

প্ৰহৰেক ৰাত্ৰি আছন্তে লৰিলা
ৰৰাপেটা পাইলে মনে।
সি ঠাইত মাধৱে আপুনি বুজিলা
শুনি আছে সৰ্ব্বজনে ॥
দুইখান হাত দুখায় আজি মোৰ
ক্ষুধা লাগে ঘনেঘন।
জানিলো। গোপালে বৈঠা বাই আসা
নাহিকে আন কাৰণ ॥ ৩৮৬

---

* " মাৰন্দুহ এটি, আজিৰাক প্ৰতি, ইছা তৈল মাধৱৰ।" –পাঠান্তৰ।

ভোজন নকৰি লঘনে আসয়
জানিলোঁহো মঞি মনে ।
গোপালক মঞি আগবাঢ়ি যাইবোঁ
নাৱত চৰি আপুনে ॥

মথুৰাদাসৰ প্ৰতি আদেশ

মথুৰাদাসক সম্বুধি বোলয়
ভোজনক গোপালৰ ।
সন্দেশ দুগ্ধক চিনি কদলিক
আনা লৈয়া ভঁৰাৰৰ ॥ ৩৮৭

মথুৰাদাসেও মাধৱৰ আজ্ঞা
শিৰে ধৰি আনিলন্ত ।
মাধৱে সহিতে ভোজনৰ বস্তু
লৈয়া নাৱে চৰিলন্ত ॥

ভোজনৰ সম্ভাৰেৰে গুৰুজনাই হলেবলে আগবাঢ়িল

শ্ৰীমন্ত মাধৱে নাৱৰ মধ্যত
আসন পাৰি বসিলা ।
জনাৰ্দ্দন আতাই গুৰুজনৰ সমে
নাৱৰ অগ্ৰে উঠিলা ॥ ৩৮৮

বুঢ়া যে শ্ৰীৰাম মাধৱদেৱৰ
সমীপত বসিলন্ত ।
মথুৰাদাসে যে গুৰিত উঠিয়া
শীঘ্ৰে নাৱ মেলিলন্ত ॥

বিল এৰাই পাছে বৃদ্ধ লুইতৰ
সমীপ গৈয়া পাইলন্ত ।
দূৰত দেখন্ত আপুনি গোপালে
নাৱক বায়া আসন্ত ॥ ৩৮৯

সমীপক পায়া শ্ৰীমন্ত মাধৱে
বুলিলন্ত গোপালক ।
উঠা উঠা শীঘ্ৰে স্নানক কৰিয়া
কৰিয়োক ভোজনক ॥

মাধৱৰ আজ্ঞা শুনিয়া গোপালে
শীঘ্ৰে স্নান কৰিলন্ত ।
গুৰুজনাৰ অনুগ্ৰহ — পিষ্টক যে চিনি দুগ্ধ কদলিক
মাধৱদেৱে দিলন্ত ॥ ৩৯০
দুইজন ভক্ত সহিতে গোপালে
কৰি পাছে ভোজনক ।
তাম্বুল ভোজন কৰি অনন্তৰে
নমিলন্ত মাধৱক ॥
আপোন নাৱত গোপালক তুলি
মাধৱদেৱ লৰিলা ।
মথুৰাদাসক গোপালৰ নাৱ
আনিবাক প্ৰতি দিলা ॥ ৩৯১
অনন্তৰে পাছে আপোন গৃহক
মাধৱ গৈয়া পাইলন্ত ।
সৰ্ব্বজ্ঞ ঈশ্বৰ বুলি মাধৱক
সৰ্ব্বলোকে জানিলন্ত ॥
মাধৱ-গোপাল অভেদ — গোপাল সহিতে অভেদ শৰীৰ
বুলিয়া আক জানিল ।
সেহি দিনা হন্তে ভকতসকলে
গোপালক আদৰিল ॥ ৩৯২
ঘাট পায়া আসি মথুৰাদাসে সে
চউতিক তোলাইলন্ত ।
হলোভৰ আতাই সেহি বেলা আসি
চউতিক জুখিলন্ত ॥
এক হাত চুটি চউতি দেখিয়া
মাধৱক নিবেদিলা ।
গোপালেও শুনি অসন্তোষ কৰি
মমাত্তি মৌনে ৰহিলা ॥ ৩৯৩

আতা জোখ দিলা মন্নো জোখা কৰি
কাটিলোঁ মহা যতনে।
চউতি কিসক চুটি বোলাইলেক
এহি অসন্তোষ মনে ॥
অসন্তোষভাৱ দেখি গোপালৰ
প্ৰভাততে উঠিলন্ত।
শ্ৰীমন্ত মাধৱে আপুনাৰ হাতে
চউতিক জুখিলন্ত ॥ ৩৯৪
দ্বাদশৰ্ব হাত চউতিৰ জোখা
এক হাত টুটিছিল।
মাধৱে জোখন্তে পূৰ্ব্বৰ জোখাত
কৰি কিছুমান অধিকিল ॥
সৰ্ব্বলোকে দেখি বিস্ময় মানিয়া
হৰিধ্বনি কৰিলন্ত।
বলভদ্ৰ আতাই চউতিসৱক
নিয়োজন কৰিলন্ত ॥ ৩৯৫

* * *

## পদ

রাজ-নিগ্ৰহৰ শুনিয়োক সভাসদ কথা আতপৰ।
পাছত মাধৱদেৱৰ পৰম পৱিত্ৰ কথা মাধৱদেৱৰ ॥
সদস্যানে যুৰি আসিলা মাধৱদেৱ শুনিলা শ্ৰৱণে।
আহাৰ সৰ্ব্বলোক আসিলেক দেখিবাক মনে ॥ ৪৯৪
কথা শ্ৰৱণ মাধৱক আসি দেখি প্ৰণাম কৰিল।
মাধৱে মধুৰ বাক্যে সবাকো তৰ্পিল ॥
তিনি কুৰি ভকতসমে প্ৰসন্ন কৰিয়া।

ৰাত্ৰি দিনে থাকা হৰি-চৰ্চ্চাক কৰিয়া * ॥ ৪৯৫
তৃতীয় বৎসৰ মানে এহিমতে গৈল।
শুনা আত অনন্তৰে যেন কথা ভৈল ॥
ব্ৰাহ্মণসকলে পুনৰ্ব্বাৰ আলচিল।

ব্ৰাহ্মণৰ ছলবাদ

ছলবাদ কৰি পাছে ৰাজাত কহিল ॥ ৪৯৬
মহাপ্ৰভু তুমি হাজো সমস্তে জানয়।
মাধৱৰ তৈকে তেজে যাইবাক লাগয় ॥
হয়গ্ৰীৱ মূৰ্ত্তি আছে পজা বৈষ্ণৱৰ।

মাধৱদেৱৰ হাজোৰৈ নিৰ্ব্বাসন

তৈতে থাকিবাৰ যোগ্য মাধৱৰ হয়॥ ৪৯৭
শুনি ৰাজা ক্ৰোধ কৰি দূতক পাঠিল।
হাজোক যাইবাৰ মাধৱক আদেশিল ॥
ৰাজআজ্ঞা শুনি কিছু অসন্তোষমনে।
শ্ৰীমন্ত মাধৱদেৱ চলিলা তেখনে। ৪৯৮
হাজো সমীপত গ্ৰাম নামে ৰামদিয়া।

ৰামদিয়াত সত্ৰ স্থাপন

তহিতে ৰহিলা পাছে সত্ৰক কৰিয়া ॥
মাধৱৰ মূৰ্ত্তি তৈতে হাজোত আছন্ত।
তৈকে লাগি অহা-যোৱা কৰিয়া থাকন্ত ॥ ৪৯৯
সি প্ৰদেশত লোক যতেক আছয়।
মাধৱক দেখিবাক সমস্তে আসয় ॥
নৰ-নাৰী প্ৰজাসব আসয় বিস্তৰ।

মাধৱৰ লোকপ্ৰিয়তাত দেউৰীৰ অসূয়া

দেখি দুখ মিলি গৈল দেউৰীসৱৰ ॥ ৫০০
অন্যোঅন্যে আলোচন কৰিয়া বোলয়।
মাধৱৰ ঠাইক বস্তু যতেক আসয় ॥
অৰ্দ্ধেক নাসয় বস্তু থানে আমাসাৰ।
গোসাঁইতো কৰিয়া ভৈল মাধৱে সে চাৰ ॥ ৫০১

---

* এই চৰিত-পুথিৰ ৩৯৯ পদতো আছে যে বৰপেটাত মহাপুৰুষৰ "তিনি-কুৰি উদাসীন ভক্তসবে, কৰা তিনি প্ৰসঙ্গক"। —সম্পাদক।

"মৰা মাধৱ" আৰু "জীয়া মাধৱ"

মাধৱৰ ভকতসৱ মহা দুৰ্ব্বিনয় ।
আমাৰ গোসাঁইক মৰা-মাধৱ বোলয় ॥
জীয়া-মাধৱ বুলি মানে মাধৱদাসক ।
এহি কথা কৰে মাতি লোকসমস্তক ॥ ৫০২
এহি কথা নৃপতিত কহিবে লাগয় ।
এহি বুলি দেউৰীসমস্তে আলোচয় ॥
এহি কথা শ্ৰীমন্ত মাধৱে শুনিলন্ত ।
শুনি মনে বহু অসন্তোষ কৰিলন্ত ॥ ৫০৩

দেশান্তৰী হ'বৰ অভিপ্ৰায়ে মাধৱৰ দূত প্ৰেৰণ

ভকতসৱ সমে পাছে আলচ কৰিলা ।
তেতিক্ষণে আঠ জন দূতক পাঠিলা ।
চাৰিজন দূতে গৈল পশ্চিম দিশক ।
চাৰিজন দূত গৈল পূৰ্ব্ব প্ৰদেশক ॥ ৫০৪

গুৰুজনৰ অসম আগমনত বংশী গোপালৰ অসন্মতি

শ্ৰীমন্ত মাধৱে যেন আজ্ঞা কৰিলন্ত ।
গোপাল গুৰুক * দূতসবে কহিলন্ত ॥ [ * বংশী গোপালক ]
শুনি তেন্তে অৱগাহি আলচি মনত ।
মাধৱক আসিবাক নেদিলা সন্মত ॥ ৫০৫
মহাম্লেচ্ছ ৰাজা গো ব্ৰাহ্মণ কাটয় ।
আতাৰ অহিক আসিবাক নলাগয় ॥
শুনি দূতগণে পাছে আলচিয়া যাই ।
কহিলেক সবে কথা মাধৱৰ ঠাই ॥ ৫০৬
শুনিয়া মাধৱদেৱ ৰহিলন্ত হাসি ।
অনন্তৰে বেহাৰৰ দূত পাইলা আসি ॥
লক্ষ্মীনাৰায়ণৰ ধাইমাতৃ একজন ।
তেন্তে শঙ্কৰত পূৰ্ব্বে লৈয়াছে শৰণ ॥ ৫০৭

কোচবেহাৰৰ মাধৱআহ্বান

তেন্তে নৃপতিত যেনমতে নিবেদিল ।
যেনমতে ৰাজা বহু আহ্বান কৰিল ॥
ৰামৰাম নামে বিপ্ৰ থাকা বেহাৰত ।
তেন্তে আসিবাৰ কথা কৈল মাধৱত ॥ ৫০৮

শুনিয়া মাধৱদেৱে সন্তোষ লভিলা।
ৰামৰায় ব্ৰাহ্মণক সম্বুধি বুলিলা॥
তুমি আগে যায়ো আমি চলিবোঁ পাছত।
লগেতে সে যাইবোঁ কেলোঁ তোমাৰ আগত॥ ৫০৯

মাধৱদেৱৰ কোচ-বেহাৰলৈ গমনেচ্ছা, গুৰুৰ লগত যাবলৈ গোপালৰ কামনা

শুনি ৰামৰায় গুৰু দেশলৈ চলিলা॥
আই-ধাইত মাধৱৰ বচন কহিলা।
বেহাৰক যাইবে ইচ্ছা মাধৱে কৰিলা।
এক এক কৰি পাছে সুধিবে লাগিলা॥ ৫১০
প্ৰথমতে গোপালত সুধিলন্ত কথা।
গোপালে বোলন্ত মই যাইবোঁহো সৰ্ব্বথা॥
তাতপাছে মনপুৰ আতাইত সুধিলা।
নোযাওঁ বুলিয়া তেওঁ বাক্যক বুলিলা॥ ৫১১
* * * * *
মাধৱৰ আজ্ঞা লৈয়া সমস্তে ৰহিল।
দুইজন লোক মাত্ৰ লগত লৰিল॥
মথুৰাদাস পৰমানন্দ ৰাম শুভঙ্কৰ।
কেশৱ আতাই বিষ্ণু আতাই কটিকৰ॥ ৫১৭
এহি দুইজন লোক মহা শিষ্ট হন্ত।
মাধৱৰ সঙ্গে যাইবে ইচ্ছা কৰিছন্ত॥
শ্ৰীমন্ত গোপালে বজ কৰিছা বিস্তৰ।
সঙ্গত যাইবাক প্ৰতি দেয় মাধৱৰ॥ ৫১৮
গোপালদেৱৰ পুত্ৰ নামে দামোদৰ।
শোথ-শোথ ব্যাধি পীড়া কৰিল বিস্তৰ॥
প্ৰাণৰ সঙ্কট তান আসিয়া মিলিল।
সেহি কথা সূৰ্য্যা আতাই কহিবে আসিল॥ ৫১৯
গোপালত কৈয়া মাধৱত কহিলন্ত।
শুনিয়া মাধৱে বহু খেদ কৰিলন্ত॥
গোপালক মাতি পাছে বুলিলা বচন।

পুত্ৰৰ মৰিবাৰ কাৰণে গুৰু-জনাৰ নিষেধ

শুনিয়ো গোপাল তুমি থিৰ কৰি মন ॥ ৫২৩
দামোদৰ মোৰ প্ৰিয় লোক অতিশয় ।
তাহাক চাইবাক তয়ু যাইবাক লাগয় ॥
অনন্তৰে গোপালেয়ো বুলিলা বচন ।
শুনিয়োক বাপ তয়ু বাক্যত শৰণ ॥ ৫২১
মায়াময় পুত্ৰ তাৰিবাক নপাৰয় ।
গৃহক যাইবাক বুলিবাক নলাগয় ।
তয়ু সেৱা কৰিলে সে সংসাৰৰ পাৰ ।
পুত্ৰ স্নেহে কৰায় নৰকৰ দ্বাৰ ॥ ৫২২
তয় সঙ্গে যাইবে লাগি কৰিছোঁ নিশ্চয় ।
আপোনাৰ একো বুলিবাক নলাগয় ॥
পুনৰবাৰ বুলিলন্ত মাধৱে বচন ।
শুনিয়ো গোপাল তুমি পাতিয়া শ্ৰৱণ ॥ ৫২৩
গুৰু-আজ্ঞা কৰিলে সে ভকতি মিলয় ।
সমস্তে শাস্ত্ৰৰ জানা এহিসে নিৰ্ণয় ॥
এহি জানি তুমি মোৰ আজ্ঞা কৰিয়োক ।
দামোদৰ চাহিয়োক গৃহক যায়োক ॥ ৫২৪
সজোতক ভাৱে পাছে গোপালে বোলন্ত ।

গোপালৰ বিষাদ

গৃহক যাইবাক মোক কিসক পাঠন্ত ॥
নাযাইবোঁ গৃহক তেজি তোমাৰ চৰণ ।
এহি বলি গোপালে যে কৰন্ত ক্ৰন্দন ॥ ৫২৫
মাধৱে বোলন্ত গোপাল শুদ্ধমতি ।
দামোদৰ পাশে তুমি চলিয়ো সম্প্ৰতি ॥
সুস্থ হইবে নাহি তান শৰীৰ যাইবেক ।
তেৱে সে এৰিয়া তুমি আসিবা প্ৰত্যেক ॥ ৫২৬
বৌৰক্ষাৰ ঘাটে গৈয়া তোমাক জাগিয়া ।
অৰণ্যে থাকিবোঁ মঞি বাটক চাহিয়া ॥
শুনিয়া গোপালদেৱ তেখনে উঠিলা ।

মাধৱৰ চৰণত পৰি প্ৰণামিলা ॥ ৫২৭
মহা দুখ মনে পাছে হুয়া সলোতক।
লৈলন্ত গোপালদেৱ আপোন গৃহক ॥
দামোদর ঠাকুৰে দেখিয়া বুলিলন্ত।
হাঁ কি কৰিলা বুলি কান্দিবে লৈলন্ত ॥ ৫২৮
পিতৃয়ে সম্বুধি বোলন্ত বাপ কি কাম কৰিলা।
গুৰুৰ আতাক তেজিয়া তুমি কিসক আসিলা ॥
সঙ্গ এৰি মায়াময় পুত্ৰ-স্নেহ অনুচিত কৰ্ম্ম।
অহাবাৰে গুৰু-ঈশ্বৰৰ সেৱা পৰলোক-ধৰ্ম্ম। ৫২৯
পুত্ৰৰ এতেকে তেজিবে তয়ু নুহিকে উচিত।
অসন্তোষ বিশিষ্ট শিষ্যৰ ইটো মহা গৰিহিত।
শুনিয়া গোপালে পাছে বুলিলা বচন।
শুনিয়োক বাপু তুমি থিৰ কৰি মন ॥ ৫৩০
কৰিলন্ত আতা আজ্ঞা দেখিতে তোমাক।
অজিজ্ঞাসে তুমি দোষ নেদিবা আমাক ॥
দুই তিনি বাৰ মঞি চৰণত ধৰি।
নযাইবোঁ গৃহক বুলিলোঁহো দৃঢ় কৰি ॥ ৫৩১
তথাপিতো আতা মোক পঠাইল পাখিলা।
সি কাৰণে তান আজ্ঞা শিৰত ধৰিলা ॥
সন্তোষ নলভি মঞি আসিলোঁ গৃহক।
যাইবাক লাগয় পুনাই আতাৰ পাশক ॥ ৫৩২
শুনিয়া ঠাকুৰে বৰ লভিল বিস্ময়।
এহিমানে কথা এত বৌক গোপালৰ ॥
শুনিয়ো মাধৱে যেন চৈতন্ত কৰিলন্ত।
বামদিয়া হস্তে পাছে নাৱ মেলিলন্ত ॥ ৫৩৩
সেহি দিনে পজিয়াৰ মাটিক পাইলন্ত।
তাহিতে আনন্দে দিনা চাৰি আছিলন্ত ॥
সিথানত ভকতসব যতেক আছিলা।
মাধৱক দেখিবাক সমস্তে আসিলা ॥ ৫৩৪

দামোদৰৰ দেহত্যাগ

গোপালক ৰাট চাই মাধৱ আছন্ত ।
দামোদৰ ঠাকুৰেও দেহ ত্যাগিলন্ত ॥
সি কাৰণে গোপালো আসিবে নুৱাৰিলা ।
দেখিয়া মাধৱে বাক্য বুলিবে লাগিলা ॥ ৬০৮
জানিলোঁহো দামোদৰে দেহক এৰিল ।
সি কাৰণে গোপালো আসিবে নুৱাৰিল ॥

---

## দুলৰি

### গোপালদেৱৰ প্ৰতি শেষ গুৰু-আজ্ঞা

* * *

অত অনন্তৰে        মাসেক অন্তৰে
সমস্ত লোকে আসিয়া ।
মাধৱদেৱত        গোচৰ কৰিল
চৰণত প্ৰণামিয়া ॥ ৬০৯
আপোনাৰ বৃদ্ধ        কাল ভৈল বাপ
কোনবা ইচ্ছা কৰন্ত ।
অজ্ঞানী লোকৰ        সম্বন্ধি আপুনি
কিবা দেহ সম্বৰন্ত ॥
আপোনাৰ মনো-        নীত কোন জন
ধৰ্ম্মৰ পাত্ৰ হুইবাক ।
সমস্ত লোকক        শুনাই আজি বাপ
লাগে আজ্ঞা কৰিবাক ॥ ৬১০
শুনিয়া মাধৱে        ভকতসবক
বুলিলা পাছে বচন ।

গোপাল আৰু

গোপাল এৰি বিষ্ণু        জীৱ উদ্ধাৰক
যোগ্য তাৰা প্ৰয়োজন ॥

বৰবিষ্ণুৰ সামৰ্থ্য — সৰ্ব্বগুণান্বিত জীৱ নিস্তাৰিত
শকতি দুইতো আছয় ।
কিন্তু তাৰাসব সাম্প্ৰতে অহিত
দুইজন নাহিকয় ॥ ৬১১
শুনি সৰ্ব্বলোকে বোলয় অহিত
দুইজন নাহিকয় ।
এত কাক আমি আদৰ কৰিবোঁ
বুলিবে তযু লাগয় ॥

কোচবেহাৰত তেনে লোকৰ অভাৱ — মাধৱে বোলন্ত ভকতসকল
শুনিয়োক আমাসাৰ ।
তেনমত শক্তি- মন্ত ইঠাৰত
নাহিকয় আন আৰ ॥ ৬১২

গ্ৰন্থৰ বাহিৰেও দৃশ্য গুৰুৰ আৱশ্যকতা — ঘোষা ৰত্নাৱলী মোৰ মনোনীত
দুখানি গ্ৰন্থ আছয় ।
দৃশ্যগুৰুৰূপ নভৈলে তথাপি
তাৰিবাক নপাৰয় ॥
আৰু এক বাক্য বুলিলা মাধৱে
সমস্ত লোকক চাই ।

গৃহস্থী হবলৈ উপদেশ — সমৰ্থ লোকে যে বিবাহ কৰিবা
আত একো দোষ নাই ॥ ৬১৩
মোহোক বিষয় নকৰিবে দেখি
বিষয়ক তিয়াগিবা ।
কাম অগনিয়ে চিত্ত বলাইবে
ৰহিবাক নুৱাৰিবা ॥
হংসৰ গতিক দেখি বগ-চৰাই
গতি কৰিবাক লৈল ।
আনো চটকৰ গতি তিয়াগিলা
হংসৰো গতি নভৈল ॥ ৬১৪

স্বকীয় বিষয় ভোগ কৰিলেহো
ভ্ৰষ্ট নোহে স্বকৃতিত ।
শঙ্কৰদেৱৰ      শঙ্কৰৰ এহি যুগুতি জানিবা
এৱে যুক্তি      শাস্ত্ৰৰো কৈলোঁ নিৰ্ণিত ॥
মাৰ্কণ্ডেয় শুক- সেৱা কৰিলন্ত
লক্ষ্মণে ৰামচন্দ্ৰৰ ।
তাহাৰ পাছত মঞি কৰিলোঁহো
কিছু সেৱা শঙ্কৰৰ ॥ ৬১৫
শুক চাৰি সিদ্ধ আদিকবি যত
আছয় লোক জানিবা ।
তাহাৰ পাছত মোকো যতী বুলি
তোমৰাসবে লেখিবা ॥
গোপালদেৱে      এহি কথা বুলি শ্ৰীমন্তমাধৱে
শ্ৰীৰামৰ      বুঢ়া আতাইৰ দিকি চাই ।
যোগেদি      শুনিয়ো শ্ৰীৰাম সাৱধানে তুমি
আজ্ঞা      মোৰ যেন অভিপ্ৰায় ॥ ৬১৬
প্ৰেৰণ      আঘোণ মাহতে ভাল পন্থ ভৈলে
যাইবাহা কামৰূপক ।
লোক সমস্তক হৰি-কথা কৈবে
মেলিবাহা গোপালক ॥
গোপালে বুলিব ইসব কাৰ্য্যক
মোৰ পুন ইচ্ছা নাই ।
মোৰ আজ্ঞা তান কৰিবাক লাগে
কহিলোঁহো সমুদায় ॥ ৬১৭
জীৱ-নিস্তাৰণ      জীৱক তাৰণ শক্তি আছে তান
নকৰিলেও      বুলিলোঁহো সি কাৰণ ।
জীৱ-বধ পাপ      তান মুখে উপ- দেশ কথা শুনি
তৰিবেক জীৱগণ ।

জীৱ-নিস্তাৰণ শক্তি আছে যাৰ
প্ৰজ্জালুত নকহয় ।
কিবা গোপালত জীৱ–বধ পাপ
জানিবা তাৰ মিলয় ॥ ৬১৮

অসমৰ্থ লোক — অসমৰ্থ লোকে উপদেশ ক ।
গুৰু হ'লেও — কৰে লোকসমস্তত ।
তেনে পাপ — জীৱবধ পাপ তাহাতো মিলয়
কৈলোঁ কথা সাৰতত্ত্ব ॥
শুনি বুঢ়া আতাই তেখনে উঠিলা
কথাক কৰি সাদৰ ।
মাধৱদেৱক প্ৰণাম কৰিয়া
গৈলা আপোনাৰ ঘৰ । ৬১৯

## ছবি

* * *

মাধৱদেৱৰ — ভাদ্ৰ মাস ৰবিবাৰ কৃষ্ণা পঞ্চমীৰ দিনা
মহাপ্ৰয়াণ — মাধৱে তেজিলা শৰীৰক ।
হেন মত মৃত্যু কাৰো নতু দেখি নতু শুনি
দেখি লোকে পাইলা বিস্ময়ক ॥ ৬৩০

* * *

ৰজা-প্ৰজাৰ — মাধৱৰ কৰ্ম্মহেতু কিছুমান ধন-ধান্য
উদ্যমত — দিয়া ৰাজা পঠাইলা সত্ৰক ।
সাতদিনীয়া — অনন্তৰে ঠাকুৰে * যে কৰ্ম্ম কাৰ্য্য সম্ভজিল
মহোৎসৱ — দিয়া দান ব্ৰাহ্মণসৱক ॥ [ * ৰামচৰণঠাকুৰ ]

আইধাই সমন্বিতে ভকতসবে আলচিয়া
কৰাইলন্ত সভা বিতোপন।
ভোজনৰ দ্ৰব্য দিয়া সমস্তকে সন্তোষিয়া
সাত দিন কৰাইল কীৰ্ত্তন ॥ ৬৪৩
সভা দেখিবাক লাগি নগৰৰ নৰনাৰী
সমস্তে আসিল যত আছে।
পৰম আনন্দে দেখি সভাক প্ৰশংসা কৰি
অন্যোঅন্যে গৃহে গৈলা পাছে ॥
ভকতসকল সমে ৰহিলন্ত তৈত পাছে
মধুপুৰত সত্ৰৰ — বুঢ়ীৰূপা গোবিন্দ আতাই।
গোবিন্দ — মাধৱদেৱৰ সত্ৰ নাম তান মধুপুৰ
মাধৱৰ নামে প্ৰৱৰ্ত্তাই ॥ ৬৪৪
বৰপেটাত — কামৰূপ ৰাজ্যে পাছে ভকতসৱ যত আছে
গোপালৰ — বৰপেটা থানক আসিল।
পৰিচালনাত — সিবেলা গোপালে আসি সভা কৰাইবাক লাগি
তিথিপালন — যাক যেন কাৰ্য্যে নিয়োজিল ॥
আনায়া অনেক দ্ৰব্য কৰাইলন্ত কীৰ্ত্তনক
মহা মহোৎসৱ সম্পজিল।
মাধৱদেৱৰ — অনন্তৰে সৰ্ব্বলোকে সত্ৰ কৰিবাক লাগি
পাছত — সেহি থানে যুগুতি কৰিল ॥ ৬৪৫
বৰপেটা — মাধৱে পূৰ্ব্বত যিটো সাজিলা ৰঙ্গিলী ঘৰ
সিটো ঘৰ অগ্নিয়ে দহিল।
সেহি পোৰাভিঠা থানে কাঠক বাঁহক আনি
প্ৰসঙ্গৰ ঘৰক সাজিল ॥
যাহ চাউলীয়া নামে ৰজাৰ ৰকৱা তেন্তে
সেৱক যে মাধৱদেৱৰ।
ৰঘুদেৱ — ৰঘু নৃপতিৰ আগে সমস্ত কথাক কৈল
ৰজাৰ — যেন তাৰ হৈল মাধৱৰ ॥ ৬৪৬

অনুতাপ — শুনি ৰাজা বহু মনে   বিষাদ কৰিয়া বোলে
অপৰাধ মোহোত সিজিল।
বৰপেটালৈ — দুখ পায়া মোত হন্তে   পৰম বৈষ্ণৱ তেন্তে
শিলমূৰ্ত্তি — মোহোৰ ৰাজ্যক তিয়াগিল ॥
আদি দান — এহি বুলি শিলাময়   এগুটি প্ৰতিমা দিল
কৰিলে — চন্দ্ৰতাপ একখান দিল।
আনো বস্ত্ৰ-জাত দিয়া   ভকতসবক লাগি
ৰাহু চাউলীয়াক পাঠিল ॥ ৬৪৭
কৰি ৰাহু তাঞ যাই   ভক্তসকলক চাই
একো শঙ্কা মনে নকৰিব।
নাম-প্ৰসঙ্গক কৰি   মহাসুখে সবে থাকি
মোক নিতে আশীৰ্ব্বাদ দিব ॥
গোপালৰ — ভৱানীপুৰৰ পৰা   গোপাল আসিয়া থাকা
মুখে কথা- — পৰম সন্তোষে সি ঠাৱত।
শ্ৰৱণ — গোপালদেৱৰ মুখে   হৰিকথা শুনি থাকে
ভক্তসব আছে যত যত ॥ ৬৪৮
সামৰণি — শুনিলাহা সৰ্ব্বনৰ   চৰিত্ৰক মাধৱৰ
পৰম সুন্দৰ বিতোপন।
পৰম পবিত্ৰকৰ   শুহ্যেম কৃতিকৰ
জানিবাহা ইসে মহাধন ॥
শুনাহে পাঠকগণ   দহৰে সংসাৰ-বন
নিৰ্ম্মল সুশান্ত কৰে মন।
কৰ্ণৰ ভূষণৰূপ   উৰ্ম্মিসব কৰে চুপ
সন্তোষক মনৰ কাৰণ ॥ ৬৪৯

*   *   *   *

তেনমত ইটো কথা   শ্ৰৱণ কৰিলে জানা
নিকাৰসকল দূৰ হয়।
শুচয় মনৰ ভয়   ৰামানন্দ এহ কয়
হৰি হৰি বোলা সমস্তয় ॥ ৬৫০

# মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ

## দ্বিতীয় ভাগ

[ জন্মৰ পৰা বৈকুণ্ঠ-প্ৰয়াণলৈকে ]

[ খোৱামোচৰ সত্ৰৰ প্ৰতিষ্ঠাতা
দ্বিজ ৰামচন্দ্ৰদেৱৰ নাতি
পূৰ্ণানন্দ ৰচিত ]



"হেন জানি চাহে যিটো উত্তম কল্যাণ।
প্ৰথমে কৰিবে সিটো গুৰুক সন্মান ॥
জানন্ত কৃষ্ণৰ তত্ত্ব কৃষ্ণত ভকত।
সেহি গুৰু উপদেশ দিবাক শকত ॥ ১৩৬
বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
মানিবে গুৰু সে আত্মা দেৱ মহাহৰি ॥
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত-ধৰ্ম্মক শিখিবে যত্নমনে ॥ ১৩৭

( মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ "নিমি-নৱসিদ্ধ-সংবাদ" )

পদ

পুথিৰ আৰম্ভণি

জয় জয় কৃষ্ণ কৃপাময় ভগৱন্ত।
যাহাৰ লীলাৰ নজানিয় আদি-অন্ত॥
ইচ্ছামাত্ৰে কৰা সৃষ্টি-পালন-সংহাৰ।
গোপালস্বৰূপে তেন্তে হুয়া অৱতাৰ॥ ১
দুৰ্লভ ভকতি-ধৰ্ম্ম প্ৰচাৰ কৰিলা।
সংসাৰ সাগৰ হন্তে জীৱক তাৰিলা॥
নিজগুণে জগতকে সুখী কৰিলন্ত।
লোকৰ কুশল সাধি বৈকুণ্ঠে গৈলন্ত॥ ২
হেন গোপালৰ লীলা কৰিবোঁ বৰ্ণন।
শুনা সাৱধানচিত্তে সামাজিক জন॥
নিজগুৰু-চৰণত কৰিয়া প্ৰণতি।
সন্তসাৰ পদ পূৰ্ণানন্দ নিগদতি॥ ৩

× × ×

জয়তি গোপালদেৱ ধৰ্ম্ম-শিৰোমণি।
যাহাৰ নিৰ্ম্মল যশে ঢাকিল ধৰণী॥
অতি অন্ত্য জাতি তৰে গুণ গায়া যাৰ।
হেন গোপালৰ পাৱে কৰোঁ নমস্কাৰ॥ ২৮
যাক সাধুসকলে উপাসা কৰিলন্ত।
যাহাৰ পৰশে ভৈলা মহা মান্যৱন্ত॥
একৈক সমৰ্থ ভৈলা তাৰিতে জগত।
হেন গোপালৰ কোনে জানিবে মহত॥ ২৯

× × ×

শ্ৰীকৃষ্ণৰ পাৰ্ষদ

যেতিক্ষণে কৃষ্ণদেৱ বৈকুণ্ঠক গৈলা।
কলিপাপে সমস্তকে সমূলি বৰাইলা॥

অধৰ্ম্ম পৃথিবীত নাহি কাৰো ধৰ্ম্ম-ব্যৱহাৰ।
এৰিল সকল লোকে দেহৰ বিচাৰ ॥ ৫০
হংস ছাগ বলি কাটি অন্য দেৱ যজে।
হৰিনাম নলৱয় হৰিক নপূজে ॥
হেন দেখি ভগৱন্তে গুণিলা মনত।
মোক দেখি তৰি গৈল সকলে জগত ॥ ৫১
মই এৰিলতে লোক সমূলি নশিল।
সত্য শৌচ ক্ষমা দয়া কিঞ্চিতো নৰৈল ॥

× × ×

নৰৰূপে নাৰায়ণ হেন হিত চিন্তি দেৱ দৈৱকীনন্দন।
নৰৰূপে পৃথিবীত ভৈল উতপন্ন ॥
নিজযশ চৰিত্ৰক কৰিতে প্ৰচাৰ।
শঙ্কৰদেৱ গুৰু-অৱতাৰ পূৰ্ণ কৃষ্ণ ভৈলন্ত শঙ্কৰ অৱতাৰ ॥ ৫৪
কুসুমগিৰীৰ ঘৰে উতপতি ভৈলা।
নানাভাৱে নানা ৰসে ভক্তি প্ৰচাৰিলা ॥
আকে শুনি ভণি সুখে তৰোক জগত।
এহি গুণি নিজ যশ কৰিলা বেকত ॥ ৫৫
মাধৱস্বৰূপে আৰু ভৈলা উতপতি।
মাধৱস্বৰূপে গুৰু-সেৱা-ধৰ্ম্ম-প্ৰচাৰ ৰবকণাগিৰীৰ ঘৰত মহামতি ॥
গুৰু-সেৱা-ধৰ্ম্ম তেন্তে কৰিলা প্ৰচাৰ।
লোকৰ কৰিলা দূৰ অজ্ঞান-আন্ধাৰ ॥ ৫৬
গোপালস্বৰূপে আসি অৱতাৰ ভৈলা।
ভক্তি-সমুদ্ৰৰ আৰ পাৰ ভাঙি দিলা ॥
প্ৰেম-সাগৰত লোক সমূলি মজিল।
সংসাৰ তৰিয়া লোক বৈকুণ্ঠে চলিল ॥ ৫৭

একে ভগৱন্তে আসি তিনি মূৰ্ত্তি ধৰি।
"একে ভগৱন্তৰে ধৰ্ম্ম প্ৰচাৰিলা পৃথিবীত অৱতৰি॥
তিনি মূৰ্ত্তি" ইসৱ কথাক আৱে এহিমানে থও।
শুনা আৱে গোপালদেৱৰ জন্ম কওঁ॥ ৫৮
গোপাল খোখোৰাগ্ৰামৰ কোণে নাচনিঘাটত।
দেৱৰ জন্ম- তথাত ভৈলন্ত দেৱ গোপাল বেকত॥
বৃত্তান্ত কামদেৱ মহন্তৰ ভাৰ্য্যা মহাসতী।
তান গৰ্ভে ভৈলন্ত গোপাল উতপতি॥ ৫৯
যি দিনাত সতী ঋতু-স্নান কৰিলন্ত।
মাতৃৰ সেহি দিনা বিপৰীত স্বপ্ন দেখিলন্ত॥
শুভ-স্বপ্ন শঙ্খ-চক্ৰ-গদা-পদ্ম চাৰি-অস্ত্ৰ ধৰি।
গৰুড়ৰ স্কন্ধত বেকত ভৈলা হৰি॥ ৬০
বিস্ময়স্বৰূপে তাৰা থাকিলন্ত চাই।
তাঙ্ক প্ৰতি হেন বাক্য বুলিলা গোসাঁই॥
তোমাৰ গৃহত সতী দিয়ো মোক স্থান।
এহি বুলি হৰি তেতে ভৈলা অন্তৰ্দ্ধান॥ ৬১
হেন বিপৰীত যেৱে স্বপ্নক দেখিলা।
নিদ্ৰাভঙ্গ হুয়া সতী স্বামীত কহিলা॥
স্বপ্নৰ নিয়ম শুনি ভৈলা ৰঙ্গমন।
মৌনে ৰহিলন্ত কিছু নবুলি বচন॥ ৬২
জানিলন্ত মনে হুইব উত্তম সন্ততি।
হেন মানি হৰিষে ৰহিলা মহামতি॥
স্বপ্ন দেখি সতীৰো হৰিষ মন ভৈলা।
পাছে তান গৰ্ভত গোপাল স্থিত ভৈলা॥ ৬৩
ঈশ্বৰক গৰ্ভে ধৰি প্ৰকাশ কৰন্ত।
সূতিকা-গৃহত যেন দৈৱকী আছন্ত॥

এহিমতে গৰ্ভে দশমাস পূৰ্ণ ভৈল।
শুভ পুত্ৰ জাত — শুভ সুমঙ্গল বেলা গোপাল জন্মিল ॥ ৬৪

× × ×

## দুলৰি

ভৈলা অৱতাৰ মহা বিচক্ষণ
শিশু অতি সুকুমাৰ।
সকলোৰে আনন্দ — পুত্ৰৰ মুখক নিৰেখি মাৱৰ
হৰিষৰ নাহি পাৰ ॥
সুগন্ধ জলত কৰাইলন্ত স্নান
বুকে বান্ধি দিলা স্তন।
শীতল শয্যাত শিশুক সুন্দৰী
শুৱাইলা কৰি যতন ॥ ৭২
যেতিক্ষণে দেৱ গোপাল ভৈলন্ত
পৃথিবীত অৱতাৰ।
জ্ঞাতি-মিত্ৰ আনো সুহৃদ সবৰ
কৌতুক নাহি পাৰ ॥
যেন দৰিদ্ৰৰ দুখ দৰ গৈল
হাতে নৱ-নিধি পাই ॥ ৭৩
জাত-কৰ্ম — ব্ৰাহ্মণগণ দক্ষিণা কৰিলা
[illegible]ত্ৰৰ বাঞ্ছি কল্যাণ।
ষষ্ঠী দিনা জ্ঞাতি কুটুম্বক আনি
দিলা সাজ গুৱা-পাণ ॥
শিশু গোপালৰ ৰূপক দেখিয়া
সৰ্ব্বলোক সুখী ভৈলা।
পাছে বালকৰ অঙ্গ-পৰিবৰ্ত্ত
উৎসৱ মৰ মিলিলা ॥ ৭৪

মত্ত ৰস অন্ন প্ৰাশন কৰাই
পায়স যতন কৰি।
সুহৃদ সৱকো ভোজন কৰাইলা
মনত হৰিষ কৰি॥
দৈৱজ্ঞ আনিয়া জাত গণাইলন্ত
কহিলা জ্যোতিষ চাই।
জ্যোতিষীৰ ভৱিষ্যবাণী তোমাৰ পুত্ৰৰ যত গুণ কৰ্ম্ম
কহিয়া পাৰ নপাই॥ ৭৫
তযু পুত্ৰ এন্তে মানুষ নোহয়
ঈশ্বৰে সে আসি ভৈলা।
লোকৰ কুশল কাৰণে তোমাৰ
গৃহত আসি মিলিলা॥
হেন জানি তুমি আৰু কদাচিত্ত
নকৰিবা অনাদৰ।
অৱশ্যেকে এন্তে কৰিবা উদ্ধাৰ
তযু বংশ নিৰন্তৰ॥ ৭৬
আত হন্তে বহু লোক নিস্তৰিব
হুইবেক ধৰ্ম্ম-প্ৰচাৰ।
সেহি উপদেশ লৱে যিটো লোকে
তাৰিবে জীৱ অপাৰ॥
যি কাৰণে পৰ্ব্বে নন্দৰ গৃহত
গৰু চাৰি আছিলন্ত।
গোপালৰ নামকৰণ সেহি হেতু আৰু গোপাল বুলিব
যতেক সাধু-মহন্ত॥ ৭৭
হেন কথা যেবে কহিয়া দৈৱজ্ঞ
আপোন গৃহক গৈলা।

পৰম হৰিষে গোপাল দেৱতা
আঠু কাঢ়িবাক লৈলা ॥
শিশুলীলা। সিঞ্চিৰাই সৱে গৃহক ভ্ৰমন্ত
নুশুনয় হাক ডাক।
দামুৰিক পাইলে লাঞ্জত ধৰিয়া
আজুৰি আনন্ত তাক ॥ ৭৮
আঁঠু এৰি কতো লৰৰি ফুৰন্ত
লোকৰ ৰঙ্গ বঢ়াই।
দেখি পিতৃ-মাতৃ দুইহন্তৰ আতি
হৰিষৰ পাৰ নাই ॥
এহিমতে যেৱে গোপাল তহিতে
শিশু-লীলা কৰিলন্ত।
নাজিৰালৈ গমন পৰম হৰিষে গোপালদেৱতা
নাজিৰা থানে গৈলন্ত ॥ ৭৯
তহিতে গোপালে ক্ৰীড়িলা অপাৰ
মনত হৰিষ কৰি।
সমান বয়স শিশুসৱ সঙ্গে
ফুৰা খেলা লীলা কৰি ॥
নৃপতিৰ পুত্ৰ লাঙী যে কুমৰ
সহিতে ক্ৰীড়া কৰিলা।
দশম বৰ্ষতে অদ্ভূত কৰ্ম যেবে গোপালৰ দশম বৰিষ
আসি উপগত ভৈলা ॥ ৮০
আৰো এক বৰ অদভুত কৰ্ম্ম
গোপালে যেৱে কৰিলা।
গোপালৰ সিটো মহিমাক তেৱে
সৱেও লোকে দেখিলা ॥

নৃপতিৰ আগে এক মদমত্ত
হস্তীগোট চলি যায়।
ঘণ্টাৰ শবদে কাণে হানে তাল
দেখন্তে ধাতু উৰায়॥ ৮১

তৈতে বিদ্যমানে গোপালে দেখিলা
শুণ্ডত ধৰিয়া তাক।
দশ হাত মানে টানি আনিলন্ত
শিশু যেন ছাগলক॥

দেখি নৃপবৰে হাসিয়া বোলন্ত
কাহাৰ ইটো ছৱাল
শুনি মন্ত্ৰীগণে পলুৱাই থৈলা
গোপালক ততকাল। ৮২

হস্তীয়া ভাগৰি ফোফাইবে লাগিলা
চাহি আছে সৰ্ব্বজনে
ইটো শিশুগুটি নুহিকা মানুষ
জানিলোঁ আমি আপুনে॥

কাহাৰ শকতি মদমত্ত হস্তী
টানি আনিবাক পাৰে।
এতেকে জানিলোঁ মানুষ নুহিকা
আতমা এন্তে সৱাৰে॥ ৮৩

কুবলয়াপীড় লাঙ্গে ধৰি কৃষ্ণে
টানি নিলা যেনমতে।
সেহিভাৱে ইটো হস্তীক গোপালে
নিলা আতি হৰিষতে॥

হেন বিপৰীত গোপালদেৱৰ
মহিমা লোকে দেখিলা।

গোপালৰ সিটো মহত্ত্ব বখানি
গৃহক সৱে চলিলা ॥ ৮৪
যি বেলাত নাম দেৱৰ গৃহত
গোপালে ভৈল বেকত।
তেখনৰে পৰা লোকৰ অশুভ
নিৰন্তৰে ভৈল হত ॥
কিছু কিছু কৰি সকল জগতে
হৰিক জানিবে লৈল।
ৰামকৃষ্ণ-নাম ধৰ্ম্ম অনুপাম
সবাহাতে প্ৰচাৰিলা ॥ ৮৫

গোপালৰ ৰূপ-বৰ্ণন

গোপালৰ ৰূপ নিৰেক্ষি লোকৰ
হৰিষৰ পাৰ নাই।
নৱণু-পুতলি সম সুকোমল
সুবৰ্ণ গৌৰাঙ্গ প্ৰায় ॥
সুষম কপোল সুচান্দ বয়ন
মাথা জ্বলে ছত্ৰ-সম।
নৱণু পুতলি অধৰ ৰাতুল
দন্ত পান্তি মনোৰম ॥ ৮৬
সুদীৰ্ঘ নয়ন পঙ্কজ বয়ন
ভ্ৰূৱ ধনুসমসৰ।
শঙ্খপ্ৰায় কৰ্ণ ৰুচিৰ চিবুক
কম্বুকণ্ঠ মনোহৰ ॥
কনক মৃণাল সম ভুজযুগ
কৰ নৱ কিশলয়।
নখচন্দ্ৰ সম জ্বলয় আঙুলি
চম্পাৰ পাকজীনয় ॥ ৮৭

সিংহ-বক্ষ স্কন্ধ সুবহল উৰে
বেখা তিনি মনোহৰ।
সুগম্ভীৰ নাভি কটি মনোহৰ
বলিত চাৰু উদৰ॥
কৰিকৰ সম উৰু নিৰুপম
জঙ্ঘাযুগ সুবলিত।
পদ্মকোষ সম দুখানি চৰণ
নখচন্দ্ৰ সুশোভিত॥ ৮৮
যাক দৰশনে ভকতজনৰ
সন্তোষ আতি মিলয়।
পৰম পতিত পাতকীৰো পাপ
তাৰক্ষণে দূৰ হয়॥

× × ×

পদ

যেনমতে গোপালে পশ্চিম ৰাজ্যে গৈলা।
কোচ-বজাৰ যিমতে কুবাচে আসি মাৰণা মাৰিলা॥ ৯৩
আহোম-ৰাজ্য সিসব কথাক আৱে কৰিবোঁ বেকত।
আক্ৰমণ যি কিছু শুনিয়া আছোঁ ভকতসবত॥
এঘাৰ বৰিষ আসি গোপালৰ ভৈল।
হেন বেলা কুবাচৰ মাৰণা মিলিল॥ ৯৪
কুবাচৰ পতি যেৱে স্বস্থানে আছন্ত।
পাত্ৰগণ সহিতে আলচ কৰিলন্ত॥
অসমৰ ৰাজ্য আমি মাৰি আসো যাই।
এহি আলোচিয়া সবে আসিলা উজাই॥ ৯৫

হয় হস্তী সেনা সৱ সাজি নিৰন্তৰ।
পৰম প্ৰাৰম্ভে আসিলন্ত নৃপবৰ।
ববনামে নগৰত সসৈন্যে আসিলা।
শঙ্কৰদেৱৰ পৰামৰ্শ পণ্ডিতসৱক মাতি তথাকে আনিলা॥ ৯৬
শঙ্কৰদেৱক ৰজা মতাই আনিলন্ত।
মধুৰ বচনে ৰাজা নীতি পুছিলন্ত॥
কৈয়ো মহাজন মোত কথা ভালমতে।
জিনিবাক পাৰোঁ অসমক যেন মতে॥ ৯৭
শুনিয়া শঙ্কৰদেৱে দিলন্ত উত্তৰ।
আছন্ত পণ্ডিতসৱ বুদ্ধিৰ-সাগৰ॥
তাৰা সে কহিবে পাৰে ইহাৰ উপায়।
হেন জানি তান্ত পুছিয়োক মহাৰায়॥ ৯৮
শুনি ৰাজা পুছিলন্ত ব্ৰাহ্মণসৱত।
গুৰুসৱ কহিয়োক যাৰ যেন মত॥
কহিয়োক মোত সবে উপায় বিচাৰি।
যেনমতে অসমক জিনিবাক পাৰি॥ ৯৯
এহিমতে নৰনাৰায়ণ নৰপতি।
ব্ৰাহ্মণসৱত হেন পুছিলা যুগুতি॥
ৰাজাৰ চিত্তৰ কেহো আশয় নজানি।
মহাগৰ্ব্বে সৱেও বুলিলা হেন বাণী॥ ১০০
কিঞ্চিতেকো ৰাজা তুমি শঙ্কা নকৰিবা।
কাটি ছিণ্ডি ছন্ন কৰি তেৱে সে জিনিবা॥
তোমাৰ বিক্ৰম দেখি সমস্তে বৰিব।
তথু প্ৰয়োজন মানে অৱশ্যে সিজিব॥ ১০১
এহি বুলি তাৰাসৱ মৌন হুয়া ৰৈল।
শুনিয়া ৰাজাৰ মনে অসন্তোষ ভৈল॥

বোলন্ত নজানো তাহেো বাদন আশয়।
মনৰ যুগুতি সভা মাচৰ বোলয় ॥ ১০২
শঙ্কৰদেৱক পুনু বাৰ্তা বুলিলন্ত।
তোমাৰ মুখৰ শুনা ... সিদ্ধান্ত ॥
বুলিলা শঙ্কৰদেৱে নৃপতিক চাই।
তাৰাসাৰে যি বুলিলা সোহি সে উপায় ॥ ১০৩
কিন্তু একগোটা বাক্য আমিও বুলিবোঁ।
তোমাৰ চিত্তৰ কথা কিমতে জানিবোঁ ॥
আপুনি জানাহা তুমি ভালমন্দ যত।
মহেশ্বৰ অংশ তুমি শাস্ত্ৰতো আগত ॥ ১০৪
গো-ব্ৰাহ্মণৰ যেন মতে ৰক্ষা হয়।
আপোনাৰ প্ৰয়োজন যমতে সিজয় ॥
অহিংসভাবে ৰাজ্য-বিস্তাৰ ধৰক
হেন ইচ্ছা কৰি যদি কৰাহা গমন।
সিদ্ধিবেক তেবে তোমাৰ প্ৰয়োজন ॥ ১০৫
পুনু ৰাজা পুছিলন্ত শঙ্কৰত কাজ।
নৰহতি নকৰি কেনে জিনিবোঁহো ৰাজ ॥
কহিয়োক মোত হেৰে ইহাৰ উপায়।
যেনমতে কাৰ্য্য সিজে প্ৰাণী ৰক্ষা পায় ॥ ১০৬
শুনিয়া শঙ্কৰদেৱে দিলন্ত উত্তৰ।
কহোঁ আৰ যুগুতি শুনিয়ো নৃপবৰ ॥
তুমি যাই অসম ৰাজ্যৰ সীমা পাইবা।
কদাচিতো তাহাৰ ভিতৰ নপসিবা ॥ ১০৭
সৰস বুলিয়া বাক্য দিবাহা পঠাই।
ৰৰ বৰ লোক দূতে আনিবা মতাই ॥
বস্ত্ৰ-অলঙ্কাৰ দিয়া সন্তোষিবা মন।
তাসবাক দেখি আসিবেক আনোজন ॥ ১০৮

তুমি ধৰ্ম্মৰক্ষ হেন জানিবে জগতে।
নুহিবে প্ৰয়াস একো জিনিবা ইঙ্গিতে॥
হেন শুনি ৰাজাৰ হৰিষ ভৈল মন।

শঙ্কৰদেৱৰ প্ৰতি ৰজাৰ প্ৰশংসা

শঙ্কৰক বুলিলন্ত প্ৰশংসা-বচন॥ ১০৯
সাধু সাধু মহাজন তুমি সি পণ্ডিত।
তোমাৰ বচন যেন সমস্তে অমৃত॥
মনুষ্যৰ চিহ্ন কিছু নেদেখি তোমাত।
ঈশ্বৰ-পুৰুষ আইলা জানিলো সাক্ষাত॥ ১১০
মোৰ লগে যাইবে লাগে কৰিয়ো যতন।
যাইবোঁ হেন শঙ্কৰেও নকৈলা বচন॥
যেৱে ৰাজা শঙ্কৰক প্ৰশংসা কৰিলা।

পণ্ডিতসকল হে লাজত পৰিল

পণ্ডিতসবৰ মুখ মলিন হৈলা॥ ১১১
এক থান হুয়া সবে আলোচিলা কাজ।
শঙ্কৰত হন্তে আমি পাওঁ বৰ লাজ॥
যদিবা শঙ্কৰ নৃপতিৰ সঙ্গে যায়।
আমাসবৰো তেবে ৰক্ষা নাই। ১১২
বুদ্ধি কৰি শঙ্কৰক ... ৰ ... পাৰে।
আমাসাৰ ভিক্ষা ছুন্ন নুহিবেক ... ॥
এহি আলোচিয়া বুলিলেন্ত শঙ্কৰক।
কিক যাইবে খোজা তুমি অসম দেশক॥ ১১৩
কোমল শৰীৰ কেনে কষ্টত ডাৰিবা।
প্ৰবাসৰ দুখ মানে কিমতে সহিবা॥

ৰজাৰ লগত আহিবলৈ শঙ্কৰদেৱৰ অনিচ্ছা

শঙ্কৰে বোলন্ত মোৰো যাইবে ইচ্ছা নাই।
ৰাজাৰ বচন বাধো কোন উপায়॥ ১১৪
পণ্ডিতসকলে বোলে থাকিয়োক তুমি।
তোমাৰ নিমিত্তে সৱে যাইবোঁহো আমি॥

থাকিবেঁাহো হেনবাক্য শঙ্কৰে বুলিলা।
শুনিয়া ব্ৰাহ্মণসৱ কৃতকৃত্য ভৈলা॥ ১১৫
শঙ্কৰদেৱৰ কথা আছো এহিমানে।
ৰাজাৰ প্ৰয়াণ আৰে শুনা সাৱধানে॥
শঙ্কৰৰ উপদেশ মনে সুমৰিয়া।
তথাহন্তে সৈন্য সমে আসিল লৰিয়া ১১৬
হয়হস্তী সেনা তাৰ নজানিয় অন্ত।
পাধ উঠি বলধি আসিলে অপৰ্য্যন্ত॥
পণ্ডিত ব্ৰাহ্মণসৱ অনেক আসিলা।
দিনা কতিপয়ে অসমৰ সীমা পাইলা॥ ১১৭
সৰ্ব্বলোকে আসি তথা ৰাজাক ভেটিলা।
হেন বেলা শঙ্কৰক মনত পৰিলা॥
বোলন্ত গোমোস্থা কিয় লগত নাসিলা।
পণ্ডিতৰ ব্ৰাহ্মণসকলে বোলে নাপৰিয়া ভৈলা॥ ১১৮
চালাকি তাতে সে আমাক মাতি তাৰা দহিলন্ত।
শুনিয়া নৃপতি অল্প কৰি হাসিলন্ত॥
তোমৰাৰ কুট আৱে জানিলোহোঁ আমি।
ছল কৰি শঙ্কৰক এৰি আইলা তুমি॥ ১১৯
এহি বুলি ৰাজা দূত মেলিয়া দিলন্ত।
কোচৰজাৰ নৃপতিৰ আজ্ঞা সমস্তত কহিলন্ত॥
প্ৰতি ভূঞা ৰবভূঞা লোক মানে সমস্তে আসিলা॥
সকলৰ বস্ত্ৰ-অলঙ্কাৰে ৰাজা সবাকো তুষিলা॥ ১২০
সম্বাদৰ বোলে তোৰাসৱৰ মোৰ লগ লৱা যেৰে।
ইদিনাতো কৰি ভাল কৰিবোঁহো তেৰে॥
যদিবা আমাত তেৱে নকৰা সঞাত।
মই মল্লৰাজা হেন জগতে প্ৰখ্যাত॥ ১২১

গো-ব্ৰাহ্মণৰ যেবে মিলয় প্ৰলয় ।
মোৰ দোষ নাই তেবে বুলিলোঁ নিশ্চয় ॥
এহি বুলি সমস্তকে বিদায় দিলন্ত ।
নৃপতিক সৱেও প্ৰশংসা কৰিলন্ত ॥ ১২২
মহা ধৰ্ম্মশীল আক কাৰ্য্যে আকলিলা ।
একমতি হুয়া সবে আপুনি বৰিলা ॥
দেখি নৃপতিৰ ধৰ হৰিষ অশেষ ।
ভৈল অপ্ৰয়াসে যাই নগৰ প্ৰবেশ ॥ ১২৩

ৰাজ-ভগন যেবে কুবাচৰ ৰাজা নগৰ উঠিল ।
অসম নৃপতি ভাগি লুকায়া ৰহিল ॥
নৰনাৰায়ণে পাছে বিচাৰ কৰাইলা ।
চাৰিঙ্গ-ৰাজাক পাই আনিয়া ভেটাইলা ॥ ১২৪
নৰনাৰায়ণে হেন পুছিলা যুগুতি ।
চাৰিং-ৰজাৰ তুমিয়ো অসম ৰাজা কহিয়ো সম্প্ৰতি ॥
ৰাজভক্তি চাৰিঙ্গ-ৰাজায়ে বোলে কহো শুনিয়োক ।
তাহানে সেৱক ৰাজা জানিবা আমাক ॥ ১২৫
স্বতন্ত্ৰ নুহিকা আমি চাৰিঙ্গ যে ৰাজা ।
তাহান আদেশ মানি পালি থাকোঁ প্ৰজা ॥
ৰাজা বোলে স্বৰূপ বচন বোলোঁ মই ।
কোচ-ৰজাৰ নৃপতিক গৈয়া এথা পাতি আনা গই ॥ ১২৬
সন্ধি-প্ৰস্তাৱ এহি দণ্ডপাটে তাঙ্ক ৰাজা পাতি থওঁ ।
স্বৰ্গীয়া লোকক লৈয়া দেশক চলওঁ ॥
শুনিয়া চাৰিঙ্গপতি তেখনে লৰিলা ।
বুলিমাতি তাঙ্ক আনিবাক নপাৰিলা ॥ ১২৭
হেন কথা আসিয়া ৰাজাত কহিলন্ত ।
হেন শুনি নৃপতিয়ো বাক্য বুলিলন্ত ॥

এহি থানে পাতি থওঁ তোমাক নৃপতি।
চাৰিঙ্গ-ৰাজায়ে বোলে নুহিকা শকতি॥ ১২৮

*চাম্বিং-ৰজাৰ প্ৰতি কোচ-ৰজাৰ প্ৰশংসা আৰু তৃতীয়া লোক-সকলক লৈ প্ৰস্থান*

ভৃত্য হৈয়া স্বামীৰ লৈবোঁহো কেনে ভাৰ।
স্বৰূপত কাৰো ইটো নুহি ব্যৱহাৰ॥
শুনি ৰাজা মনে তাঙ্ক প্ৰশংসা কৰিলা।
তৃতীয়া লোকক লৈয়া দেশক চলিলা॥ ১২৯
ঠাঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্ম্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ॥
তাম্ভী পড়িয়া আনো তৃতীয়া যতেক।
নৰনাৰায়ণ ৰাজা সমস্তে নিলেক॥ ১৩০
আপোন থানত নিয়া একত্ৰ কৰিলা।

*ভৱানীপুৰ কালঝাৰ প্ৰভৃতি নগৰ নিৰ্ম্মাণ*

চাৰিখান নগৰত নিয়মে পাতিলা॥
বৰ নৱনগৰ ভৱানী কালঝাৰ।
চাৰিও নগৰ আতি ভৈলা জাতিষ্কাৰ॥ ১৩১

*ভৱানীপুৰত গোপালদেৱ*

গোপালদেৱক সেহি লগতে নিলন্ত।
তান্তীসঙ্গে ভৱানীপুৰত পাতিলন্ত॥
তথাতে গোপাল যেৱে আছন্ত হৰিষে।
দেখিয়া লোকৰ মনে অমৃত বৰিষে॥ ১৩২
মদনকো জিনি স্থলে তনু সুকুমাৰ।

*তাম্বুলী পাতিবলৈ ৰজাৰ অভিপ্ৰায়*

দেখি নৃপতিৰ হৰিষৰ নাহি পাৰ॥
তাম্বুলী লৈবাক ৰাজা যতন কৰিলা।
কলীয়া দলৈয়ে যাই নিষেধ কৰিলা॥ ১৩৩
বোলে লৈবে তাম্বুলী ইহাঙ্ক নুযুৱায়।
পৰৰ ৰাজ্যৰ লোক কোনে আশ পায়॥
শুনি ৰাজা অসন্তোষে গৃহক চলিল।
বোলে মোৰ মনৰ কামনা নিসিজিল॥ ১৩৪

× × × ×

# ছবি

যেৰে নৰনাৰায়ণে ভৱানীপুৰত থৈলা
তন্তিসমে গোপালদেৱক ।
গোপালৰ কতো দিন মানে থাকি কৃষ * নাপৰিয়া হুয়া
মৰিয়া গৈলা তেৱে মমাৰ গৃহক ॥ ( * জ্বৰ-পাঠান্তৰ )
আৰু শঙ্কৰদেৱৰ থানে আছা যেৱে মনপূৰ
শঙ্কৰদেৱৰ তথা দেৱ গোপাল ৰহিলা ।
লগত শঙ্কৰক মাধৱক আনো ভক্তসকলক
সাক্ষাৎ সেহি বেলা দৰশন ভৈলা ॥ ১৩৮
শঙ্কৰৰ মুখে কথা সহজে শুনিয়া থাকা
আনো একো বৃথা কৰ্ম্ম নাই ।
কতো দিন থাকি তৈত নাপৰিয়া সুস্থ হুয়া
আসিলন্ত গৃহক দুনাই ॥
গোপালৰ গুৰু-মুখে শাস্ত্ৰসৱ অপ্ৰয়াসে পঢ়িলন্ত
অধ্যয়ন ভৈলা মহা বিবেগী চতুৰ ।
সৰ্ব্বগুণে গুণান্বিত পৰম করুণচিত্ত
মহা সন্ত সুবুদ্ধ সুধীৰ ॥ ১৩৯
মহা বিচক্ষণ ৰূপ গুণ দেখি গোপালৰ
দুইজনা কন্যা যাচি দিলা ।
পিতৃ-মাতৃৰ পিতৃ-মাতৃ দুইজনে পৰম হৰিষমনে
আৱাৰে তনয়ক বিবাহ কৰাইলা ॥
গোপালৰ এহিমতে গোপালেয়ো সমস্তে লোকক ৰঞ্জি
দুই ভাৰ্য্যাৰ যেৱে মহা হৰিষে আছন্ত ।
বিবাহ-কাৰ্য্য পাটবাউসীয়া স্থানে পুনু কতো দিন মানে
মমাৰ গৃহত ৰহিলন্ত ॥ ১৪০

শঙ্কৰদেৱৰ আজ্ঞা পালন

এদিনা শঙ্কৰদেৱ আছন্ত সমাজ পাতি
তেকে গৈলা মমাৰ লগত।
শঙ্কৰক মাধৱক দৰশন হুয়া দুইকো
প্ৰণামিলা হুয়া অৱনত ॥
মমা মনপুৰসমে এক পাশে দুয়োজন
যেৱে সোহ সভাত বসিল।
দেখিয়া শঙ্কৰে মাতি আম পাৰিবাক প্ৰতি
তাঙ্ক হেন আদেশ কৰিলে ॥ ১৪১

গুৰুজনাক আম পাৰি যোগান ধৰে

বোলন্ত গোপাল তুমি এহি আম্ৰ বৃক্ষে চৰি
আম পাৰি দিয়া কিছুমান।
শঙ্কৰৰ হেন বাণী গোপালে শুনিয়া উঠি
পাৰিবাক কৰিলা যতন ॥
মহা ভয়ঙ্কৰ আম বেৰে তাক নপাৰয়
হাত মেলি ডালক নপায়।
ৰামানন্দ ঠাকুৰক জখলা ধৰিবে প্ৰতি
দিলা তেকে শঙ্কৰে পঠাই ॥ ১৪২
শঙ্কৰদেৱৰ বাণী ঠাকুৰেও অনুমানি
তথা যাই জখলা ধৰিলা।
দেখিয়া গোপালে বোলে আপুনি উঠিবোঁ মই
ঠাকুৰক নিষেধ কৰিলা ॥
গোপালে জখলা পাতি আপুনি উঠিলা যেৱে
তলত ঠাকুৰে ধৰিলন্ত।
ঠাকুৰে ধৰিলা হেন জানিয়া গোপালে পুনু
ডেৱ দিয়া মাটিক নামিলন্ত ॥ ১৪৩
বোলন্ত তোমৰা মোক আৰবাৰ ধৰা যেৱে
তেৱে আত নিশ্চয়ে নুঠিবোঁ।

শঙ্কৰৰ আদেশক শিৰোগত কৰি আমি
আপোন গৃহক চলি যাইবোঁ ॥
এহি বুলি গোপালেও জখলা ভেজায়া তাত
আপুনি বৃক্ষত চৰিলন্ত ।
ভাল ভাল আম আনি খৰাত কৰিয়া ভৰি
জৰু মেলি তলক দিলন্ত ॥ ১৪৪
গোপালো নামিলা যেৱে আমক আনিয়া তেৱে
শঙ্কৰদেৱৰ আগে দিলা ।
পৰম সুস্বাদ আম ভকতসৱক দিয়া
আপুনিয়ো শঙ্কৰে ভুঞ্জিলা ॥
এহিমতে গোপালেয়ো আম্র পাৰি শঙ্কৰক
ভক্ত সমন্বিতে ভুঞ্জাইলন্ত ।
শঙ্কৰক প্ৰণামিয়া মাতুলক সম্বুধিয়া
পুনু হো গৃহক আসিলন্ত ॥ ১৪৫

---+---

## ছুলৰি

ভৱানীপুৰত শুনা এক চিত্তে গোপালে যিমতে
নামঘৰ সত্র হৰি-ভক্তি প্ৰচাৰিলা ।
বাৰজন ভক্ত সহিতে তহিতে
নামৰ সত্র পাতিলা ॥
সবেও বসিয়া এক থান হুয়া
বসি ঘোষা গীত গায় ।
কীৰ্ত্তন দশম ৰত্নাৱলী আদি
পড়ন্ত পাঠ সদায় ॥ ১৪৬

কতো বেলি চৰ্চ্চি কথা কহি থাকা
শুনা সৱে ৰঙ্গ মনে ।
গোপালৰ সদ কৰ্ম্মক দেখিয়া
প্ৰশংসয় সৰ্ব্বজনে ॥
গোপালৰ নেতৃত্ব
যাক যেহি বাক্য বোলন্ত গোপালে
পালন্ত সৱে আদেশ ।
নিজ কৃপাগুণে গোপালে সবাকো
দেন্ত হিত উপদেশ ॥ ১৪৭
তাহান জননী কৰ্ম্ম কৰিবাক
প্ৰতি আয়ে উদগায় ।
ভকত সহিতে প্ৰসঙ্গ কৰয়
দেখি তাৰা দুখ পায় ॥
মাতৃৰ আজ্ঞামতে গোপালৰ কৰ্ম্ম-তৎপৰতা
তান্ত বহিবাক লাগি জোখা দিয়া
আন কৰ্ম্মে চলিযান্ত ।
একে নিমিষেকে বহিয়া. গোপালে
বসি হৰি-কথা কন্ত ॥ ১৪৮
পুনু পুনু মায়ে বচন বোলয়
কিক বসি আছা তুমি ।
তান্ত বসিবাক কাৰণে তোমাত
পাঞ্চিয়া গৈলোঁহো আমি ॥
গোপালে বোলন্ত ক্ৰোধ নকৰিবা
তযু বাক্য সাফলিলোঁ ।
যেত জোখা দিলা তাহাতো কৰিয়া
চৰায়া কিছু বহিলোঁ ॥ ১৪৯
আউৰ দিনা তাৰা তাহাতো কৰিয়া
বড়া জোখা দিয়া যায় ।

তাকো অপ্রয়াসে গোপালে কৰন্ত
কিঞ্চিতো প্ৰয়াস নাই ॥

অদ্ভুত-বিস্ময়

পুনু আসি মাৱে বিস্ময়ে গুণন্ত
কিনো কৰ্ম্ম বিপৰীত।
দুদিনৰ জোখা একেবাৰে দেও
তথাপি পাৰে কৰিত ॥ ১৫০

যি কাৰণে তাৰা দেৱ গোপালৰ
মহিমাক নজানয়।
সিহেতু সামান্য তনয় মানিয়া
নিয়ম-বাণী বোলয় ॥
পূৰ্ব্বত কৃষ্ণৰ মহিমাক যেন
যশোদায়ো নজানিলা।
মাঠি ভাঙ্গিবাৰ দায় দিয়া তান্ক
উদুখলে বান্ধি থৈলা ॥ ১৫১

লোক-ৰঞ্জন গোপাল

গোপালৰ গুণে সবাকো ৰঞ্জিলা
সবে কৃতকৃত্য ভৈলা।
গোপালদেৱৰ শুদ্ধ যশস্যাকা
দ্বীপ দ্বীপান্তৰে গৈলা ॥
গোপালত দেখি আনো তত্তিলোকে
তৈতে হৰিনাম গাই।
হৰিকথা শুনি সহজে থাকন্ত
আন বৃথা কৰ্ম্ম নাই ॥ ১৫২

× × ×

পদ

শুনা আতপৰে আৰো কথা বিপৰীত।
গোপালৰ যেন কৰ্ম্ম মিলিল তহিত ॥

হৰিনাম গায়া ঘোৰে তথাতে আছিলা।
কতো দিন মানে মহা হৰিষে বঞ্চিলা॥ ১৫৫
এক দিনা গোপালে খেতক চলি যান্ত।
অশ্বাৰোহীৰ এগোটা ঘোটক আসে তাঙ্ক দেখিলন্ত॥
ঘোৰে মহা বিচক্ষণ হয় বেগে আসে ধাই।
বাৰ্ত্তা-প্ৰেৰণ দেখিয়া গোপালে তাক প্ৰতি আছে চাই॥ ১৫৬
এত হন্তে ঘোঁৰা আসি সমীপ চাপিলা।
গোপালৰ নিকটক ৰাহুতে ৰাখিলা॥
গোপালৰ প্ৰতি হেন বুলিলা বচন।
ইটো কোন গ্ৰাম মোত কিয়ো এতিক্ষণ॥ ১৫৭
শুনি হেন গোপালেও বুলিলা বচন।
ইহাক্কে ভৱানীপুৰ বোলে সৰ্ব্বজন॥
পুনৰপি ৰাহুতে বুলিলা গোপালক।
চিনা কি নিচিনা তুমি অমৃতকৰক॥ ১৫৮
গোপালে বোলন্ত তেহে আমাৰ বৰুৱা।
ভাল মতে জানো তাৰ পয়োজন কৰা॥
পুনু আশোৱাৰী হেন বলিলা বচন।
লোক-সংবাদ সত্বৰে কহিয়ো গৈয়া মোৰ প্ৰয়োজন॥ ১৫৯
শঙ্কৰদেৱৰ তাৰা যিটো শঙ্কৰক সেৱা কৰিলন্ত।
বৈকুণ্ঠপ্ৰয়াণ তেন্তে পৃথিৱীক এৰি বৈকুণ্ঠে গৈলন্ত॥
হেনয় কথস্তা ঘোৰে বচন বুলিলা।
তথাতে গোপালে পৰি ৰোদন কৰিলা॥ ১৬০
অমৃতকৰত গৈয়া কহিলা তেখন।
তেহে সমে তৈতে বহু কৰিলা ক্ৰন্দন॥
আন্যোঅন্যে সৰ্ব্বলোকে আলোচ কৰিলা।
এক থান হুয়া সবে দশাহ বসিলা॥ ১৬১

গো-ব্ৰাহ্মণৰ যেবে মিলয় প্ৰলয় ।
মোৰ দোষ নাই তেবে বুলিলোঁ নিশ্চয় ॥
এহি বুলি সমস্তকে বিদায় দিলন্ত ।
নৃপতিক সৱেও প্ৰশংসা কৰিলন্ত ॥ ১২২
অহা ধৰ্ম্মশীল আক কাৰ্য্যে আকলিলা ।
একমতি হুয়া সবে আপুনি বৰিলা ॥
দেখি নৃপতিৰ বৰ হৰিষ আশেষ ।
ভৈল অপ্ৰয়াসে যাই নগৰ প্ৰবেশ ॥ ১২৩
ৰাজ-ভগন যেবে কুবাচৰ ৰাজা নগৰ উঠিল ।
অসম নৃপতি ভাগি লুকায়া ৰহিল ॥
নৰনাৰায়ণে পাছে বিচাৰ কৰাইলা ।
চাৰিঙ্গ-ৰাজাক পাই আনিয়া ভেটাইলা ॥ ১২৪
মৰনাৰায়ণে হেন পুছিলা যুগুতি ।
চাৰিং-ৰজাৰ তুমিয়ো অসম ৰাজা কহিয়ো সম্প্ৰতি ॥
ৰাজভক্তি চাৰিঙ্গ-ৰাজায়ে বোলে কহো শুনিয়োক ।
তাহানে সেৱক ৰাজা জানিবা আমাক ॥ ১২৫
স্বতন্ত্ৰ নুহিকা আমি চাৰিঙ্গ যে ৰাজা ।
তাহান আদেশ মানি পালি থাকোঁ প্ৰজা ॥
ৰাজা বোলে স্বৰূপ বচন মোলোঁ মই ।
কোচ-ৰজাৰ নৃপতিক গৈয়া এথা মাতি আনা গই ॥ ১২৬
সন্ধি-প্ৰস্তাৱ এহি দণ্ডপাটে তাক ৰাজা পাতি থওঁ ।
স্বৰ্গীয়া লোকক লৈয়া দেশক চলওঁ ॥
শুনিয়া চাৰিঙ্গপতি তেখনে লৰিলা ।
বুলিমাতি তাক আনিবাক নপাৰিলা ॥ ১২৭
হেন কথা আসিয়া ৰাজাত কহিলন্ত ।
হেন শুনি নৃপতিয়ো বাক্য বুলিলন্ত ॥

চাৰিং-ৰজাৰ প্ৰতি কোচ-ৰজাৰ প্ৰশংসা আৰু হুত্তীয়া লোক-সকলক লৈ প্ৰস্থান

এহি থানে পাতি থওঁ তোমাক নৃপতি।
চাৰিঙ্গ-ৰাজায়ে বোলে নুহিকা শকতি॥ ১২৮
ভৃত্য হৈয়া স্বামীৰ লৈবোঁহো কেনে ভাৱ।
স্বৰূপত কাৰো ইটো নুহি ব্যৱহাৰ॥
শুনি ৰাজা মনে তাঙ্ক প্ৰশংসা কৰিলা।
হুত্তীয়া লোকক লৈয়া দেশক চলিলা॥ ১২৯
ঠাঁঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্ম্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ॥
তান্তী পঢ়িয়া আনো হুত্তীয়া যতেক।
নৰনাৰায়ণ ৰাজা সমস্তে নিলেক॥ ১৩০
আপোন থানত নিয়া একত্ৰ কৰিলা।
চাৰিখান নগৰত নিয়মে পাতিলা॥

ভৱানীপুৰ কালঝাৰ প্ৰভৃতি নগৰ নিৰ্ম্মাণ

বৰ নৱনগৰ ভৱানী কালঝাৰ।
চাৰিও নগৰ আতি ভৈলা জাতিস্কাৰ॥ ১৩১

ভৱানীপুৰত গোপালদেৱ

গোপালদেৱক সেহি নগতে নিলন্ত।
তান্তীসঙ্গে ভৱানীপুৰত পাতিলন্ত॥
তথাতে গোপাল যেৱে আছন্ত হৰিষে।
দেখিয়া লোকৰ মনে অমৃত বৰিষে॥ ১৩২
মদনকো জিনি জ্বলে তনু সুকুমাৰ।

তামুলী পাতিবলৈ ৰজাৰ অভিপ্ৰায়

দেখি নৃপতিৰ হৰিষৰ নাহি পাৰ॥
তামুলী লৈবাক ৰাজা যতন কৰিলা।
কলীয়া দলৈয়ে যাই নিষেধ কৰিলা॥ ১৩৩
বোলে লৈবে তামুলী ইহাঙ্ক নুযুৱায়।
পৰৰ ৰাজ্যৰ লোক কোনে আশ পায়॥
শুনি ৰাজা অসন্তোষে গৃহক চলিল।
বোলে মোৰ মনৰ কামনা নিসিজিল॥ ১৩৪

* * * *

## ছবি

যেৱে নৰনাৰায়ণে ভৱানীপুৰত থৈলা
তন্তিসমে গোপালদেৱক ।

গোপালৰ কতো দিন মানে থাকি ক্লয * নাপৰিয়া হুয়া
মৰিয়া গৈলা তেৱে মমাৰ গৃহক ॥ ( * জ্বৰ-পাঠান্তৰ )
আৰু শঙ্কৰদেৱৰ থানে আছা যেৱে মনপুৰ
শঙ্কৰদেৱৰ তথা দেৱ গোপাল ৰহিলা ।
লগত শঙ্কৰক মাধৱক আনো ভক্তসকলক
সাক্ষাৎ সেহি বেলা দৰশন ভৈলা ॥ ১৩৮

শঙ্কৰৰ মুখে কথা সহজে শুনিয়া থাকা
আনো একো বৃথা কৰ্ম্ম নাই ।
কতো দিন থাকি তৈত নাপৰিয়া সুস্থ হুয়া
আসিলন্ত গৃহক দুনাই ॥

গোপালৰ গুৰু-মুখে শাস্ত্ৰসৱ অপ্ৰয়াসে পঢ়িলন্ত
অধ্যয়ন ভৈলা মহা বিবেগী চতুৰ ।
সৰ্ব্বগুণে গুণান্বিত পৰম কৰুণচিত্ত
মহা সত্ত সুবুদ্ধ সুধীৰ ॥ ১৩৯

মহা বিচক্ষণ ৰূপ গুণ দেখি গোপালৰ
দুইজনা কন্যা যাচি দিলা ।
পিতৃ-মাতৃৰ পিতৃ-মাতৃ দুইজনে পৰম হৰিষমনে
দ্বাৰাৰে তনয়ক বিবাহ কৰাইলা ॥
গোপালৰ এহিমতে গোপালেয়ো সমস্তে লোকক বঞ্চি
দুই ভাৰ্য্যাৰ যেৱে মহা হৰিষে আছন্ত ।
বিবাহ-কাৰ্য্য পাটবাউসীয়া স্থানে পুনু কতো দিন মানে
মমাৰ গৃহত ৰঞ্চিলন্ত ॥ ১৪০

শঙ্কৰদেৱৰ আজ্ঞা পালন

এদিনা শঙ্কৰদেৱ আছন্ত সমাজ পাতি
তৈকে গেলা মমাৰ লগত ।
শঙ্কৰক মাধৱক দৰশন হুয়া দুইকো
প্ৰণামিলা হুয়া অৱনত ॥
মমা মনপূৰসমে এক পাশে দুয়োজন
যেৰে সোহ সভাত বসিল ।
দেখিয়া শঙ্কৰে মাতি আম পাৰিবাক প্ৰতি
তাঙ্ক হেন আদেশ কৰিল ॥ ১৪১

গুৰুজনাক আম পাৰি যোগান ধৰে

বোলন্ত গোপাল তুমি এহি আমু বৃক্ষে চৰি
আম পাৰি দিয়া কিছুমান ।
শঙ্কৰৰ হেন বাণী গোপালে শুনিয়া উঠি
পাৰিবাক ধৰিলা যতন ॥
মহা ভয়ঙ্কৰ আম বেড়ে তাক নপাৰয়
হাত মেলি ডালক নপায় ।
ৰামানন্দ ঠাকুৰক জখলা ধৰিবে প্ৰতি
দিলা তৈকে শঙ্কৰে পঠাই ॥ ১৪২
শঙ্কৰদেৱৰ বাণী ঠাকুৰেও অনুমানি
তথা যাই জখলা ধৰিলা ।
দেখিয়া গোপালে বোলে আপুনি উঠিবোঁ মই
ঠাকুৰক নিষেধ কৰিলা ॥
গোপালে জখলা পাতি আপুনি উঠিলা যেৰে
তলত ঠাকুৰে ধৰিলন্ত ।
ঠাকুৰে ধৰিলা হেন জানিয়া গোপালে পুনু
ডেৱ দিয়া মাটিক নামিলন্ত ॥ ১৪৩
বোলন্ত তোমৰা মোক আৰবাৰ ধৰা যেৰে
তেৱে আত নিশ্চয়ে নুঠিবোঁ ।

শঙ্কৰৰ আদেশক শিৰোগত কৰি আমি
আপোন গৃহক চলি যাইবো ॥
এহি বুলি গোপালেও জথলা ভেজায়া তাত
আপুনি খৰিক চৰিলন্ত ।
ভাল ভাল আম আনি খৰাত কৰিয়া ভৰি
জকু মোল তলক দিলন্ত ॥ ১৪৪
গোপালো নামিলা যেবে আমক আনিয়া তেৱে
শঙ্কৰদেৱৰ আগে দিলা ।
পৰম সুস্বাদ আম ভকতসৱক দিয়া
আপুনিয়ো শঙ্কৰে ভুঞ্জিলা ॥
এহিমতে গোপালেয়া আম্র পাৰি শঙ্কৰক
ভক্ত সমাদৰতে ভুঞ্জাইলন্ত ।
শঙ্কৰক প্ৰণামিয়া মাতুলক সম্বুধিয়া
পুনু হো গৃহক আসিলন্ত ॥ ১৪৫

—+—

## ছুলৰি

ভৱানীপুৰত নামৰ সত্ৰ

শুনা এক চিত্তে গোপালে যিমতে
হৰি-ভক্তি প্ৰচাৰিলা ।
বাহজন ভক্ত সহিতে তহিতে
নামৰ সত্ৰ পাতিলা ॥
সৱেও বসিয়া এক থান হুয়া
বসি ঘোষা গীত গায় ।
কীৰ্ত্তন দশম ৰত্নাৱলী আদি
পঢ়ন্ত পাঠ সদায় ॥ ১৪৬

কতো বেলি চৰ্চ্চি কথা কহি থাকা
শুনা সৱে ৰঙ্গ মনে ।
গোপালৰ সদ কৰ্ম্মক দেখিয়া
প্ৰশংসয় সৰ্ব্বজনে ॥

গোপালৰ যাক যেহি বাক্য বোলন্ত গোপালে
নেতৃত্ব পালন্ত সৱে আদেশ ।
নিজ কৃপাগুণে গোপালে সৱাকো
দেন্ত হিত উপদেশ ॥ ১৪৭

তাহান জননী কৰ্ম্ম কৰিবাক
প্ৰতি আয়ে উদগায় ।
ভকত সহিতে প্ৰসঙ্গ কৰয়
দেখি তাৰা দুখ পায় ॥

মাতৃৰ আজ্ঞামতে তাক্ত বহিবাক লাগি জোখা দিয়া
গোপালৰ আন কৰ্ম্মে চলিযান্ত ।
কৰ্ম্ম-তৎপৰতা একে নিমিষেকে বহিয়া গোপালে
বসি হৰি-কথা কন্ত ॥ ১৪৮

পুনু পুনু মায়ে বচন বোলয়
কিক বসি আছা তুমি ।
তাক্ত বসিবাক কাৰণে তোমাত
পাঞ্চিয়া গৈলোঁহো আমি ॥

গোপালে বোলন্ত ক্ৰোধ নকৰিবা
তযু বাক্য সাফলিলোঁ ।
যেত জোখা দিলা তাহাতো কৰিয়া
চৰায়া কিছু বহিলোঁ ॥ ১৪৯

আউৰ দিমা তাৰা তাহাতো কৰিয়া
মত্ৰা জোখা দিয়া যায় ।

তাকো অপ্রয়াসে গোপালে কৰন্ত
কিঞ্চিতো প্ৰয়াস নাই ॥

আত্মৰ-বিস্ময় পুনু আসি মাৰে বিস্ময়ে গুণন্ত
কিনো কৰ্ম্ম বিপৰীত।
দুদিনৰ জোখা একেবাৰে দেও
তথাপি পাৰে কৰিত ॥ ১৫০

যি কাৰণে তাৰা দেখ্ন গোপালৰ
মহিমাক নজানয়।
সিহেতু সামান্য তনয় মানিয়া
নিয়ম-বাণী বোলয় ॥

পূৰ্ব্বত কৃষ্ণৰ মহিমাক যেন
যশোদায়ো নজানিলা।
মাঠি ভাঙ্গিবাৰ দায় দিয়া তান্ক
উৰুখলে বান্ধি থৈলা ॥ ১৫১

লোক-ৰঞ্জন গোপাল গোপালৰ গুণে সবাকো ৰঞ্জিলা
সবে কৃতকৃত্য ভৈলা।
গোপালদেৱৰ শুদ্ধ যশস্যাক
দ্বীপ দ্বীপান্তৰে গৈলা ॥

গোপালত দেখি আনো তন্তিলোকে
তৈতে হৰিনাম গাই।
হৰিকথা শুনি সহজে থাকন্ত
আন বৃথা কৰ্ম্ম নাই ॥ ১৫২

× × ×

পদ

শুনা আতপৰে আৰো কথা বিপৰীত।
গোপালৰ যেন কৰ্ম্ম মিলিল তহিত ॥

হৰিনাম গায়া যেৱে তথাতে আছিলা।
কতো দিন মানে মহা হৰিষে ৰহিলা॥ ১৫৫
এক দিনা গোপালে খেতক চলি যান্ত।
অশ্বাৰোহীৰ এগোটা ঘোটক আসে তাঙ্ক দেখিলন্ত॥
যোগে মহা বিচক্ষণ হয় বেগে আসে ধাই।
বাৰ্ত্তা-প্ৰেৰণ দেখিয়া গোপালে তাক প্ৰতি আছে চাই॥ ১৫৬
এত হন্তে ঘোঁৰা আসি সমীপ চাপিলা।
গোপালৰ নিকটক ৰাহুতে ৰাখিলা॥
গোপালৰ প্ৰতি হেন বুলিলা বচন।
ইটো কোন গ্ৰাম মোত কৈয়ো এতিক্ষণ॥ ১৫৭
শুনি হেন গোপালেও বুলিলা বচন।
ইহাঙ্কে ভৱানীপুৰ বোলে সৰ্ব্বজন॥
পুনৰপি ৰাহুতে বলিলা গোপালক।
চিনা কি নিচিনা তুমি অমৃতকৰক॥ ১৫৮
গোপালে বোলন্ত তেহে আমাৰ বৰুৱা।
ভাল মতে জানো তুমি পয়োজন কৱা॥
পুনু আশোৱাৰী হেন বলিলা বচন।
লোক-সংবাদ সত্বৰে কহিয়ো গৈয়া মোৰ প্ৰয়োজন॥ ১৫৯
-শঙ্কৰদেৱৰ তাৰা যিটো সত্বৰে সেৱা কৰিলন্ত।
বৈকুণ্ঠপ্ৰয়াণ তেন্তে পৃথিৱীক এৰি বৈকুণ্ঠে গৈলন্ত॥
হেনয় কথাতা যেৱে বচন বুলিলা।
তথাতে গোপালে পৰি ৰোদন কৰিলা॥ ১৬০
অমৃতকৰত গৈয়া কহিলা তেখন।
তেহে সমে তৈতে বহু কৰিলা ক্ৰন্দন॥
আন্যোঅন্যে সৰ্ব্বলোকে আলোচ কৰিলা।
এক থান হুয়া সৱে দশাত বসিলা॥ ১৬১

হৰিনাম-কীৰ্ত্তনক কৰিলা যতনে।
অন্যোঅন্যে চলি গৈলা আপোন ভৱনে।
গোপাল চলিয়া আপনাৰ গৃহে গৈলা।
তথা গৈয়া বসি মনে গুণিতে লাগিলা॥ ১৬২
হৰি হৰি কিনো মোৰ কৰ্ম্মৰ বিপাক।
হেলা কৰি গই হৰুৱাইলোঁ শঙ্কৰক॥
গুৰু-অন্বেষণত গোপাল সুপিতাৰ লগত কিছুদিন
জানিলা শঙ্কৰ চলি বৈকুণ্ঠে গৈলন্ত।
সুপিতাৰ লগ তেৱে গোপালে লৈলন্ত॥ ১৬৩
মোহৰ নাম মন্ত্ৰ তেৱে লোকত শিক্ষাই।
দীক্ষা দিয়া হৰিষে ফুৰন্ত ঠাই ঠাই॥
তাতো ভাল নাকৰয় গোপালৰ মন

* * * *

সুপিতাৰ থানে যেৱে গোপাল আছন্ত।
গোপালৰ মনে তাঙ্ক ভাল নমানন্ত॥ ১৭৯
মাধৱৰ থানে যাইবে মন্ত্ৰ কৰিলন্ত।
জানিয়া সুপিতা তাঙ্ক নিষেধ বোলন্ত॥
আমাত এৰিয়া তাত কোন বড়া কৈবা।
এথাত তোমাৰ কিবা কাৰ্য্য নিসিজিবা॥ ১৮০
সুপিতাৰ বৰ-কথা
বোলন্ত গোপাল শুনা বচন আমাৰ।
মাধৱো বৰন্ত মোক বৰি সতকাৰ॥
মোক দেখিলতে গাৱ চালিয়া উঠয়।
পৰম হৰিষে আগ বাঢ়িয়া নিরয়॥ ১৮১
দুই নুই আক তুমি আপুনি দেখিবা।
তথাতে যাইবোঁ হো কালি প্ৰভাতে আসিবা॥
হেন শুনি গোপাল আপুন গৃহে গৈলা।
তৈকে যাইবে প্ৰতি মহা হৰিষে ভাসিলা॥ ১৮২

দুয়োজনে লৰি গৈলা মাধৱৰ স্থানে।
আছন্ত মাধৱ দেখিলন্ত বিদ্যমানে॥
ভক্তি-প্ৰদীপ- ভকতি-প্ৰদীপ * গ্ৰন্থ প্ৰমাণি আছন্ত।
গ্ৰন্থৰ পৰীক্ষাত সুপিতাক লাগি কিছু তঙ্ক নকৰন্ত॥ ১৮৩
ব্যস্ত মাধৱ কতো বেলি মানে পাছে পদ ভাঙ্গ ভৈল।
তেৱেসে মাধৱে সুপিতাক লাগি চাইল॥
বোলন্ত গোপাল কঠখানি দিয়ো আনি।
দিলন্ত গোপালে মাধৱৰ আজ্ঞা মানি॥ ১৮৪
সুপিতা বসিলা তাতে হুয়া সাৱধান।
গোপালৰ প্ৰথম তেৱে তাক প্ৰশ্ন কৰিলন্ত কিছুমান॥
গুৰু-সেৱা মাধৱৰ পাশে যাই গোপাল বসিলা।
পৰম হৰিষ মনে প্ৰণাম কৰিলা॥ ১৮৫
বুলিলন্ত মাধৱে চাহিয়া গোপালক।
তুমি কি [illegible] মধুকৰৰ গৃহক॥
গোপালে বোলন্ত মই কিবা বখানিবো।
আমাৰ বলকা হন্তে কি কথা কহিবো॥ ১৮৬
প্ৰথম গুৰু বুলিলন্ত মাধৱে পুস্তকখানি দিবা।
আজ্ঞা- আপুনাৰ গৃহক তেৱে সে চলি যাইবা॥
হেন শুনি গোপালে পুস্তক খানি লৈলা।
সুপিতা সহিতে আপোনাৰ থানে গৈলা॥ ১৮৭
মিছা মতা পথত যাহন্তে ভাল মনে গুণি চায়।
সুপিতাত মিছামতা গুৰু হন্তে কিছু ফল নাই॥
অবিশ্বাস আন দিনা সুপিতাক থানত থৱয়।
তেৱে সে গোপাল নিজ গৃহক চলয়॥ ১৮৮

---

* দ্বিজ ৰামানন্দৰ মতে "জন্ম-ৰহস্য"—আগৰ ২১ পৃষ্ঠা দ্ৰষ্টব্য — সম্পাদক।

সিদিনাক প্ৰতি দোবাটত ৰহিলন্ত।
যায়ো বুলি মধুকৰ গৃহক গৈলন্ত॥
মাধৱৰ আদেশে পুস্তকখানি দিয়া।
তেৱে সে গোপাল গৈলা গৃহক লাগিয়া॥ ১৮৯
আপোনাৰ থানে যেৱে সুখে ৰহিলন্ত।
শুনিয়ো মাধৱে যেন কৰ্ম্ম কৰিলন্ত॥

গুৰু-পত্নীৰ কাৰ্য্যত মাধৱৰ ভৱানীপুৰ-যাত্ৰা

বৰপেটা থানে যেৱে মাধৱো ৰহিলা।
আই-গোসাঁনীৰ নান্দ-পাটুকা ভাগিলা॥ ১৯০
তাৰ তৰে মাধৱো ভৱানীপুৰে গৈলা।
মধুকৰ দলৈৰ বাৰীত প্ৰবেশিলা॥
মাধৱক দেখি তাৰো হৰিষ ভৈলন্ত।
বসিবাক বস্ত্ৰ পাৰি আসন দিলন্ত॥ ১৯১
মাধৱো বসিলা তাত হৰিষিত মনে।
সৱহি নমিলা আসি পৰিয়া চৰণে॥
গুৱাপাণ অৰ্চ্চা কৰি সাদৰি পুছিলা।
আমাৰ থানক প্ৰভু কি কাৰ্য্যে আসিলা॥ ১৯২
মাধৱে বোলন্ত মোৰ আন কাৰ্য্য নাই।
শুনা যিকাৰণে আসি আছোঁ তযু ঠাই॥
এক গুটি নান্দপাট আমাক লাগয়।
দিবে পাৰা যদি তেৱে বৰ ভাল হয়॥ ১৯৩
আই গোসাঁনীৰ নান্দ পাটুকা ভাগিল।
শুনি মধুকৰে হেন বচন বুলিল॥
নান্দপাট কিনি আনি এতিক্ষণে দিবোঁ।
সি থানক প্ৰতি তেৱে কেনমতে নিবোঁ॥ ১৯৪
ভক্তিগণে কিঞ্চিতেকো বাক্য নকৰয়।
নিবে প্ৰতি আমাৰো শকতি নাহিকয়॥

মাধৱে বোলন্ত যদি পাটুকা খিনিব।
আমাৰো খানক আৰে কেনমতে যাইব ॥ ১৯৫
মধুকৰে লোগে কহোঁ স্বৰূপ বচন।
গোপাল "মহাজন" সমীপতে আছে একজন মহাজন ॥
তাৰা যদি নিবে বোলে তেরে লৈয়া যায়।
আন একো মতে আন নেদেখোঁ উপায় ॥ ১৯৬
তেন্তে যদি নাৰ বোলে তেখনে মৰয়।
জীৱ বুলিলাত তন্তি তেখনে জাৱয় ॥
হেন জানি বাপ আৰে তান পাশে যায়ো।
এহি কথাখানি তাঙ্ক আদেশ কৰিয়ো ॥ ১৯৭
গৃহতে থাকি গুৰু-দৰ্শন হেন শুনি মাধৱ হৰিষে চলি গৈলা।
গোপালৰ গৃহৰ সমীপ যাই পাইলা ॥
গোপাল গোপাল বুলি মাত লগাইলন্ত।
শুনিয়া গোপালে আগ বাঢ়িয়া গৈলন্ত ॥ ১৯৮
আপোনাৰ থানক আদৰ কৰি নিলা।
বসিবাক লাগিয়া আসন পাৰি দিলা ॥
গুৱাপাণ দিয়া তাঙ্ক নমস্কাৰ কৰি।
কি কাৰ্য্যে আসিলা বুলি পুছিলা সাদৰি ॥ ১৯৯
গোপালৰ নামৰ মন্দিৰ নামৰ মন্দিৰ খানি মাধৱে দেখিলা।
কাৰ ইটো গৃহ বুলি হৰিষে পুছিলা ॥
গোপালে বোলন্ত আত আন কৰ্ম্ম নাই।
ভকতে সহিতে থাকোঁ ৰাম নাম গাই ॥ ২০০
পুনৰপি মাধৱে পুছিলা গোপালত।
নামৰ প্ৰসঙ্গ তুমি কৰা কেন মত ॥
কোন গ্ৰন্থ পাঠ পঢ়া কহিয়ো সত্বৰ।
শুনিয়া গোপালে হেন দিলন্ত উত্তৰ ॥ ২০১

* * *

## ভুলাৰ

তেৱে মাধৱক গোপালে বুলিলা
শুনিয়োক বাপ তুমি।
"জগতগুৰু" শঙ্কৰদেৱৰ কবিতা পাঠ
জগতৰ গুৰু শঙ্কৰদেৱৰ
কবিতাক পঢ়োঁ আমি॥
মাধৱে বোলন্ত যদিবা শঙ্কৰ
জগতৰে গুৰু হয়।
তোমাৰ আমাৰ দুই নুই তেৱে
কহিয়ো মোত নিশ্চয়॥ ২০৮
মাধৱৰ বাণী শুনিয়া গোপালে
পুনুহু দিলা উত্তৰ।
আমাৰ যে গুৰু নুহিকা শঙ্কৰ
ভৈল কেনে জগতৰ॥
মাধৱে বোলন্ত গুৰু ভৈলে তেৱে
গুৰুৰ সেৱা লাগয়।
"প্ৰাণ টাকি গুৰু-সেৱা"
বোলন্ত গোপালে প্ৰাণকো টঙ্কিয়া
কৰিবাৰ যোগ্য হয়॥২০৯
পুনুহু মাধৱে বোলে গুৰু-সেৱা
তোমৰাও কৰা যেৱে।
আই-গোসাঁনীৰ নান্দপাট খানি
নিবাক লাগয় তেৱে॥
দলে মধুকৰে কিনিয়া দিবন্ত
সৱে একমতি হুইবা।
কালি বা তোমৰা পৰশুই দিনা
আমাৰ থানক যাইবা॥ ২১০

গুৰু-আজ্ঞা-পালনৰ একে-আষাৰীয়া উত্তৰ

গোপালে বোলন্ত গুৰুক লাগিয়া
এতিক্ষণে যায়ো তুমি।
ভকতিগণ সমে গধূলা বেলাত
আলোচ কৰোঁহো আমি॥
তেৱে নান্দপাট সম্বে লৈয়া যাইব
ইহাত সংশয় নাই।
হেনয় বচন শুনিয়া মাধৱ
গৈলা আপোনাৰ ঠাই॥ ২১১
তথাত আসনে বসিলা মাধৱে
পৰম আনন্দ মন।

শ্ৰীৰামৰ আগত গোপালৰ প্ৰশংসা

বোলন্ত শ্ৰীৰাম বচন শুনোক
পাইলোঁ আজি একজন॥
এক বাক্য বিনে আৰো পুনৰপি
বুলিবাক নলাগিল।
মাধৱৰ বাণী শুনিয়া শ্ৰীৰামে
বিস্ময়ে গুণিবে লৈল॥ ২১২
সিটো পুৰুষক কোন ভাগ্যৱতী
গৰ্ভে ধৰি তুলিলেক।
নজানোঁ পূৰ্ব্বৰ জনমত তপ
কৰিয়া আছে কতেক॥
যাহাক পৰম ঈশ্বৰে প্ৰশংসা
কৰিলা আপুনি তুমি।

গোপালক দেখা পাবলৈ শ্ৰীৰামৰ অপেক্ষা

হেনয় জনক চক্ষুৰ গোচৰে
কৈসানি দেখিবোঁ আমি॥ ২১৩
মাধৱে বোলন্ত আমাৰ থানক
পৰশুই আসিবন্ত।

কেতিয়া পৰশুই হুইবন্ত বুলিয়া
ছিবিৰাম ৰহিলন্ত ॥
আই-গোসাঁনীক বুলিলা মাধৱে
সাজ কৰা কিছুমান।
ভকতসকল সহিতে গোপাল
আসিব আমাৰ থান ॥ ২১৪

—0—

ছুৰি

মাধৱৰ আজ্ঞা তৈত মাধৱৰ বাণী তন্তিসকলক আনি
জ্ঞাপন সমস্ততে গোপালে কহিলা।
আমাৰ থানক আজি মাধৱ গোসাঁই আসি
নান্দপাট নিবাক বুলিলা ॥
মধুকৰ দলৈয়ে যে কিনি থৈয়া আছে তৈত
আমি সৱে নিবাক লাগয়।
শুনি তন্তিগণে বোলে তাৰা যেৱে দিব পাৰে
তাঁতীসকল আমাৰ কি কড়ি নাহিকয়। ২১৫
অনুপ্ৰাণিত সিটো পাট তথা থৈয়া আপুনিয়ে কিনি লৈয়া
যাইবোঁ আই-গোসাঁনীৰ ঠাই।
গোপালে বোলন্ত আৰ কিনিবাক নলাগয়
গুৰু-আজ্ঞা- মাধৱৰ আজ্ঞা ভঙ্গ যায় ॥
ভঙ্গৰ ভয় আমাৰ কড়িক আমি লগাইবাৰ বেলা পাইবোঁ
এতিক্ষণে লৈয়া যাওঁ তাক।
শুনি তন্তিগণে তেৱে ভাল বুলি প্ৰশংসিয়া
নবাধিলা গোপালৰ বাক ॥ ২১৬

পাট সাজী বান্ধি লৈলা আগত গোপাল ভৈলা
যেনমতে গজ চলি যায় ।
পাছত ভকতসব পৰম কৌতুক মনে
চলে সবে হৰিগুণ গাই ॥
কতো বেলি মানে গৈয়া বৰপেটা থান পাইলা
দূৰতে মাধৱে দেখিলন্ত ।
গোপালৰ প্ৰতি শ্ৰীৰামৰ প্ৰেম — বোলন্ত শ্ৰীৰাম তুমি গোপাল আসিল হেৰা
শুনি আগবাঢ়িয়া গৈলন্ত ॥ ২১৭
গোপাল গোপাল বুলি সাবটি ধৰিলা গৈয়া
চক্ষুৰ লোতক বহি যায় ।
ঈশ্বৰ পুৰুষে বাপ প্ৰশংসা কৰিলা বহু
তোমাৰ ভাগ্যৰ সীমা নাই ॥
মাধৱৰ মান পায়া পাতপাটি তথা থৈয়া
ভক্ত-কাৰ্য সমাধা — সাজক ভোজন কৰিলন্ত ।
মাধৱক প্ৰণামিয়া আপোন থানক গৈয়া
হৰিষে গোপাল ৰহিলন্ত ॥ ২১৮
মাধৱদেৱৰ বৰপেটা ত্যাগ — বৰপেটা থানে আৰো এক অথান্তৰ ভৈলা
তাহাক মাধৱে নাসহিলা ।
ৰাজগুৰুৰ গৃহত বাস — গ্ৰামী ভক্তসকলৰ দাবা গৰু সলাবৰ
শুনি তৈসে উঠিয়া আসিলা ॥
ৰাজগুৰু ঘৰে গৈয়া দুমাস বঞ্চিলন্ত
ভবানীপুৰত মাধৱদেৱৰ নিবাস — তাত পৰে ভৱানীপুৰত
বৈশাখ মাসত যাই গোপালৰ মন্দিৰত
ভৈলন্ত মাধৱ উপগত ॥ ২১৯
তৈত ছয় মাস মানে দেৱ গোপালৰ থানে
যেৱে মহা হৰিষে আছন্ত ।

সিবেলাত গোপালেও শৰণ লৈবাক প্ৰতি
গুৱাপাণ সাজ কৰিলন্ত ॥
সৱে সাজ খানি লৈয়া মাধৱৰ আগে দিয়া
খুলিলন্ত কাকুতি অশেষ ।
যেনমতে অপাৰৰ অপ্ৰয়াসে হইবোঁ পাৰ
দিয়োঁ মোক হেন উপদেশ ॥ ২২০
ৰামৰাম গুৰুৱেও হাতযোৰ কৰি বোলে
গোপালৰ আতি শ্ৰদ্ধামন ।
"ভালমতে" গোপালৰ শৰণ
আমিও মিনতি কৰি তোমাক বোলোঁহো বাপ
ভালমতে কহিয়ো শৰণ ॥
হেন স্তুতি-বাণী শুনি মাধৱে হৰিষ মনে
শৰণ-ভকতি কহিলন্ত ।
মাধৱদেৱৰ বহু প্ৰসাদ লভিয়া মনে
সন্তোষে গোপাল ৰহিলন্ত ॥ ২২১
গোপালে বোলন্ত বাপ তোমাৰ পাৰত ভজি
কামনা নকৰোঁ কিছু আমি ।
হেনয় বচন শুনি হৰিষে মাধৱে বোলে
শ্ৰীৰাম সাক্ষী হৈবা তুমি ॥
সাজ খানি অল্প দেখি মাধৱে বোলন্ত হাসি
হৈবে তযু শৰণ তাকৰ ।
গোপালে শুনিয়া পুনু প্ৰচুৰ কৰিয়া সাজ
দিলা নিয়া আগে মাধৱৰ ॥ ২২২
লোকে নজনা শৰণ কতিয়া হ'ল
মাধৱে বোলন্ত তুমি গোপাল আমাৰ থানে
যৈসানি লুপিতা সমে গৈলা ।
তৈসানি শৰণ ভৈলা লোকে মাত্ৰ নজানিলা
আৰে তাক বিদিত কৰিলা ॥

*ছমাহ গুৰু-বাক্য শ্ৰৱণ*

এহিমতে গোপালেও মাধৱৰ মুখে কথা
যেৱে ছয় মাস শুনিলন্ত।

*মাধৱদেৱৰ পুনৰ ৰৰপেটা যাত্ৰা*

ৰৰপেটা-থান হন্তে ভকতসকলে আসি
মাধৱক সাদৰি নিলন্ত॥ ২২৩

* * *

## পদ

মাধৱ গৈলন্ত যেৱে আপুনাৰ ঠাই।

*গুৰুসেৱাত গোপালৰ অত্যধিক অনুৰাগ*

গোপালৰ অতিৰেক শ্ৰদ্ধা বাঢ়ি যায়॥ ২২৭
সাজপাতি যত্ন কৰি তৈকে সদা যান্ত।
দিনা চাৰিমানে কথা শুনিয়া থাকন্ত॥
পুনৰপি আসা যেৱে আপোন ভৱনে।

*মাতৃৰ ক্ৰোধ-বাক্য*

দেখিয়া জননী বোলে ক্ৰোধ কৰি মনে॥ ২২৮
তুমি তাত গৈয়া মাধৱৰ দাস ভৈলা।
দুই ভাৰ্য্যা পুষিবাক কাক দিয়া গৈলা॥
মাধৱদেৱক প্ৰতি বচন বোলন্ত।
শুনিয়া গোপালে মনে দুঃখ কৰিলন্ত॥ ২২৯

*গোপালৰ খেদ আৰু গৃহত্যাগ*

মোহোৰ কাৰণে বাক্য আতাক বোলয়।
আৰো ইটো গৃহত থাকিবে নলাগয়॥
এহি মনে গুণি এক নিশ্চয় কৰিয়া।
গামোচা চুৰিয়া লোটা যত্ন কৰি লৈয়া॥ ২৩০
আন দিনা ধান বাথি উজীত থাকন্ত।
সিদিনাও সেহিমতে গোপাল গৈলন্ত॥
নিশা গোট দুখে যেৱে তথাত বঞ্চিলা।
প্ৰভাতে উঠিয়া মাধৱৰ পাশে গৈলা॥ ২৩১
মাধৱক প্ৰণামিলা অৱনতভাৱে।
কৈৱপৰা আসা বুলি পুছিলা মাধৱে॥

গোপালেও আপোনাৰ কাৰণ কহিলা ।
গুৰুৰ ভোজনৰ কথাক মাধৱে নুপুছিলা ॥ ২৩২
অসোধনত সেহিবেলা ক্ষুধাতুৰ গোপাল ভৈলন্ত ।
অন্যৰ মাধ নামে মণ্ডলৰ গৃহক গৈলন্ত ॥
গৃহত বাস বোলন্ত আমাক তুমি কৰায়ো ভোজন ।
মণ্ডলৰ শুনিয়া হৰিষ ভৈল মন ॥ ২৩৩
মাধৱৰ নিকটত তেসম্মো থাকন্ত ।
সাদৰ কৰিয়া গোপালক ভুঞ্জাইলন্ত ॥
ভোজন কৰিয়া দেৱ গোপালো তহিতে ।
ৰহিলন্ত দিনা চাৰি মহা হৰিষিতে ॥ ২৩৪
গুৰুমুখৰ ভকত সহিতে বসি হৰিগুণ গায় ।
বাক্য- মাধৱৰ মুখে কথা শুনন্ত' সদায় ॥
শ্ৰৱণ যেৱে মণ্ডলৰ গৃহে গোপাল আছন্ত ।
স্নান কৰিবাক পতি মাধৱ গৈলন্ত ॥ ২৩৫
সেহি স্থানে গোপালক সাক্ষাতে দেখিলা ।
শ্ৰীৰামক মাতি হেন বচন বুলিলা ॥
গুৰুৰ বোলন্ত শ্ৰীৰাম শুনা বচন আমাৰ ।
ভৰ্ৎসনা কতো কতো লোকৰ হেনয় ব্যৱহাৰ ॥ ২৩৬
আপোনাৰ গৃহবাস সমস্তে তেজিয়া ।
পৰৰ ঘৰত থাকে নিবাস কৰিয়া ॥
বিষয়ীৰ ঘৰত ৰহিবে লাগে যেৱে ।
আপোনাৰ গৃহ কিয় এৰিলেক তেৱে ॥ ২৩৭
এহি বুলি মাধৱ আপুন থানে গৈল ।
শুনিয়া গোপালে মনে গুণিয়া বুলিলা ॥
মোকে সে কৃপায়ে হেন বুলিলা বচন ।
গৃহক লাগিয়া মনে কৰিলা যতন ॥ ২৩৮

নিজৰ বাসাগৃহ নিৰ্ম্মাণ

মনপুৰ মাতুলক মাতিয়া আনিলা।
দুয়োজনে বাসা খানি নিৰ্ম্মাণ কৰিলা॥
বাৰখোৰ দিয়া পতিলাক জুৰিলন্ত।
হেন বেলা অচ্যুত যে গুৰু আসিলন্ত॥ ২৩৯
গোপালে ভোজন কৰিবাক নতু পায়।
গৈলন্ত অচ্যুত-গুৰু মাধৱৰ ঠাই॥

অচ্যুত-বিপ্ৰৰ বাবে গৃহ লোৱা হ'ল

দেখিয়া মাধৱে বৰ হৰিষ ভৈলন্ত।
কৈত বাসা দিবোঁ বুলি গুণিবে লৈলন্ত॥ ২৪০
বোলন্ত শ্ৰীৰাম মোৰ বচন শুনিয়ো।
গুৰুক লাগিয়া বাসা বিচাৰ কৰিয়ো॥
শ্ৰীৰামে বোলন্ত মই জিজ্ঞাসা কৰিলোঁ।
গোপালৰ বাসা বিনে আন নেদেখিলোঁ॥ ২৪১
মাধৱে বোলন্ত তাঙ্ক মাতি আনা তুমি।
দিয়ে বা নিদিয়ে এথা পুছি চাওঁ আমি॥
শুনিয়া শ্ৰীৰামে যাই মাতিয়া আনিলা।
বাসা খানি দিয়া মোক মাধৱে বুলিলা॥ ২৪২
দিবোঁ হেন গোপালেও বুলিলা বচন।
মাধৱৰ শুনিয়া হৰিষ ভৈল মন॥
গোপালে বোলন্ত মই কৰোঁহো ভোজন।
তেৱে সে বাপৰ মন হইবেক প্ৰসন্ন॥ ২৪৩
জোৰা পতিলাও অন্ন নুভুঞ্জোঁহো যেৱে।
মোৰ মন কষ্ট হেন বুলিবেক তেৱে॥

গোপালৰ [illegible] গৃহাৰ্পণ

এহি বুলি গোপালে ভোজন কৰিলন্ত।
পতিলা উচায়া বাসা গুৰুক দিলন্ত॥ ২৪৪
তথাতে অচ্যুত গুৰু হৰিষে ৰহিলা।
গোপালে বাসাক লাগি যতন কৰিলা॥

আপোনাৰ মাতুলক মাতি আনিলন্ত ।
হাতে অস্ত্ৰ ধৰি দুয়োজন লৰিলন্ত ॥ ২৪৫
দেখিয়া মাধৱে তান্ক বুলিলা বচন ।
কৈক লাগি চলি যাহা তোমা দুইজন ॥
শুনি মনপুৰে কৈলা মাধৱৰ আগে ।
এক খানি বাসা ভাগিনক প্ৰতি লাগে ॥ ২৪৬
আগৰ খানিক বাপে লোকক দিলন্ত ।
তাতে সে আমাক পুনু মাতি আনিলন্ত ॥
মাধৱে বোলন্ত কিছু এথাত ৰহিয়ো ।

**হৰি-প্ৰসঙ্গ কৰিবলৈ হে আদেশ**

গণ্ডে মহে মাৰিবেক প্ৰসঙ্গ কৰিয়ো ॥ ২৪৭
শুনি দুয়োজনে গৈয়া স্নান কৰিলন্ত ।
দুয়োজনে বসি হৰি-কথা শুনিলন্ত ॥
কথা-প্ৰসঙ্গতে বেলা ডটীয়াই গৈল ।
শ্ৰীৰামক প্ৰতি হেন বচন বুলিল ॥ ২৪৮

**গুৰুৰ-গৃহতে স্থান হল**

আমাৰ থানত গোপালক দিয়ো ঠাই ।
ভাল বুলি তৈকে নিলা শ্ৰীৰাম আতাই ॥
মাধৱৰ থানত গোপাল ৰহিলন্ত ।

**গুৰু-শুশ্ৰূষা**

মাধৱৰ আলধৰি সহজে থাকন্ত ॥ ২৪৯
কথাৰ আলাপে থাকা বিৰলে বসিয়া ।
মাধৱে কহন্ত তাত অভিন্ন কৰিয়া ॥

**দিনে দিনে খ্যাতি-বৃদ্ধি**

গোপালৰো নিতে নিতে ৰতি বাঢ়ি যায় ।
দেখি মাধৱৰ হৰিষৰ পাৰ নাই ॥ ২৫০

**গুৰুজনৰ মুখত প্ৰশংসা "অতুলনীয় বিচক্ষণ লোক"**

বোলন্ত শ্ৰীৰাম কহ। স্বৰূপ বচন ।
গোপাল সমান লোক নাহি বিচক্ষণ ॥
শ্ৰীৰামে বোলন্ত দুয়ো একে কলেৱৰ ।
গোপালৰ কাৰ্য্য তেজ একেকে সুন্দৰ ॥ ২৫১

এহি বুলি শ্ৰীৰামেও মৌন হুয়া ৰৈল।
শুনা আতপৰে আৰো যেন কথা ভৈল ॥
যেৱে গোপালক অন্ন মাধৱে দিয়য়।
গোপালৰ মনে তাক ভাল নমানয় ॥ ২৫২
বোলন্ত বহুন মই কৰাও কিমতে।
গুৰুৰ — সিজিবে পাতক মোৰ পুণ্য আচৰন্তে ॥ *
কষ্ট দেখি — এহি বুলি আপুনিয়ে পতিলা জুৰিলা।
নিজে ৰান্ধি — চাউল পানী বসায়া তলত জাল দিলা ॥ ২৫৩
ভোজন — নৱ দেখি পাক ৰাৰি দিয়া জুখি চাইলা।
সিবেলা মাধৱে গৈয়া দৰশন পাইলা ॥
গুৰুৰ — বোলন্ত গোপাল তুমি কেনবা কৰিলা ॥
প্ৰশিক্ষণ — বাহন শুচিক তুমি সেহি হাতে ছুইলা ॥ ২৫৪
ছুইলোঁ হেন গোপালেও বুলিলা বচন।
মাধৱে বোলন্ত পেহ্‌লায়োক এতিক্ষণ ॥
মাধৱৰ আদেশে বাহন গুচাইলন্ত।
দেখিয়া শ্ৰীৰামে বৰ হৰিষ ভৈলন্ত ॥ ২৫৫
সাধু সাধু বাপ তুমি বৰ যশ পাইলা।
অসত্য — মাধৱৰ আগত অসত্য নমাতিলা ॥
নম্ৰতাত — নোছোঁ হেন বাক্য যদি আজি বোলা যেৱে।
সন্তোষ — ঈশ্বৰ-পুৰুষে এৰিলেক হন্তে তেৱে ॥ ২৫৬
প্ৰকাশ — নাৰভঙ্গা গোবিন্দক পৰিল মনত।
নোছো। হেন বাক্য জোনো আসয় মুখত ॥
এহি বুলি শ্ৰীৰামেও হৰিষে ৰহিলা।
শুনা আতপৰে আৰো যেন কথা ভৈলা। ২৫৭
এক দিনা মাধৱ নৌকাত পাৰ হন্ত।
গোপালে গুৱাৰ সাজ গলে লৈয়া যান্ত ॥

---

* এই বিষয়ে আগৰ ৩৩ পৃষ্ঠা আৰু ৪৭ পৃষ্ঠাত ক্ৰমানুসাৰে ১৮০-১৮১ পদ আৰু ২৩০ পদ দ্ৰষ্টব্য — সম্পাদক।

হাতে সাৰটিয়া তাক ধৰিয়া আছয় ।
হাত-পাৱ একো লাৰিবাক নপাৰয় ॥ ২৫৮
এক পাৱ গোপালে নৌকাক দিয়াছন্ত ।
আৰো পাৱ তথাব দাঙিবে নপাইলন্ত ॥
হেন বেলা জনাৰ্দ্দনে দৰশন পাইলা ।
পাছ হন্তে গোপালৰ পাৱ পৰশিলা ॥ ২৫৯

আঙুলিৰ ঠাৰেৰে বাক্যপ্ৰয়োগত দোষাৰোপ

গোপালেও তাত বৰ অসন্তোষ পায়া ।
ৰুলিলা বচন আঙ্গুলিৰ ঠাৰ দিয়া ॥
এনে চল কৰিবাক পাইবেঁ৷ হো তোমাক ।
শুনিয়া মাধৱে হেন ৰুলিলন্ত বাক ॥ ২৬০
তেতিক্ষণে গুৰা সাঙ্গ থৈবে আদেশিলা ।
ভকতক লাগি কিয় আঙ্গুলি দাঙ্গিলা ॥
গোপালে বোলন্ত মোৰ আন কথা নাই ।
তাৰা মোক ওলগিলে যেন চল পাই ॥ ২৬১
ময়ো কোন বেলা কৰিবাক চল পাও ।
তাতে সে আঙ্গুলি তাৰি চিয়ায়া দেখাওঁ ॥
মাধৱে বোলন্ত তভো আঙ্গুলি তুলিলা ।
সি কাৰণে মনে কিছু অসন্তোষ পাইলা ॥ ২৬২

ভকতনাই দোষ শুধৰালে

ভকতক লাগি যিটো আঙ্গুলি তোলয় ।
সিটো হস্ত গোট তাৰ ছেদিবে লাগয় ॥
মাধৱৰ কৃপা-বাণী গোপালে শুনিয়া ।
ভৈলন্ত সন্তোষ মহা প্ৰসাদ লভিয়া ॥ ২৬৩
এহি বুলি মাধৱ যে পাৰ হুয়া গৈল ।

গোপালৰ প্ৰতি মাতৃৰ অসহনি

শুনা আতপৰে আৰো যেন কথা ভৈল ॥
মাধৱৰ সঙ্গে যেৱে গোপাল আছন্ত ।
আই বজৰাঙ্গী সিকথাক নসহন্ত ॥ ২৬৪

মাধৱক প্ৰতি বহু বচন বোলয় ।
আমাৰ পুত্ৰক তেন্তে কিসক নিয়য় ॥
গোপালৰ মনে দুঃখ বহুত মিলিল ।
মাতৃৰ কাৰণে মোত কোন নিসিজিল ॥ ২৬৫
কোন বুদ্ধি কৰোঁ আবে কৈক লাগি যাওঁ ।
গোপালৰ মাতৃৰ হাতক মই কিমতে এৰাওঁ ॥
মনকষ্ট হেন দুখ কৰি যেন্তে গোপাল আছন্ত ।
মাধৱৰ আগত শ্ৰীৰামে কহিলন্ত ॥ ২৬৬
গোপাল মাণিক কেন মতে ৰক্ষা যায় ।
মাতৃৰ কাৰণে তাৰা সব দুখ যায় ॥
মাধৱে বোলন্ত মই দেওঁ বুদ্ধি এক ।
এতেকে মাতৃৰ তেন্তে হাত এৰাইবেক ॥ ২৬৭
চন্দ্ৰ কন্থা খনন্তা যতন কৰি লৈয়া ।
বুলিবেক যাওঁ মই পশ্চিম লাগিয়া ॥
এথাত লম্ভোক তাৰা কৰিয়া সন্ধান ।
তুমি লৈয়া মাতৃৰ আগত দিয়া জান ॥ ২৬৮
শুনিয়া গোপালে তাক যত্ন কৰি লৈলা ।
শ্ৰীৰাম ভৱানীপুৰক লাগি গৈলা ॥
জননীৰ আগে কথা কহিলা বুজাই ।
দেশান্তৰী তোমাৰ তনয় দেশান্তৰী হুয়া যায় ॥ ২৬৯
হোৱাৰ কোনবা উপায় আছে কৰিয়োক তুমি ।
আশঙ্কা গৃহক লাগিয়া হেৰা চলি যাওঁ আমি ॥
প্ৰদৰ্শন শুনি ৰজবাজী বহু দুখ কৰি মনে ।
তেখনে চলিয়া গৈলা মাধৱৰ স্থানে ॥ ২৭০
আপোনাৰ থানে যেন্তে মাধৱ আছন্ত ।
ৰজবাজী পৰিয়া প্ৰণাম কৰিলন্ত ॥

মাধৱৰ ইঙ্গিতে গোপাল আসি ভৈলা।
চক্ৰ কম্বা খনন্তা যতন কৰি লৈলা॥ ২৭১
মাধৱক গৈয়া নমস্কাৰ কৰিলন্ত।
বিদায় কৰিলোঁ হেৰা বুলি উঠিলন্ত॥
মাধৱে বোলন্ত বাপু কি কাৰণে যাৱা।
আমাৰ আগত কেনে ইকথা নকৰা॥ ২৭২
শুনিয়া গোপালে বোলে দুখ কৰি মনে।
পৰৰ ৰাজ্যক যাওঁ মাতৃৰ কাৰণে॥
আপোনাকো প্ৰতি বহু বচন বোলয়।
আত মোৰ কিয় আৰ জীবাক লাগয়॥ ২৭৩
শুনি ব্ৰজবাসী দণ্ডৱতে পৰিলন্ত।
মাতৃৰ মাধৱক বহুত কাৰুণ্য কৰিলন্ত॥
প্ৰতিশ্ৰুতি ইটো পুত্ৰগুটি বাপ ৰাখিয়োক তুমি।
আজি হন্তে একো বাক্য নুবুলিবোঁ আমি॥ ২৭৪
বংশধৰ পুত্ৰ এৰি নযাইবাহা মোক।
সৰ্ব্বকালে গোসাঁইৰ লগতে সৰ্ব্বকালে থাকিয়োক॥
মাধৱৰ লগতে নুহিবা গৃহতে থাকা আপোন ইচ্ছায়।
থাকিবলৈ দেখি থাকিবাক যেন সৰ্ব্বক্ষণে পায়॥ ২৭৫
অনুমতি মাধৱে বোলন্ত কিক কৰা অসন্তোষ।
বিচাৰত মাতৃৰ ধৰয় কোনে দোষ॥
গোপালে বোলন্ত মই কিমতে সহিবোঁ।
মাতৃও অভকত মাতৃ কেনে ভোজন কৰিবোঁ॥ ২৭৬
ভকতীয়া সতী বোলে কহোঁ মই স্বৰূপ বচন।
হ'লত সত্যে সত্যে সত্যে মই পশিলোঁ শৰণ॥
গোপালৰ স্নেহে মাধৱত তাৰা শৰণ পশিলা।
হৰিষ গোপালৰ মনে মহা হৰিষ লভিলা॥ ২৭৭

যোলন্ত এখনে ৰহিবাক পাৰোঁ তেন্তে।
ঐক লাগি সাজ বাধা নকৰয় যেৱে॥
শুনি মায়ে বোলে বাপ মোত নুপুছিবা।
তোমাৰে সে সাজ যত পাৱে মানে দিবা॥ ২৭৮

পুনৰাই গৃহলৈ যাত্ৰা

শুনি হেন গোপালৰ হৰিষ ভৈলন্ত।
জননী সহিতে নিজ গৃহক গৈলন্ত॥
আই বজৰাঙ্গী বৰ সন্তোষ লভিলা।
মাধৱক চিন্তি মনে গৃহতে ৰহিলা॥ ২৭৯
পৰম নিৰ্ম্মল-চিত্ত ভৈল অতিশয়।
হৰিভক্তি দহিলা মনৰ মলচয়॥
দেখা সৰ্ব্বজন কেন সাধৰ লক্ষণ।
পৰৰ হিতক মাত্ৰ চিন্তা সৰ্ব্বক্ষণ॥ ২৮০
কপিলে যিমতে দেৱহূতিক তাৰিলা।
সেহিমতে গোপালে মাতৃক নিস্তাৰিলা।

× × ×

দুলাৰি

এহিমতে যেৱে গোপাল দেৱতা
ভৱানীপুৰে আছন্ত :

গুৰু-সেৱালৈ মাতৃৰো উদগনি

বৰপেটা লাগি আই বজৰাঙ্গী
উদগাস্থা পঠাৱন্ত॥

খবৰ অভাৱত মাধৱৰ সঘোন

তথাতে মাধৱ সঘনে আছন্ত
গোপালে যাই দেখিলা।
খবৰি নুহৱাৰ শুনি দুখমনে
গৃহক লাগি আসিলা॥ ২৮৬

ভকত সহিতে আলোচ কৰিয়া
এক নৌকা থৰি লৈয়া।
বৰপেটা ঘাটে তুলিয়া ফালিবে
লাগিলন্ত বাসা দিয়া ॥

গোপালৰ খৰি-যোগান
যেতিক্ষণে তৈত গোপালে খৰিত
কুঠাৰৰ কোব দিল।
ঐত মাধৱৰ দশো আঙুলিত
ফুটিয়া ঘাৱ লাগিল ॥ ২৮৭

গুৰুজনৰ সহানুভূতি
দুগ্ধ কল সাজ নৌকাক লাগিয়া
লৈয়া আগ বাঢ়িলন্ত।
দুয়ো হস্ত মেলি আঙুলিৰ ঘাৱ
গোপালক দেখাইলন্ত ॥
মাধৱে বোলন্ত তহিত তোমাৰ
যেন মত দুখ ভৈল।
তোমাৰ গাৱৰ বেদনা আমাক
চৰায়া একো নগৈল ॥ ২৮৮
এহি বুলি দুগ্ধ কল সাজ আনি
গোপালক ভুঞ্জাইলন্ত।
তথাত গোপালে গুৱাপাণ ভুঞ্জি
কাখৰত ৰহিলন্ত ॥
খৰিক ফালিয়া ৰৌদ্রত শুখায়া
বৰিষেক আটে যেনে।
গোলা বান্ধি থৈয়া চাঙ্গ ভৰি তেন্তে
আসয় নিজ ভৱনে ॥ ২৮৯
বৰিষ অন্তৰে সেহি অনুৰাগে
গোপালে নিয়া দিলন্ত।

মাধৱেও তেত খৰিব অন্তৰে
দুখ কিছু নপাৱন্ত ॥
গোপালৰ গোপালৰ ভাৱ দেখিয়া লোকৰ
ক্ষাব্যত পৰম হৰিষ মন।
লবাৰে বোলন্ত ইহান সমান আৰৱি
স্তুতাব নাহি লোক বিচক্ষণ ॥ ২৯০

এক দিনা মাতি মাধৱে বোলন্ত
চিৰিৰাম শুনিয়োক।
শ্ৰীৰামক ভৱানীপুৰক গোপালৰ থানে
ভৱানীপুৰলৈ এখনে চলি যায়োক ॥
প্ৰেৰণ কেন মতে কথা কহন্ত গোপালে
তথাতে শুনি থাকিবা।
যেন ভাল মন্দ জিজ্ঞাসা কৰিয়া
আমাত আসি কহিবা ॥ ২৯১
মাধৱৰ বাণী শুনিয়া শ্ৰীৰাম
তেখনে চলিয়া গৈলা।
দিনা চাৰি তেত হৰিকথা শুনি
মাধৱত আসি কৈলা ॥
শ্ৰীৰামৰ শ্ৰীৰামে বোলন্ত ভাল মন্দ মই
মুখেদি বিচাৰ কৰিয়া চাইলোঁ।
উক্ত প্ৰশংসা আপোনাতো কৰি গোপালৰ মুখে
বড়াসে কিছু শুনিলোঁ ॥ ২৯২
মাধৱে বোলন্ত যিহেতু গোপালে
মোক লৈয়া কথা কয়।
তাতে সে তাহান মুখত আমাতো
অধিক স্বাদ লাগয় ॥

মাধৱৰ বোলন্ত আমাৰ গোপাল সমান
প্ৰিয়তম প্ৰিয়তম নাহি আন।
শিষ্য কায়বাক্য মনে গোপালেও মোক
কৰি আছে জীৱ প্ৰাণ॥ ২৯৩
গোপালক এহি প্ৰশংসা কৰিয়া
মাধৱ যেৱে আছন্ত।
পুনৰপি গৈয়া গোপালে তহিত
যেন কৰ্ম্ম কৰিলন্ত॥
নাৰায়ণ ঠাকুৰৰ সেহি সময়ত নাৰায়ণ ঠাকুৰ
আগমন হৰিষে যেৱে আসিলা।
মাধৱৰ পাৱে প্ৰণাম কৰিয়া
বচন এক বুলিলা॥ ২৯৪



ছবি

মাধৱৰ নাৰায়ণ ঠাকুৰে বোলে বাপৰ ভাণ্ডাৰ খানি
ভাণ্ডাৰ পিয়ল কৰিবোঁ আজি আমি।
পিয়ল বোলন্ত মাধৱে কাৰ্য্য আন কিছু নিসিজিব
ভাঙ্গিবাক পাৰিবাহা তুমি॥
পুনু নাৰায়ণে বোলে ভাঙ্গিবাক পাৰোঁ যেৱে
তোমাৰ চৰণ-প্ৰসাদত।
সাম্প্ৰতে দেখিবা তুমি পুনু হো পাতিবোঁ আমি
যেৱে তমু আছয় মহত॥ ২৯৫
এহি বুলি নাৰায়ণে ভকত সৱক মাতি
কাষ কোন গাৱে গাৱে সম্বাতো পুছয়।
ভক্ত তোমৰা সকলে কোনে কাক গুৰু বুলি আছা
কহিয়োক আমাত নিশ্চয়॥

শুনিয়া ভকতসঙ্গে যাৰ যেন মতি তেৱে
সেহিভাৱে কহিবে লাগিলা।
কেহো বোলে গঙ্গা গুৰু কেহো বোলে ভাগৱত
কেহোজান পিতৃক কহিলা ॥ ২৯৬
কতো বোলে যাৰা মোক নৱগুণ দিয়া আছে
তেন্তে গুৰু জানিবা নিশ্চয়।
কেহো বোলে জগন্নাথ কেহো বোলে যজমান
মাধৱক মাধৱক কেহো নোবোলয় ॥
কোনেও গুৰু - এহিমতে নাৰায়ণে সমস্তে বিহৰি গৈল
নোবোলাত জনেকো নৰৈল মাধৱত।
গোপালৰ কিবা যাতি কিবা আশী এহিমানে মাত্ৰ লোক
দুখ আছে অৱশেষ বিচাৰত ॥ ২৯৭
হেন শুনি গোপালেও মনে দুখ কৰি বোলে
নমাতোঁহো কাক বাট চাই।
আৰো খানিতেকে ইটো নগৰ হোৱয় শূন্য
আঙ্গুলি দিবাৰো ঠাই নাই ॥
আমাত শুনিয়া কিবা দুই চাৰিজন ৰহে
এহি শুনি মাত লগাইলন্ত।
বোলন্ত ইকথা বাপ আমাত নুপুছা কিছু
শুনি নাৰায়ণে মাতিলন্ত ॥ ২৯৮
তোমাত পুছোঁহো বাপু স্বৰূপ কহিয়ো মোত
কোন জন গুৰু বা তোমাৰ।
গোপালৰ তাৰা বোলে আতা গুৰু গুৰুৰো পৰম গুৰু
উত্তৰ— জানিবাহা শ্ৰীমন্ত শঙ্কৰ ॥
শংকৰ গুৰু পাছৰ লোকত আৰো সুধিলা যতেক মাৰে
মাধৱ কেহো জানে ভিন্ন নকহিলা।

[illegible] যোলো বাপে যি কহিলা আমাৰো সেহিসে কথা
[illegible] সেহি উপদেশ সৱে লৈলা ।। ২৯৯
[illegible] ৰাজসূয় যজ্ঞে যেন অগ্ৰহাৰী নজানয়
[illegible] সহদেৱে কৃষ্ণক চিয়াইলা ।
মাধৱক সেহিমতে গোপালেও ভকত সবৰ আগে
গুৰু বুলি মাধৱক গুৰু দৰশাইলা ।।
চিনালে তেৱে সৱে গোপালক প্ৰশংসা কৰিবে লৈল
সাধু সাধু জীৱন তোমাৰ ।
জ্ঞান দান দিয়া আজি তুমি সে কৰিলা দূৰ
সমস্তৰে অজ্ঞান আন্ধাৰ ।। ৩০০
আগৰ লোকৰ মানে মুখৰ হৰিল মাত্ত
সৱে যেন ভকত ভাগিলা ।
মাধৱৰ বচনক সুমৰিয়া নাৰায়ণে
ব্ৰাহ্মণ ঠাকুৰৰ পুনু থাপি সবাকো ৰাখিলা ।।
পৰোপকাৰ এহিমতে নাৰায়ণে লোকৰ চিন্তিয়া হিত
যাচি হৰি ভকতি কৰাইলা ।।
ভৱানীপুৰক প্ৰতি গোপাল আসিয়া পুনু
নিজ গৃহে হৰিষে ৰহিলা ।। ৩০১
শুনা সামাজিক জন হৰিৰ ভকতি পথ
সৎসঙ্গত পৰে নিমিলয় ।
মাধৱে শঙ্কৰক যেৱে মহা ভক্ত কৰি সৎসঙ্গক অনুসৰি
আৰু গোপালে ঈশ্বৰকো তেৱে সে চিনয় ।।
মাধৱক গুৰু শঙ্কৰ ঈশ্বৰ হেন মাধৱে সে দৰশাইলা
বুলি লেখালে মাধৱকো গোপালে জনাইলা ।
দুইহন্তৰ উপদেশ আচৰিয়া শুদ্ধভাৱে
অনায়াসে সংসাৰ তৰিলা ।। ৩০২

সাম্প্ৰতে থুলিলা সাৰ মাধৱৰ লগে তেৱে
আছিলন্ত লোক যত মানে ।
মাধৱৰ মহিমা — মাধৱৰ মহিমাক কেহো জনে নজানিল
যিনে দেৱ গোপালত আনে ॥
গোপালে হে জানিলে — নাৰায়ণ ঠাকুৰেও মনৰ আশয় জানি
চলন্তাৰে সুধি দৰশাইলা ।
গোপালৰ মুখে সেহি কথাক বেকত কৰি
সাধুসেৱা-ধৰ্ম্ম প্ৰচাৰিলা ॥ ৩০৫

× × ×

পদ

গোপালৰ পুত্ৰ কন্যা — এহিমতে সুখে যেৱে গোপাল আছন্ত ।
তেৱে তান দুই জন সন্ততি ভৈলন্ত ॥ ৩০৬
কমললোচন নাম বৰ ঠাকুৰৰ ।
থৈলা দামোদৰ নাম কনিষ্ঠ জনৰ ॥
দুইহন্তৰ ৰূপে গুণে কেহো নোহে সম ।
ভৈল একজন আৰো দুহিতা উত্তম ॥ ৩০৭
তান গুণে সমস্তৰে মন সন্তোষিলা ।
অতি দয়াতৰে পদ্মপ্ৰিয়া নাম থৈলা ॥
তাৰাসকলক কোনে বৰ্ণাইবাক পাৰে ।
অল্প কৰি কহিবোঁহো মতি অনুসাৰে ॥ ৩০৮
দুইহন্তৰ চৰিত্ৰক সম্বৰিলোঁ এথা ।
দামোদৰ — দামোদৰ ঠাকুৰৰ শুনিয়োক কথা ॥
যি বেলাত ডোঙৰ মাধৱে সজাইলা ।
পুৰুষাৰ্থ কৰি তাক গোপালে কৰাইলা ॥ ৩০৯

গৃহ সাঙ্গ কৰি যেৱে এদিনা গৈলন্ত।
দামোদৰ ঠাকুৰক লগত নিলন্ত॥
সাত বৰিষৰ শিশু অতি সুকুমাৰ।
বালকৰ — মাধৱক গৈয়া কৰিলন্ত নমস্কাৰ॥ ৩১০
সহিত — কণ্ঠখানি লৈয়া একপাশে বসিলন্ত।
মাধৱদেৱ — দেখিয়া মাধৱে তাঙ্ক মাত লগাইলন্ত॥
বোলে দামোদৰ মোৰ বাক্য শুনিয়োক।
গৃহতে পশিয়া ভাল মন্দ চাহিয়োক॥ ৩১১
শুনি দামোদৰে হেন দিলন্ত উত্তৰ।
আপুনি ঈশ্বৰ তুমি সজাই আছা ঘৰ॥
তাত আৰ ধৰিবাৰ মই কোন জন।
শুনিয়া আমাক হাসিবেক সৰ্ব্বজন॥ ৩১২
মাধৱে বোলন্ত তোক হাসিবেক কোনে।
ভাল মন্দ জানি মোক কহিয়ো আপুনে॥
শুনি দামোদৰে তেৱে উঠিয়া গৈলন্ত।
গৃহত পশিয়া চতুৰ্ভিতি চাহিলন্ত॥ ৩১৩
তিনি ঠাইত আৰ তাৰা যিমতে দেখিলা।
দামোদৰৰ প্ৰতি — মাধৱত গৈয়া সেহি প্ৰকাৰে কহিলা॥
গুৰুজনৰ — মাধৱে বোলন্ত দামোদৰে যেন কয়।
প্ৰশংসা — মই সে দেখিছোঁ তাক আনে নজানয়॥ ৩১৪
শুনি সৰ্ব্বজনে তাঙ্ক প্ৰশংসা কৰিলা।
শুনা আতপৰে আৰো যি কথা মিলিলা॥
যেতিক্ষণে দামোদৰ গৈলন্ত উঠিয়া।
শৰীৰৰ বস্ত্ৰ গৈল তথাতে এৰিয়া॥ ৩১৫
যেৱে হৰি-মন্দিৰৰ ভিতৰ পশিলা।
তেৱে তান বস্ত্ৰ খানি মাধৱে নিয়াইলা॥

তত্ত্বজ্ঞান — আন বস্ত্ৰে আৱৰ কৰি পাৰি বসিলন্ত।
ল'ৰা-ধেমালি — দামোদৰে কাকো একো বাক্য নোবোলন্ত ॥ ৩১৬
পৰম হৰিষ মনে আছন্ত বসিয়া।
বুলিলা মাধৱে দামোদৰক মাতিয়া ॥
তোৰ গাৱে কি কাৰণে নাহিকে বসন।
কহিয়োক মোত তেৱে ইহাৰ কাৰণ ॥ ৩১৭
দামোদৰে বোলে মোৰ বস্ত্ৰ কৈক যায়।
বিচাৰ কৰিলে তাক পাই এহি ঠাই ॥
মাধৱে বোলন্ত তেবে বিলম্ব নকৰ।
যাত বস্ত্ৰ পাস তাকে চোৰ বুলি ধৰ ॥ ৩১৮
চোৰ-ধৰা — দামোদৰে বোলে চোৰ বহুত ডৰীয়া।
কিমতে ধৰিবোঁ মই অল্পমতি হুয়া ॥
মাধৱে বোলন্ত তই মোকে সে বুলিলি।
মোত পৰে চোৰ তই আন নেদেখিলি ॥ ৩১৯
দামোদৰে বোলে চোৰ বুলিতে নপাৰি।
কিন্তু বস্ত্ৰে আছে আপোনাক সেৱা কৰি ॥
শুনিয়া মাধৱে অল্প হাস্য কৰিলন্ত।
বস্ত্ৰখানি তেৱে তাঙ্ক আপুনি দিলন্ত ॥ ৩২০
শুনিয়া সবাৰো মনে বিস্ময় মিলিল।
দামোদৰ ঠাকুৰক প্ৰশংসা কৰিল ॥
"অল্প বয়সতে সৰ্ব্বজ্ঞান" — অল্প বয়সতে এতে ভৈল সৰ্ব্বজ্ঞান।
নাহিকে উত্তম লোক ইহান সমান ॥ ৩২১
গোপালো বসিয়া সেহি সভাত আছন্ত।
তাঙ্ক হেন মাধৱে বচন বুলিলন্ত ॥
দামোদৰক অতি স্নেহ নকৰিবা।
অধিক দিনক লাগি ইহাক নপাইবা ॥ ৩২২

এহি বুলি মাধৱ হৰিষে ৰহিলন্ত।
ভৱানীপুৰক প্ৰতি গোপাল গৈলন্ত ॥
ইসৱ চৰিত্ৰ আৰে এহিমানে থওঁ
গোপালৰ গোপালৰ সম্প্ৰদাক প্ৰপঞ্চিয়া কওঁ ॥ ৩২৩
সম্প্ৰদা যেন মতে মাধৱক গোপালে থাপিলা।
যিমতে মাধৱ বেহাৰক চলি গৈলা ॥
সিসৱ কথাক মই কৰিবোঁ বেকত।
যি কিছু শুনিয়া আছোঁ ভকতসৱত ॥ ৩২৪
তথাত হৰিষে যেৱে মাধৱ আছিলা।
পণ্ডিতসকলে নৃপতিত খল দিলা ॥
মাধৱৰ শূদ্ৰজনে ব্ৰাহ্মণৰ ওলগ লৱয়।
প্ৰতি পণ্ডিতৰ ইকথা দেখিয়া দুখ আমাৰ লাগয় ॥ ৩২৫
ঈৰ্ষা অসূয়া ৰাজা বোলে মাধৱ হাজোক চলি যাওক।
দুয়োটি মাধৱ একে থানতে থাকোক ॥
ৰাজাৰ বচন মাধৱত কহিলন্ত।
হাজো নগৰক প্ৰতি মাধৱ গৈলন্ত ॥ ৩২৬
মাধৱ— তথাতে মাধৱে যেৱে হৰিষে আছিলা।
জীয়া আৰু "জীয়া মাধৱ" "মৰা মাধৱ" বুলিলা ॥
মৰা ইয়ো কথা নৃপতিত গোচৰ কৰয়।
মাধৱে সে এতমান বিতণ্ডা কৰয় ॥ ৩২৭
মাধৱক শুনিয়া নৃপতি হেন বুলিলা বচন।
দেশান্তৰী মোৰ ৰাজ্যে মাধৱ গুচোক এতিক্ষণ ॥
হুৱাৰ আদেশ এতেকে মাধৱ তেৰ উজায়া আছিলাহঁ।
অসম ৰাজ্যক প্ৰতি ভকত পাছিলা ॥ ৩২৮
বংশী গোপালৰ দ্বিজ গোপালত আসি কথা কহিলন্ত।
বিৰোধ শুনিয়া গোপালে নিষেধিয়া পঠাইলন্ত ॥

মাধৱে নৈৰাশ শুনি দুঃখ কৰিলন্ত ।
আতা মোক অসম দেশক পাঠিয়িলন্ত ।। ৩২৯
ঈশ্বৰৰ অমোঘ বচন ব্যৰ্থ ভৈল ।

মাধৱৰ নৈৰাশ্য আৰু বেহাৰ-যাত্ৰা

এহি বুলি তৈৰ পৰা পালটিয়া গৈল ।।
বেহাৰক যাইতে মাধৱৰ ভৈল মন ।
গোপালক মাতি হেন বুলিলা বচন ।। ৩৩০
মই সমে যাও আহা বেহাৰক প্ৰতি ।
নিম্না গোপালে তেৱে কহিলা যুগুতি ।।
তযু সঙ্গে যাইতে মোৰ কিসৰ সংশয় ।

সহযাত্ৰী হ'বলৈ গোপালৰ অসামৰ্থ্য

নাপৰিয়া দামোদৰ গৃহত আছয় ।। ৩৩১
এতো আপোনাৰ যদি হোৱয় বচন ।
তাকো এৰি যাইবো তেৱে কৰিয়া যতন ।।
মলমূত্ৰ পুত্ৰ তাত নাহি আসকতি ।
আপোনাৰ সঙ্গকে সে বাঞ্ছো দিনে-ৰাতি ।। ৩৩২
মাধৱে বোলন্ত বাপু তোমৰা থাকিয়ো ।
নাপৰিয়া দামোদৰ তাঙ্ক ভাল চায়ো ।।

কোচ বিহাৰলৈ মাধৱদেৱৰ নৌকা-যাত্ৰা

এহি বুলি দুইজন লগত লৈলন্ত ।
নৌকায়ে মাধৱ বেহাৰক চলিলন্ত ।। ৩৩৩
দেখি উৰ্মি কৰি সৱে কান্দিবে লাগিল ।
হৰি হৰি আমাৰ বিপত্তি কিনো ভৈল ।।

আইজৰ শোক আৰু অভিশাপ

ঈশ্বৰে বঞ্চিত ভৈলোঁ কত পাপ ফলে ।
ইটো দুষ্ট নৃপতি যাইবেক ৰসাতলে ।। ৩৩৪
গোসাঁইক কৰিয়া দ্ৰোহ কোন ফল পাইবি ।
এহি অপৰাধে পাপী অধোগতি যাইবি ।।
এহি বুলি সব্বজনে কান্দি ৰহিলন্ত ।
মাধৱ গোসাঁই চলি বেহাৰে গৈলন্ত ।। ৩৩৫

মাধৱক পঠাই যেৱে গোপাল ৰহিলা।
গোপালৰ ঠাকুৰৰ তেৱে এৰিলা শৰীৰ পৰিলা॥
পুত্ৰ-হানি গোপালে প্ৰবোধি শান্ত কৰিলা সবাক।
কিঞ্চিতেকো মানে নেদিলন্ত কান্দিবাক॥ ৩৩৬
ভকত সৱক পাঞ্চি খৰি দিয়াইলন্ত।
ক্ৰিয়াকৰ্ম্ম সভা মহোৎসৱ কৰিলন্ত॥
আপোনাৰ থানে যেৱে গোপাল ৰহিলা।
শুনা মাধৱৰ যাইতে যি কথা মিলিলা॥ ৩৩৭
সোণকোষ নদীৰ দুই পাশে চকী দিয়া।
আছে দুই ৰাজাৰ উকীলে খাপ লৈয়া॥
মাধৱৰ চকী দেখি উজনিতে নাৱ ৰাখিলন্ত।
চকী পাৰ তৈৰ এক লোকে আইধাইত জনাইলন্ত॥ ৩৩৮
হোৱাৰ সমস্যা আইধাই যাই ৰাজ মাহমীত লৈলা।
ৰাজ মাহমীয়ে ৰাজগুৰুক পাঞ্চিলা॥
বোলে গুৰু গোসাঁইক আনিয়ো গৈয়া তুমি।
বাহু জন লোকসমে দোলা দেওঁ আমি॥ ৩৩৯
শুনি ৰাজগুৰু তেতিক্ষণে লৰিলন্ত।
নৌকাত মাধৱ ৰাহ যি ঠাইত আছন্ত॥
প্ৰথমতে তাৰা গৈলা চকীয়াৰ থানে।
বুদ্ধিৰে চকীয়া বোলয় গুৰু আইলা কি কাৰণে॥ ৩৪০
সমস্যা-. ৰাজগুৰু বোলে মোৰ শশুৰ আসিলা।
সমাধান নিৰে প্ৰতি জীৱ খনে পাঞ্চিয়া পঠাইলা॥
গাৱ দুখী হুয়া তাৰা নৌকাত আছন্ত।
এহি বুলি ৰাজগুৰু তথাক গৈলন্ত॥ ৩৪১
আচলাত গুড় খলিয়ৈক ঘসিলন্ত।
তাতে তুলি মাধৱক একৰাই নিলন্ত॥

চকীয়া বোলয় তাঙ্ক অন্তৰাই নিয়া।

আবাসয়ে দুঃখ কৰিবেক দুখ পায়া ॥ ৩৪২

ৰাজ্যান্তৰ অন্তৰাই দোলাত তুলিয়া যেৰে নিল।

প্ৰৱেশত মাধৱ বুলিয়া তেৰে চকীয়া জানিল ॥

আপত্তি যেখনে মাধৱ ভৈলা বেহাৰে প্ৰৱেশ।

সমস্ত লোকৰ ভৈল হৰিষ অশেষ ॥ ৩৪৩

ৰাজ-সত্ৰ ৰাজাও মৈদান কৰি সত্ৰ পাতি দিলা।

স্থাপন ছয় কুৰি ভকতক বোজ দি পুষিলা ॥

কামবাণ ৰাজ্যে ৰৰ মিলিল অপায়।

হৰি এবিলাত ভৈল মৃতক পৰায় ॥ ৩৪৪

কামবাণত ভবিষ্যত কালে সিটো অৰাজক ভৈলা।

অৰাজকতা মাধৱ গোসাঁই তেত হৰিষে ৰহিলা ॥

—০—

## ঝুমুৰি

ভক্ত-দৰ্শনাৰ্থে তথাত আছিলা যেৰে। শ্ৰীৰাম আশিলা তেৰে ॥

শ্ৰীৰামৰ ভ্ৰমণ মাধৱৰ দুই পাৱে। নমি অৱনতভাৱে ॥ ৩৪৫

লৈয়া তান্ত অনুমতি। মাসেকক দিলা ক্ষান্তি ॥

ভকতসৱক চাই। ফুৰিলন্ত ঠাই ঠাই ॥ ৩৪৬

যেৰে এক মাস ভৈল। ভৱানীপুৰক গৈল ॥

গোপালৰ গোপালৰ সঙ্গ পাই। হৰিষৰ পাৰ নাই ॥ ৩৪৭

সঙ্গত তিনি মাস ৰহিলন্ত। কথামাত্ৰ শুনিলন্ত ॥

অপাৰ প্ৰেমৰসে বুৰ দিয়া। শৰীৰকো পাসৰিয়া ॥ ৩৪৮

আনন্দ কথাৰস মাত্ৰ পিয়া। দিনৰাত্ৰি নজানিয়া ॥

যেৱে মাসা চাৰি ভৈল । বেহাৰক চলি গৈল ।। ৩৪৯
মাধৱক দেখিলন্ত । জানু শিৰে নমিলন্ত ।।
খাতিৰে-দিনে অৱনত হুয়া ৰৈল । মাধৱে বুজিবে লৈল ।। ৩৫০
প্ৰেম—ৰসত এত দিন আছা কৈত । কোনে বুলি গৈলা ঐত ।
আপোন শ্ৰীৰামে বোলন্ত মোক । যেন লাগে বুজিয়োক ।। ৩৫১
পাহৰা এক মাস ফিৰি আইলোঁ । ভৱানীপুৰক গৈলোঁ ।।
গোপালৰ সঙ্গ পাই । পাসৰিলোঁ সমুদায় ।। ৩৫২
তিনি মাস বহি গৈল । যেন এক দিন ভৈল ।।
আছোক জানিবোঁ তাক । পাসৰিলোঁ আপোনাক ।। ৩৫৩
এতেকে বিলম্ব ভৈল । চাৰিমাস বহি গৈল ।।
এথাতো কৰিয়া যেন । বড়া পাইলোঁ কিছুমান ।। ৩৫৪
গুৰুজনাৰ সি কাৰণে পাসৰিলোঁ । আসিবাক নপাৰিলোঁ ।।
পৰম সন্তোষ শ্ৰীৰামৰ হেন বাণী । মাধৱে আছিলা শুনি ।। ৩৫৫
পৰম সন্তোষ ভৈলা । শ্ৰীৰামক প্ৰশংসিলা ।।

× × ×

## পদ

গোপালৰ মহিমা শ্ৰীৰামে কহিলন্ত ।।
শুনিয়া মাধৱ মনে হৰিষ ভৈলন্ত ।।
যেহেন সাধুৰ পুত্ৰ বাণিজ্যক গৈল ।।
শুনিলন্ত তান তৈত বহু বিত্ত ভৈল ।। ৩৫৮
ঐত জনকৰ হৰিষৰ পাৰ নাই ।
মাধৱদেৱৰ মনে ভৈল সেহি প্ৰায় ।।
কতো দিন থাকি যেৱে বৈকুণ্ঠে চলিলা ।
শ্ৰীৰামক মাতি হেন বচন বুলিলা ।। ৩৫৯

মোৰ বাক্যে ভৱানীপুৰক তুমি যাইবা।
আচাৰ্য্য হৰবে — গোপালত গৈয়া মোৰ আদেশ কহিবা॥
গোপালৰ প্ৰতি — আচাৰ্য্য পাতিয়া মই যাওঁ গোপালক।
অমোঘ আজ্ঞা — হৰিভক্তি ধৰ্ম্ম কহি তাৰিবে লোকক॥ ৩৬০
কদাচিতো গোপালে বচন নলাঘিব।
হৰিৰ ভকতি ধৰ্ম্ম লোকত কহিব॥
লোকৰ কুশল চিন্তন্ত হওে যথ।
ধৰ্ম্ম নকহিলে তাৰ বিপদ বিস্ময়॥ ৩৬১
শ্ৰীৰামে বোলন্ত বাপ পুছোঁহো তোমাত।
গোপালে কিমতে মোত কৰিবে সাক্ষাত।
বিশ্বাসৰ — ইহাৰ কাৰণ কহিয়োক ভাল মতে।
সঙ্কেত — আমাত প্ৰত্যয় তাৰা কৰে যেনমতে॥ ৩৬২
মাধৱে বোলন্ত তুমি জান ক্ৰোষ্ঠা যাবে।
তোমাক সাক্ষাত তাৰা কৰিবেক তেৱে॥
এহি বুলি মাধৱ বৈকুণ্ঠে চলি গৈলা।
ভৱানীপুৰক তেৱে শ্ৰীৰাম আসিলা॥ ৩৬৩
মাধৱৰ আজ্ঞা গোপালত কহিলন্ত
আজ্ঞা শুনি — শুনিয়া গোপালে মান দণ্ড কৰিলন্ত॥
গোপালৰ দুখ — বোলে যাক ভয়ে মই সমস্ত ন গলোঁ॥
তথাপিতো সি কথাৰ হাত নপাৰিলোঁ॥ ৩৬৪
কদাচিতো ইটো মই ভাৰক নালৰোঁ।
আৰো যদি এক বাজে্য মই ছাৰি যাইবোঁ॥
শ্ৰীৰামৰ — শ্ৰীৰামে বোলন্ত বাপ আবেগে বুলিল।
বুজান — তুমি ধৰ্ম নকহলে জগত নশিল॥ ৩৬৫
মাধৱৰ আদেশ বাধিতে নযুৱায়।
তাহেন এক বাক্য মোক দলিলা গোসাঁই॥

তেৱে সে তোমাত তাৰা কৰিব সঞ্জাত।
তুমি গৈয়া তান গৃহে ভুঞ্জিবাহা ভাত ॥ ৩৬৬
মোক অন্ন দিয়ো এহি বাক্য ব্যৰ্থ নৌক।
বিষাদ এৰিয়া বাপ ধৰ্ম্ম কহিয়োক ॥
কদাচিতো লোকক বঞ্চিত নকৰিবা।
মাধৱৰ অমোঘ বচন সাফলিবা ॥ ৩৬৭
এহি বুলি শ্ৰীৰামে বৰপেটা গৈলা।
ভকতসৱতো তৈত এহি কথা কৈলা ॥
মাধৱৰ আদেশক গোপালে শুনিয়া।
তথাতে ৰহিলা মনে বিষাদ কৰিয়া ॥ ৩৬৮
গোপালে — বাহ্যুয় বৰিষ তভো ধৰ্ম্ম নকহন্ত।
আজ্ঞা-পালন — হেন কথা নাৰায়ণ ঠাকুৰে শুনিলন্ত ॥
মকৰাত নাৰায়ণ — বোলে ইকাৰ্য্যক মই কৰাইবোঁ আপুনি।
ঠাকুৰৰ সংকল্প — হেন বেলা গজলাৰ বাপ যদুমণি ॥ ৩৬৯
পৰম হৰিষ মনে তথাতে মিলিলা।
গজলাৰ — দেখি নাৰায়ণে মনে সন্তোষ লভিলা ॥
যদুমণি — পূৰ্ব্বে তাৰা দেৱ মাধৱক লাগ পাই।
তানে আজ্ঞা লৈয়া এথা আসিলা দুনাই ॥ ৩৭০
পুনু যাই মাধৱক লাগ নপাইলন্ত।
ঠাকুৰৰ গুণ শুনি তথাতে গৈলন্ত ॥
ঠাকুৰেও তাসম্বাক কৰাইলা ভোজন।
প্ৰীতিভাৱে পুছিলন্ত নিজ প্ৰয়োজন ॥ ৩৭১
বাপ যদুমণি কৈলা আপোন কাৰণ।
শুনি নাৰায়ণৰ হৰিষ ভৈল মন।
তাঙ্ক লগে লৈয়া গোপালৰ থানে গৈলা।
ঠাকুৰক দেখি তাৰা হৰিষ লভিলা ॥ ৩৭২

গোপালক মাধাৰণ ঠাকুৰে দিয়া "ৰত্ন"

গুৰু-ভকতৰ আজ্ঞাত তৎপৰ

বসিবাক আসন দিয়াইলা ৰঙ্গমনে।
পুছিলা কুশল-বাৰ্ত্তা মধুৰ বচনে ॥
শুনিয়া ঠাকুৰে হেন বুলিলন্ত বাক।
এক গোটা ৰত্ন আজি দিবোহো তোমাক ॥ ৩৭৩
মোক মোৰ বোলা যেন্নে আন্ধ ৰাখিয়োক।
নিজ মুখে শৰণ ভকতি কহিয়োক ॥
শুনিয়া গোপালে পুনু দিলন্ত উত্তৰ।
ৰাখি আছোঁ আজ্ঞা মই দেৱ মাধৱৰ ॥ ৩৭৪
আৰু প্ৰতি কিঞ্চিতেকো ইচ্ছা নকৰিবোঁ।
নিজ প্ৰয়োজন সাধি সুখদে ৰঞ্চিবোঁ ॥
শুনিয়ো ঠাকুৰ আৰো বোলোঁহো তোমাক।
ইটো ভাৰ দিবে কেনে খোজাহা আমাক ॥ ৩৭৫
মহৰ যে পিণ্ডা ধৰ্ম্ম মহাপুৰুষৰ।
বাৰি গোটা ভৈল তাৰ শুখান নলৰ ॥
আউঠ আঙ্গুলৰ বয়ন যে জানা তাক।
সিটো ভাৰ থানি নিকি পাৱে বহিবাক ॥ ৩৭৬
কিসক আমাক হেন বচন বুলিলা।
শালৰ নাৱত যেন ভৰা দিলা শিলা ॥
ঠাকুৰে বোলন্ত হেন নুবুলিবা বাক।
মাধৱৰ আজ্ঞা হুয়া আছয় তোমাক ॥ ৩৭৭
আপুনি সৰ্ব্বজ্ঞ তুমি জানা সৱে নয়।
গুৰু-আজ্ঞা কি কাৰণে বাধিবে লাগয় ॥
আমাৰো বচন কিছু কৰিতে যুৱায়।
তুমি ধৰ্ম্ম নকহিলে লোক নাশ যায় ॥ ৩৭৮
শুনিয়ো গোপাল কহোঁ স্বৰূপ তোমাত।
চিলিম ছাই নামে ৰাজা আছিলা পূৰ্ব্বত ॥

পৰম ধাৰ্ম্মিক ৰাজা নাহিকে সন্ততি।
মৃত্যুকালে তান হেন সম্পজিল মতি ॥ ৩৭৯
এক মহা পাত্ৰ তান স্নেহৰ আছয়।
ৰাজ্য দিবে প্ৰতি তাঙ্ক আহ্বান কৰয় ॥
সিবেলা পাত্ৰক কেহো আনন্তা নভৈলা।
এতেকে চিলিম ছাই পৰলোকে গৈলা ॥ ৩৮০
তান সংগে দুইজন খোদা আছিলন্ত।
তাৰাসৱে ৰাজাৰ বচন শুনিলন্ত ॥
অৰাজক ভৈল সৱে প্ৰজা নাশ যায়।
দেখি তাৰা দুইজনে চিন্তিলা উপায় ॥ ৩৮১
ৰাজাৰ বচন আসি পৰিল মনত।
তাঙ্ক আনি ৰাজা পাতি থৈলন্ত পাটত ॥
সি কাৰণে দুই খোদা সজাতী ভৈলন্ত।
গোপালক তাতে সে পাত্ৰক ৰাজা আনি পাতিলন্ত ॥ ৩৮২
নাৰায়ণ তোমাক ধৰ্ম্মৰ আজি আচাৰ্য্য পাতিলোঁ।
ঠাকুৰেও যি কাৰণে মাধৱৰ বচন শুনিলোঁ ॥
আচাৰ্য্য আজি যদি বাক্য তুমি কৰাহা আমাৰ।
পাতিলে মই বুঢ়া দুয়ো ভৈলো সজাতী তোমাৰ ॥ ৩৮৩
চিলিম ছাই নৃপতিৰ দুয়ো খোদা যেন।
মই বুঢ়া [ * অথাৎ শ্ৰীৰাম ] দুয়োজন মাধৱৰ তেন ॥
এতেকে সে বোলোঁ বাপ কৃপা কৰিয়োক।
ধৰ্ম্ম কহি লোকৰ কুশল সাধিয়োক ॥ ৩৮৪
ঠাকুৰৰ শুনি হেন কাৰুণ্য বচন।
আজ্ঞামতে তেৱে সে গোপালে তাঙ্ক কহিলা শৰণ ॥
কাৰ্য্য পুনু নাৰায়ণে বোলে আৰু কৈক যায়।
ইকথা এৰিবে তুমি নপাৰা আতাই ॥ ৩৮৫

বিধৱা নাৰীয়ে যদি মিছা ভাত খায়।
সেহি গুণে তাইৰ ব্ৰহ্মকুল জাতি যায় ॥
এক জনে মৰ বৌট ভোজন কৰয়।
দুইৰো সমদোষ আৰু শাস্ত্ৰেও কহয় ॥ ৩৮৬
হেন জানি আজি কুল লৈলোঁ হো তোহাৰ।
গুৰু-কুলৰ ধৰ্ম্ম কহি লোকৰ সাধিয়ো উপকাৰ ॥
পৰা এহি বুলি নাৰায়ণ ঠাকুৰ চলি গৈলা।
গুৰুকুলালৈ বাপ যদুমণি সেহি থানতে ৰহিলা ॥ ৩৮৭
উনা সাৱধানে সামাজিক নিৰন্তৰ।
দেৱতা আৰু দেখিয়ো কৃপালু গুণ সাধুসকলৰ ॥
সন্ত সাধুৰ পৰৰে সে হিত সদা চিন্তে সাধুজনে।
পাৰ্থক্য আপোনাৰ কাৰ্য্য মাত্ৰ সাধে দেৱগণে ॥ ৩৮৮

× × ×

## দুলড়ি

পজলাৰ এহিমতে যেৰে বাপ যদুমণি
যদুমণিৰ হৰিষে তথা ৰহিলা ॥
গুৰু-সেৱা দেৱ গোপালত গুৰু-সেৱা ধৰ্ম্ম
শুদ্ধভাৱে দৰশাইলা ॥
যাৰ কৰ্ম্ম দেখি নাৰায়ণ ঠাকুৰে
পৰম সন্তোষ ভৈলা।
দেৱ গোপালৰ থানত আনিয়া
আপুনি ভেট কৰাইলা ॥ ৩৯১
গুৰু-শিষ্যৰ মহা বিচক্ষণ পুৰুষ জানিয়া
পৰম প্ৰীতি গোপালৰ ৰঙ্গমন।

যেন সন্ত পতি শান্তী নাৰী পায়া
নছাৰে ৰতি সঘন ॥

× × ×

মনুমণিৰ নিসংশয়

যি কিছু মনত আছিল সংশয়
তেখনে দূৰ কৰিলা ॥
সিটো পুৰুষৰ শুদ্ধ যশস্যাৰ
কহি কোন পাৰ নাই।
যাৰ পুত্ৰ–নাতি ভকত অদ্যাপি
সৱাতে প্ৰীতি জনায় ॥ ৩৭৬
মধুৰ বচন নম্ৰ কলেৱৰ
নাহিকে যাহাৰ সম।
যাহাক পৰসি ম্লেচ্ছসকলৰো
হোৱয় মতি উত্তম ॥

× × ×

পৰম হৰিষে সখী হুয়া তাৰা
তথাতে যেৱে ৰহিলা।

কায়স্থ পাৰৰ দ্বিজ পুৰুষো- ত্তমৰ মিলন

কায়স্থপাৰৰ পুৰুষ উত্তম
আসিয়া বাপ মিলিলা ॥
তেতিক্ষণে বাপ পুৰুষ উত্তম
ভৱানীপুৰে গৈলন্ত।
মধুৰ মূৰ্ত্তিক দেখি গোপালৰ
হৰিষ আতি ভৈলন্ত ॥ ৩৭৮
গোপালৰ পাৱে ভজি শুদ্ধভাৱে
উপদেশ আচৰিলা।
কায় বাক্য মনে গোপালত বিনে
আন চিন্তা নকৰিলা ॥

বাপ যদুমণি সহিতে দুইহানো
ৰঞ্জিলন্ত একে সঙ্গে।
গোপালৰ মুখে অমৃত সমান
কথা শুনি থাকা ৰঙ্গে। ৩৯৯
কমল আতাইৰ গুৰু-শুশ্ৰূষা — কমল আতায়ো গোপালৰ প্ৰতি
নিতান্তে খৰি যোগান্ত।
যথাক গোপাল চলন্ত তথাক
ভাৰ খানি লৈয়া যান্ত ॥
ৰৰপেটাত মাধৱদেৱৰ তিথি-মহোৎসৱ — বৰপেটা থানে মাধৱৰ তিথি
তৈতে মহোৎসৱ ভৈল।
ভকতসকল সহিতে গোপাল
তথাকে চলিয়া গৈল ॥ ৪০০
গোপালৰ কাৰ্য্য-পৰিচালনা — সভাৰ কৰ্ম্মক গোপালে সৱাকো
নিয়মিয়া কৰাৱয়।
যাক যেন যোগ্য বস্তু উপহাৰ
আপুনি সৱে দিৱয় ॥
সভা অৱসানে ভকতসকলে
গোপালত কহিলন্ত।
বোলন্ত গোসাঁইৰ সৱ সাজ খানি
ঠাকুৰে * মাত্ৰ নিলন্ত ॥ ৪০১ [ * ৰামচৰণে ]
আমাক লাগিয়া কিঞ্চিতো নেদিলা
আপুনি সমস্তে লৈল।
বোলন্ত গোপাল ইহাত আমাৰ
কোন খানি হানি ভৈল ॥
ঠাকুৰে ভাগিন বুলিয়া লৱয়
আমি খোজোঁ কোন কাজে।

ইকথাক আৰে শুনিলে আমাক
হাসিবেক সামৰাজে ॥ ৪০২
সেৱকজনৰ অপেক্ষা থাকলে
সেৱাৰ নধৰে ফল।
নিষ্কাম নিষ্কামস্বৰূপে যাৰা সেৱা কৰে
সেৱাৰ তাৰে সে সিজে সকল ॥
কাৰ্য্যকৰী হেন জানি বাপ তোমৰাসকলে
উপদেশ আক ইচ্ছা নকৰিবা।
যেন্নে সংসাৰক তৰিবাহা সুখে
নিষ্কামে সেৱা কৰিবা ॥ ৪০৩
গোপালৰ হেন বচন শুনিয়া
সৱেও সন্তোষ ভৈলা।
গোপালৰ শুদ্ধ যশ বখানিয়া
আপোন থানে ৰহিলা ॥

—০—

## ছবি

সভাত কোনে একদিনা সভামধ্যে কথাৰ বিচাৰ ভৈল
কি সিদ্ধান্ত সিদ্ধান্ত কৰন্তা কেহো নাই।
দিব ? সিবেলাত নাৰায়ণ ঠাকুৰে বুলিবে লৈলা
গোপালদেৱক প্ৰতি চাই ॥ ৪০৪
নাৰায়ণ সভামধ্যে গোটা কথা সোধে মানে যতলোকে
ঠাকুৰৰ ব্যাখ্যা সমস্ততে গোপালে কহিবা।
কাৰ্য্য-বিভাগ শ্লোকৰ অৰ্থক যত পুৰুষ উত্তমে কেৱা
চৰিত্ৰক আমাত পুছিবা ॥

ইটো কথাখানি বাপু তুমি সি সিদ্ধান্ত দিবা
মাধৱৰ হুয়াছে আদেশ।
হেনয় বচন শুনি গোপালে সন্তোষ হুয়া
বুলিলন্ত বচন বিশেষ ॥ ৪০৫
শঙ্কৰৰ মাধৱৰ গভৰ আশয় কথা
তাৰ কোনে তত্ত্বক জানয়।
তোমৰা সৱৰ যদি মোৰ প্ৰতি দয়া ভেল
যেন জানোঁ কহিবে লাগয় ॥
সভাত এহি বুলি গোপালেও ভাগ ভাগ কৰি কথা
কথা-বাজৰ সৱসাৰি কহিবে লাগিলা।
কথা- শঙ্কৰৰ দুইনাতি নাৰায়ণ ঠাকুৰ আদি
প্ৰকাশৰ শুনি সৱে সন্তোষ লাভিলা ॥ ৪০৬
আৰম্ভণি সমস্তে সভাৰ লোকে সাধুৰ্ব্বাদ কৰিয়া যে
ঘৰাঘৰি গৈলা লোক মানে।
হেন দেখি গোপালেও সমস্তকে সন্তোষিয়া
চলিলন্ত আপোনাৰ থানে ॥
শুনিয়োক সভাসদ গোপাল-চৰিত্ৰ পদ
কেহো আৰু হেলা নকৰিবা।
× × ×

পদ

ভৱানীপুৰত আছন্ত গোপালদেৱ ভৱানীপুৰত ॥ ৪১০
সত্ৰ স্থাপন ভকতকুল মধ্যত বঞ্চিলা মহাশয়।
" মহাজন " বুলি তাঙ্ক জগতে জানয় ॥
সকল ভকতিয়ে তাঙ্ক কৰি সতকাৰ।
সহজে থাকন্ত আজ্ঞা পালিয়া যাহাৰ ॥ ৪১১

তৈত সত্র পাতি হৰিনামক লৱয় ।
নগৰপালক তন্তিগণে আসি নিতে প্ৰসঙ্গ কৰয় ॥
দলৈবৰুৱা- অমৃতকৰ মধুকৰ আৰো ৰশ্মিকৰ ।
পৰিয়ালৰ পুষ্কৰ সহিতে তাৰা চাৰিও সোদৰ ॥ ৪১২
সম্বাদৰ তন্তিৰ বৰুৱা তাৰাসৱ আছিলন্ত ।
গোপালক বহুত শুশ্ৰূষা কৰিলন্ত ॥
তিনিজন উত্তম ভকত মাধৱৰ ।
অমৃতকৰ ভৈলন্ত সেৱক শঙ্কৰৰ ॥ ৪১৩
শঙ্কৰক মাধৱক যিমতে মানয় ।
সেহিমতে গোপালকো সাদৰ কৰয় ॥
সুখে কতো দিন যেৱে তথাত আছিলা ।
শুনা আপ তবে আৰো যি কথা মিলিলা ॥ ৪১৪
মধুকৰ দলৈৰ যে ভ্ৰাতৃ চাৰিজন ।
তাৰাসৱে চলি গৈলা বৈকুণ্ঠভৱন ॥
মধুকৰ নাতি দেৱানন্দ মহাশয় ।
ভৈল একেশ্বৰ তেন্তে নাহিকে সহায় ॥ ৪১৫
আনো সৱ ভক্ত কালে কৰিলেক হত ।
মিলিল বৈৰাগ্য দেৱানন্দৰ মনত ॥
কিছুমান তন্তি কালঝাৰত আছিল ।
তথা যাই দেৱানন্দ নিবাস কৰিল ॥ ৪১৬
হেন দেখি গোপালেও গুণিলা মনত ।
গ্ৰামৰ উচ্ছন্ন হুয়া গৈল লোক যত ॥
কালঝাৰলৈ তথাত থাকিবে আৰ নাহি প্ৰয়োজন ।
গতি কৰিবলৈ কালঝাৰে যাইবে গোপালৰ ভৈল মন ॥ ৪১৭
অভিলাষ আই বৰঠাকুৰক ভথাতে থৈলন্ত ।
কালঝাৰে যাইবেক হস্ত কৰিলন্ত ॥

*ইতি পূৰ্ব্বে কালঝাৰত মাধৱৰ সত্ৰ*

মাধৱৰ সত্ৰ তৈত আছিল পূৰ্ব্বত।
আছিল ভকতসৱ তৎপৰ ধৰ্ম্মত॥ ৪১৮
গোপালৰ যেৱে হেন বচন শুনিলা।
তাৰাসৱে সাদৰ কৰিয়া তাঙ্ক নিলা॥

*একাদশ আতাইৰ বাৰীত সত্ৰ স্থাপন*

একাদশ আতাইৰ বাৰীত সত্ৰ পাতি।
প্ৰকাশিলা ঈশ্বৰৰ দুৰ্লভ ভকতি॥ ৪১৯
পতিয়া সকলে গৃহ সাজিয়া দিলন্ত।
হৰিষে গোপালে কালঝাৰে ৰহিলন্ত॥

*কালঝাৰৰ বৰ্ণনা*

সিটো কালঝাৰ ত্ৰৈলোক্যে নাহি সম।
পঙ্কজবলাহ বৈকুণ্ঠতো মনোৰম॥ ৪২০
আত বহু সাধুসৱে কৰিলা নিবাস।
সম্পূৰ্ণ ভকতি-ধৰ্ম্ম হৈয়াছে প্ৰকাশ॥
হেন ধৰ্ম্ম নভৈলেক নাহি নুপজিব।
কালঝাৰ থানে যেৱে ভক্তিক লভিব॥ ৪২১
মনুষ্য-মধ্যাত যাৰা আতি মান্যৱন্ত।
সি সি কালঝাৰে সেহি ভক্তিক পাইলন্ত॥

*ভাৰ্য্যা-পুত্ৰ এৰি ধৰ্ম্মৰ সাধনা*

আপোনাৰ ভাৰ্য্যা-পুত্ৰ গৃহক এৰিয়া।
সেহি ধৰ্ম্ম আশা কৰি প্ৰবাস খপিয়া॥ ৪২২
পৰম পতিতসৱো মুকুত ভৈলন্ত।
সিটো কালঝাৰৰ গুণৰ নাহি অন্ত॥

*পোৰোলা নৈৰ ভাগ্য*

পূৰ্ব্ব দিশে পোৰোলা নিকটে বহি যায়।
যাৰ জল সাধুসৱে ভুঞ্জন্ত সদায়॥ ৪২৩
পোৰোলা সমান তীৰ্থ নাহি পৃথিৱীত।
সাধুসৱে যাক পৰশয় প্ৰতি নিত॥
সাধুৰ ধূলায়ে কৰে জগত উদ্ধাৰ।
হেন ধূলা পাৱে নিতে শত শতবাৰ॥ ৪২৪

আপুনি গোপালে যাত নামি কৰে স্নান।
নাহিকে উত্তম তীৰ্থ পোৰোলা সমান॥
পূৰ্ব্বে যমুনাত যেন কেশৱে ক্ৰীড়িলা।
গোপশিশু সহিতে কৰিয়া মহালীলা॥ ৪১৫
সেহিমতে গোপালেও পোৰোলা তীৰত।
কৰিলা অনেক লীলা ভকতসহিতে॥
দক্ষিণে ভৰৰা তাত খাৰ মৎস্য পায়।
ভকতসকলে যাক ভুঞ্জন্ত সদায়॥ ৪১৬
কালঝাৰৰ উৎপত্তি কথা — ৰবমন সকমৰ তথাত আছয়।
কালঝাৰ বুলি যাক জগতে জানয়॥
কুবাচৰ ৰাজা বোলে কিনো কালঝাৰ।
সেহি দিনা হন্তে নাম খ্যাতি ভৈল তাৰ॥ ৪২৭
থানৰ বৰ্ণনা আবে এহিমানে থওঁ।
শুনা তৈত ভকতসবৰ কথা কওঁ॥
আন ভকতৰ কথা সম্প্ৰতি ৰহোক।
দুই বৰুৱাৰ চৰিত্ৰ — দুই বৰুৱাৰ চাৰিত্ৰক শুনিয়োক॥ ৪২৮
জয়কৃষ্ণ কামদেৱ দুই বৰুৱাৰ।
জয়কৃষ্ণ আৰু কামদেৱ — কিছুমান চৰিত্ৰক কৰিবো প্ৰচাৰ॥
যাতপাৰে মহাধৰ্ম্মশীল নাহি আন।
যাৰ যশ দশোদিশে কৰয় ব্যাখ্যান॥ ৪২৯
একে গ্ৰামে দুয়ো অধিকাৰী হয়াছিল।
কন্দলৰ নামে দাস্তত ওঁঠে নালাগিল॥
একমতি হয়া যান্ত গোপালৰ থানে।
হৰিকথা শুনিয়া থাকন্ত বঙ্গমনে॥ ৪৩০
বিষয়ৰ দোষে দুইহন্তক নোচোৱয়।
অনিত্য জানিয়া তাত ৰতি নকৰয়॥

হৰিভক্তি সঙ্গ হেন মনে মানিলন্ত।
ভকতসহিতে প্ৰিয় আলাপ কৰন্ত॥ ৪৩১
গোপালৰ উপদেশ দুয়ো আচৰিলা।
এক-জীৱ-প্ৰাণ হুয়া হৰিষে বঞ্চিলা॥
দুয়ো জন চিয়া ভৈল ভকত মধ্যত।
দুইকো দৰশায়া কথা কহন্ত আনত॥ ৪৩২
তাৰাসৱো চলি গৈলে বৈকুণ্ঠ নিলয়।
যাৰ শুদ্ধ যশ ৰাশি অদ্যাপি জ্বলয়॥
জয়কৃষ্ণ আতাই যিবেলাত আসিলন্ত।
গোপালৰ চৰণে শৰণ পশিলন্ত॥ ৪৩৩
বহু অপকাৰ তাক পিতৃয়ে কৰিলা।
নাৰায়ণ-ঠাকুৰে সে প্ৰবন্ধে ৰাখিলা॥

× × × × ×

তিনিশ-তিনি-কুৰি-তেৰজন

তিনিশত তিনিকুৰি আৰো তেৰজন।
অসমৰ জীয়া লোক গৈল এহিমান॥ ৪৩৯
তাসম্বাৰ মধ্যে কতো জনৰ্ক দেখিলোঁ।
কতো লোকসকলক শ্ৰৱণে শুনিলোঁ॥
সাৱশেষ সমস্তকে শুনিবাৰ নাই।
স্থূলৰূপে মাত্ৰ এহিমানে সংখ্যা পায়॥ ৪৪০
এতেকে সবাকে মই বনাইবোঁ কিমত।
মুখ্য মুখ্য বাছি কিছু কৰিবোঁ বেকত॥
কামৰূপ—ৰাজ্যে যত ভকত আছন্ত।
সিসৱৰ কৰিতে নপাৰোঁ মই অন্ত॥ ৪৪১
এতেকে সে উকুত নকৰি তাসম্বাক।
বৰ্ণনা কৰিবোঁ মই দুই বক্তাক॥

ভৱানীপুৰক ঐৰ গৈল দুয়োজন।
তাৰাসকলক আগে কৰিলোঁ বৰ্ণন ॥ ৪৪২
কালঝাৰ থানে যায় যত লোক মানে
তাসম্বাৰ চৰিত্ৰ শুনিয়ো সাৱধানে ॥
ব্ৰাহ্মণ সন্ন্যাসী বাপৰ আৰে কহোঁ মই কথা।
সন্ন্যাসী তাৰা গৈয়া যেন কৰ্ম্ম কৰিলন্ত তথা ॥ ৪৪৩
ৰামচৰণ যেন্নে যাই ভৈলা কালঝাৰত প্ৰৱেশ।
দেশ-ভ্ৰমণৰ দেশ ভ্ৰমিবাক দিলা গোপালে আদেশ ॥
নিমিত্তে চক্ৰ কন্থা কমণ্ডল খনন্তা দিলন্ত।
গোপালৰ নিৰ্দ্দেশ আৰো হেন বচন গোপালে বুলিলন্ত ॥ ৪৪৪
সমস্তে দেশত তুমি ভ্ৰমিয়া ফুৰিবা।
"য'তে বড়া ধৰ্ম্ম যৈত দেখা বড়া ধৰ্ম্ম তথাতে ভজিবা ॥
পোৱা, তাকে চলি যাইবা তুমি আৰো জগন্নাথ থান।
ল'বা" জগন্নাথ-মূৰ্ত্তিক দেখিবা বিদ্যমান ॥ ৪৪৫
অৱনতভাৱে তাঙ্ক প্ৰণাম কৰিবা।
প্ৰসাদ-অন্নক তুমি ভোজন কৰিবা ॥
বজাৰত দেৱগণ নামিয়া থাকয়।
তাকো ভাল মতে চিনিবাঁহা মহাশয় ॥ ৪৪৬
তাৰা বোলে কেনমতে চিনিবোঁহো তাক।
শুনিয়া গোপালে পুনু বুলিলন্ত বাক ॥
দেৱতাও ধৰি ফুৰে মনুষ্যৰ বেশ।
নাই শৰীৰৰ ছায়া নকৰে নিমেষ ॥ ৪৪৭
সবাৰে লগতে গতি কৰিয়া ফুৰয়।
তথাপিতো পৃথিৱীত খোজ নপৰয় ॥
হেনভাৱে গৈয়া দ্বিজনক দেখা তুমি।
জানিহি সে দেৱতা তেন্তে চিনাইলোঁহো আমি ॥ ৪৪৮

হেনয় আদেশ যেৱে গোপালে কৰিলা ।
বাপ সন্ন্যাসীয়ো তৎক্ষণে চলি গৈলা ॥
সমস্তে ৰাজ্যত বিচাৰিয়া ফুৰিলন্ত ।
তীৰ্থক্ষেত্ৰমানে কিছু নাথাকিল অন্ত ॥ ৪৪৯

জগন্নাথ-দৰ্শন

যেহে ঘাটে জগন্নাথ দৰশন পাই ।
নকৰি প্ৰণাম মাত্ৰ আছিলন্ত চাই ॥
তথাতে বজাৰে অন্ন প্ৰসাদ দেখিলা ।
কিঞ্চিতেকো তাহাক ভোজন নকৰিলা ॥ ৪৫০
বজাৰত দেৱক বিচাৰ কৰিলন্ত ।
দেৱতাক দৰশন তথাতে পাইলন্ত ॥
গোপালে কহিলা দেৱতাৰ যেন থান ।
সেহিভাৱে দেখি তাৰা পাইলন্ত প্ৰমাণ ॥ ৪৫১
চাৰ দিয়া গৈয়া তান হাতত ধৰিলা ।
কিক ধৰিলাহা বুলি বৰুণে পুছিলা ॥
বাপ সন্ন্যাসীও বোলে তুমি কোন জন ।
কহিয়ো আমাত তেন্তে স্বৰূপ বচন ॥ ৪৫২
শুনি হেন দেৱতায়ো দিলা পৰিচয় ।
বৰুণ-দেৱতা মই জানিবা নিশ্চয় ॥
তেৱে সে তাহাৰ হাত এৰিয়া দিলন্ত ।
বৰুণ-দেৱতা চলি স্বৰ্গক গৈলন্ত ॥ ৪৫৩
পুনৰপি আইল তাৰা কালঝাৰ থানে ।
অৱনতে প্ৰণামিলা গোপাল-চৰণে ॥
গোপালে বোলন্ত কোন দেশত ভ্ৰমিলা ।
কোন থানে কোন তুমি ধৰ্ম্মক লভিলা ॥ ৪৫৪

গোপালতকৈ বেছি ধৰ্ম্ম ক'তো নেপালে

তাৰা বোলে ৰত্নাগ্ৰাম জাক ঘি নপাইলোঁ ।
জাতা কৰি শতভাগে হীন সে দেখিলোঁ ॥

গোপালে সুধিলা পুনু সন্ন্যাসী বাপক।
দেৱতাক দৰশন ভৈল কেন মত॥ ৪৫৫
বাপ সন্ন্যাসীও তাৰ কহিলা কাৰণ।
পুনু হো গোপালে হেন বুজিলা বচন।
তুমি গৈয়া জগন্নাথ দৰশন পাইলা।
জগন্নাথক নমস্কাৰ কৰি অন্ন প্ৰসাদ ভুঞ্জিলা॥ ৪৫৬
সেৱাকে তাবা বোলে দুই কৰ্ম্ম নকৰিলোঁ আমি।
নকৰিলে গোপালে বোলন্ত কিক নকৰিলা তুমি॥
শুনি তাবা বোলে মই চাহিলোঁহো শুনি।
ব্ৰাহ্মণ বুজিয়া অন্ন যেদিলা আপুনি॥ ৪৫৭
এতেকে ভোজন কৰিবোঁহো কোন সতে।
আপোনাৰ জাতি-ভ্ৰষ্ট কাৰবোঁ কিমতে॥
আবো নমস্কাৰ নকৰিলো যি কাৰণে।
ইহাৰ সিদ্ধান্ত কহো শুনিয়ো আপুনে॥ ৫৮
এহু শিৰে বন্দি আছোঁ তোমাৰ ধুলাক।
আবো মোৰ সেৱিবাক লাগয় কাহাক॥
তোমাৰে সে আজ্ঞা মানি দেশত ভ্ৰমিলোঁ।
তুমি হেন দেৱ কতো বিচাৰি নাপাইলোঁ॥ ৪৫৯
যেন ভৃগুঋষি পূৰ্ব্বে পৰীক্ষা কৰিলা।
মাধৱত পৰে দেৱ আন নজানিলা॥
সন্ন্যাসীবাপ বাপ সন্ন্যাসীও সেহিমতে চাহিলন্ত।
গোপালৰ গোপালৰ পাৱত তেৱে সে ভজিলন্ত॥ ৪৬০
শিষ্য হ লহি গোপালৰ মুখে শুদ্ধ উপদেশ লৈয়া।
তথাতে ৰহিলা মনে হৰিষ লভিয়া॥

* * *

## ছবি

বৰগুৰুৰ চৰিত্ৰ

শুনা আতপৰে আৰো যেৱে বাপ বৰগুৰু
ৰাজাৰ কটকী আছিলন্ত।
পুত্ৰ-দাৰা-ধন-জন সম্পদক মিছা জানি
সমস্তকে দূৰ কৰিলন্ত॥ ৪৬৪
গোপালৰ পাৱে গৈয়া ভজি অকপটভাৱে
শুদ্ধ-উপদেশ আচৰিলা।
গোপালদেৱৰ মুখে কথামৃত পান কৰি
সুখী হুয়া হৰিষে ৰহিলা॥

বৰ যদুমণি আৰু শ্ৰীৰামৰ চৰিত্ৰ

বাংশ যে বাৰীৰ আৰো বাপ বৰযদুমণি
আৰো বাপ শ্ৰীৰামে সহিতে।
দুয়ো একমতি হুয়া দেবেৰাপাৰত গৈয়া
একে বাসে ৰহিলা তহিতে॥ ৪৬৫

দেবেৰাপাৰ সত্ৰত

দেবেৰাপাৰৰ সত্ৰ বাপ শ্ৰীৰামেও তৈতে
ভাগৱত পঢ়িয়া থাকন্ত।
বাপ যদুমণি তাৰ অৰ্থক বখানি থাকা
কতো ওজা হুয়া পদ গান্ত॥
হেন বেলা শিৱানন্দ মাধৱৰ আজ্ঞা লৈয়া
আসি সেহি সভাত মিলিলা।

শিৱানন্দৰ প্ৰশ্ন কোনভাগ ভক্তি আচৰিছ

কোন ভাগ ভকতিক আচৰিছা তোৰাসৱে
এহি বুলি তেসময়ে পুছিলা॥ ৪৬৬
সমস্তে সভাৰ লোকে নিচুকি ৰহিলা যেৱে
ভাল মন্দ সিদ্ধান্ত নিদিয়া।

বৰ যদুমণি বাপে শ্ৰীৰাম সহিতে দুয়ো
গৈলা তেৱে বাসাক লাগিয়া ॥
তথাত বসিয়া দুয়ো আলোচ কৰিয়া বোলে
এথাত থাকিবে নুহি কাজ।
কৈৱৰ্ত জপৰা দুই মনুষ্য আসিয়া দেখোঁ
সমস্ত সভাকে দিলে লাজ ॥ ৪৬৭
মযোঁ জীওঁ একো আৰ এতেক সভাৰ লোকে
কেহো জনে সিদ্ধান্ত নিদিলা।
বড়া কথা এতেকে জানিবা তৈত কিবা বড়া কথা আছে
বিচাৰি এহি বুলি দুয়ো চলি গৈলা ॥
দুয়োৰে বৰপেটা থানে যেৱে আছা গৈয়া দুয়োজন
প্ৰস্থান নাৰায়ণ ঠাকুৰে লাগ পাই।
কথাৰ আশয় জানি বোলে তাৰা দুইহন্তক
নাৰায়ণ এথাত থাকিবে নুযুৱায় ॥ ৪৬৮
ঠাকুৰৰ ডাঙৰ শৰীৰ কেনে অলপ জলত মজি
পৰামৰ্শ আত তোৰা কিমতে ডুবিবা।
গোপাল অগাধ জল তাতে পৰি যাইবা তল
স্নান-পান সমস্তে কৰিবা ॥
হেন জানি বাপ দুয়ো গোপালৰ আগে যায়ো
যেৱে শুনা আমাৰ বচন।
কতো দিন মানে যদি তথাতে বঞ্চিবে পাৰা
সিজিবে সকলে প্ৰয়োজন ॥ ৪৬৯
ঠাকুৰৰ হেন বাণী তাৰা দুই জনে শুনি
আতি বৰ হৰিষ ভৈলন্ত।
নাৰায়ণ ঠাকুৰক প্ৰশংসা কৰিয়া দুয়ো
গোপালৰ থানক গৈলন্ত ॥

গোপালৰ মনোহৰ ৰূপক নিৰীক্ষি দুক্ষো
গোপালদেৱৰ ভাগ্যিশক্ত হৰিষ লভিলা।
সন্তত আশ্ৰয় গোপালৰ চৰণত ভক্তি কথা-ৰস পিয়া
সুখী হয়া তথাতে ৰহিলা॥ ১৭০
মহা বিচক্ষণ পাত্ৰ পায়া গোপালেও কথা
কিঞ্চিতেকো বাক্কী নকৰিয়া।
সাধুসকলৰ মাজে ভকতি-ভণ্ডাৰ মেলি
প্ৰেমৰসে থৈলন্ত বুৰায়া॥

—o—

দুলৰি

দহঘৰীয়া সুবাস মাজীৰ পুত্ৰ বসুদেৱ
নাৰায়ণৰ সুত খ্যাত নাৰায়ণ।
চৰিত্ৰ খ্যাত যদুমণি * পলুযায়া তাৰ
মিলে গোপালৰ থান॥ ৪৭১
গোপালক দেখি দৰশন পায়া
আনন্দৰ পাৰ নাই।
যেন দৰিদ্ৰক দুখ দূৰ গৈল
হাতে মহানিধি পাই॥
হিৰণ্যকশিপু প্ৰহ্লাদক যেন
কৰিলা ক্ৰোধ অপাৰ।
হৰি চিন্তিবাৰ নসহিয়া তান
চিন্তিলন্ত অপকাৰ॥ ৪৭২

* গজলাৰ যদুমণিদেৱ

পিতৃৰ বাধা নগলি গোপালৰ সত্ৰলৈ গমন

বাপ নাৰায়ণ তান্ক সেহিমতে
পিতৃয়ে বাধা কৰিলা।
হাতে অস্ত্ৰ ধৰি নিদ্ৰা পৰিহৰি
সহজে ৰাখি ফুৰিলা॥
যিমতে প্ৰহ্লাদে বাধাকো নগণি
হৰি-ভক্তি কৰিলন্ত।
বাপ নাৰায়ণে সেহিমতে মোৰা
গোপালক ভজিলন্ত॥ ৪৭৩
গোপালৰ মুখে উপদেশ লৈয়া
সন্তোষ লভিয়া মনে।
ধৰ্ম্মৰ মহত্ত্ব জানি গোপালৰ
ৰহিলা সেহি থানে।

নাৰায়ণৰ সনাতন

আৰো নগৰৰ বাপ [illegible]
গৃহসুখ এৰিলন্ত।
ধৰ্ম্মক আশায়ে দশম বৰিষ
তীৰ্থক্ষেত্ৰ কৰিলন্ত॥ ৪৭৪
পশ্চিম দেশৰ যত সত্ৰ মানে
সবাতো চাহি ফুৰিলা।
কহিতো নিশ্চয় কৰিবে নপাৰি
গোপালৰ থানে গৈলা॥
গোপালৰ সিটো ৰূপক নিৰেক্ষি
চিত্ত থিৰ কৰিলন্ত।
গোপালৰ তেৰে পদ-পঙ্কজক
শ্ৰদ্ধাভাৱে ভজিলন্ত॥ ৪৭৫
গোপালৰ মুখে কথামৃত শুনি
পৰম নিৰ্ম্মল ভৈলা।

গোপালৰ ৰূপ হৃদয়ে কৰিয়া
কৃতকৃত্য হুয়া ৰৈলা ॥
খৰঙ্গাৰ কৃষ্ণ খৰঙ্গা দেশৰ বাপ কৃষ্ণ যেৱে
কালঝাৰ থানে গৈলা।
দেৱ গোপালৰ সঙ্গত থাকিয়া
হৰি-ভক্তি আচৰিলা ॥ ৪৭৬
লাৱণ্য বচন নম্ৰ কলেৱৰ
যাক সম নাহিকেৰ।
সাধুসকলৰ মাজত যাহাক
অদ্যাপিও প্ৰশংসায় ॥
গোপালক বহু ভাৱে সেৱা কৰি
সন্তোষ অতি কৰাইলা।
যেন শাণ্ডী কন্যা পতিব্ৰতা ধৰ্ম্মে
স্বামীত বন্দ্যা ভৈলা ॥ ৪৭৭
দেৱ গোপালৰ প্ৰসাদক তাৰা
অপ্ৰয়াসে লভিলন্ত।
গোপালৰ উপ- দেশ আচৰিয়া
সুখী হুয়া ৰহিলন্ত ॥

× × ×

পদ

মায়ামৰাৰ শুনা আৰো বাপ অনিৰুদ্ধৰ চৰিত।
অনিৰুদ্ধৰ চৰিত্ৰ সিসৱ কথাক আৱে কৰিবোঁ বিদিত ॥ ৪৮০
বৰদলৈ নামে ভূঞা নাৰায়ণপুৰৰ।
তানে পঞ্চ সন্ততি ভৈলেক মনোহৰ ॥

পঞ্চ যে গ্ৰামৰ অধিকাৰী হৈয়াছিল ।
শেষকালে পাঞ্চকো বিভাগ কৰি দিল ॥ ৪৮১
মুক্তি পদতকৈ — বাপ অনিৰুদ্ধে বোলে মোক্ষ নলাগয় ।
সাধু পদ শ্ৰেষ্ঠ — সাধুসঙ্গ মোৰো মই বুলিলোঁ নিশ্চয় ॥
এহি বুলি গৃহৰ সুখক এৰিলন্ত ।
ছাত্ৰশালে শাস্ত্ৰ পঢ়ি পণ্ডিত ভৈলন্ত ॥ ৪৮২
পঢ়ি শুনি তাৰা যেন্থে তত্ত্বক জানিল ।
হৰি-ভক্তি হে — হৰি-ভক্তি সত্য হেন মনত মানিল ॥
সত্য — গোপালৰ মহিমা শ্ৰৱণে শুনিলন্ত ।
কালঝাৰ যাইবাক যতন কৰিলন্ত ॥ ৪৮৩
আগবঢ়াই গৈলা নিয়া বাপ নাৰায়ণে ।
বাপ অনিৰুদ্ধ গৈলা কালঝাৰ থানে ॥
গোপালৰ — গোপালক গৈয়া তাতে দৰশন পাই ।
সঙ্গত — দ্ৰৱ ভৈল চিত্ত হৰিষৰ পাৰ নাই ॥ ৪৮৪
সপ্ৰেম ভক্তিত — শুদ্ধভাৱে গোপালৰ চৰণে ভজিয়া ।
মজিলগৈ — তথাতে ৰহিলা প্ৰেমৰসত ডুবিয়া ॥
ইসৱ কথাক আৰে এতিমানে থওঁ ।
খোৰা-মোচৰৰ — বাপ ৰামচন্দ্ৰৰ চৰিত কিছু কওঁ ॥ ৪৮৫
দ্বিজ ৰামচন্দ্ৰৰ — পূৰ্ব্বে তাৰা অধিকাৰী গ্ৰামৰ আছিলা ।
চৰিত্ৰ — তাক এৰি ঈশ্বৰৰ ভক্তি প্ৰচাৰিলা ॥
সহজে পঢ়িয়া থাকা গীতা ভাগৱত ।
বিষয় এৰি — আনো শাস্ত্ৰসৱ যত সবাতে পাৰ্গত ॥ ৪৮৬
পৰমাৰ্থলৈ — ছয় কুৰি ভক্তসমে হৰি-গুণ গাই ।
পৰম সন্তোষে আছা আপোনাৰ ঠাই ॥
হেন বেলা শুনিলন্ত লোকৰ মুখত ।
কামৰূপ-ৰাজ্যে ধৰ্ম্ম হৈয়াছে বেকত ॥ ৪৮৭

কামৰূপত ধৰ্ম্ম প্ৰকাশৰ বাৰ্ত্তা শ্ৰৱণ

শঙ্কৰে হেকত্ৰ কৰি বৈকুণ্ঠে চলিলা।
তাৰতক্ষ কামৰূপ ৰাজ্যে চলি গেলা ॥
ঠাকুৰৰ থানে গৈয়া বাসা কৰিলন্ত।
হৰিষিত ভাৱে সেহি থানে ৰহিলন্ত ॥ ৪৮৮

পঞ্চাশোত্তম ঠাকুৰৰ প্ৰয়োজন ত্যাগ

ঠাকুৰে বোলন্ত গোসাঁই নেনিবা আমাক।
অসম দেশৰ লোক দিলোঁহো তোমাক ॥
বাপ ৰামচন্দ্ৰে ভাল নমানয় মনে।
বোলে মোক সম্পদে লাগয় কি কাৰণে। ৪৮৯
ছয় কুৰি ভক্ত মোৰ সঙ্গত আছয়।
তাতো কৰি কোন বড়া সম্পত্তি লাগয় ॥
সি দেশত কৃষ্ণি মই থাকোঁ ভাগৱত।
এথাতো আসিয়া মই কহিছোঁ লোকত ॥ ৪৯০
যাক আশা কৰি মই ইৰাজ্য আসিলোঁ।
সি কথা শুনিলে মই কিঞ্চিতো নপাইলো ॥
আপোনাৰ প্ৰয়োজন নিসিজয় যেৱে।
সম্পত্তিক ইচ্ছা কিয় কৰিবাঁহা তেৱে ॥ ৪৯১
অসন্তোষে বাপ যেৱে তথাতে ৰহিলা।

নাৰায়ণ ঠাকুৰৰ সঙ্গত তত্ত্ব-বিচাৰ

সিৰলাত নাৰায়ণ ঠাকুৰে লাগ পাইলা ॥
আপোনাৰ বাসা মাগি মাতিয়া নিলন্ত।
নিশাগোট কথাৰ বিচাৰ কৰিলন্ত ॥ ৪৯২
কথাতে অগাধ জানি সন্তোষ লভিলা।
পুনৰপি আৰো হেন বচন বুলিলা ॥
বাপ তুমি ইথানত কিমতে ৰহিবা।
অলপ জলত কেনমতে তল যাইবা ॥ ৪৯৩
অগাধ সাগৰ গোপালত তল যায়ো।
অমৃত-সিন্ধুত পৰি শৰীৰ জুৰায়ো ॥

শঙ্কৰ-মাধৱৰ মহিমা গোপালত

শঙ্কৰৰ মাধৱৰ মহিমা যিমত।
গোপালৰ মহিমা আছয় সেহিমত ॥ ৪৯২
হেন জানি বাপ গোপালৰ থানে যাইবা।
তানেও দেৱৰ ধৰ্ম্ম তথাতে লভিবা ॥
শুনি বাপ ৰামচন্দ্ৰ হৰিষ ভৈলন্ত।
তেবে গোপালৰ থানে চলিয়া গৈলন্ত ॥ ৪৯৫
গোপালৰ মধুৰ মূৰ্ত্তিক দৰশনে।
পৰম হৰিষ অতি ভৈলন্ত মনে ॥

গোপালৰ আগতীয়া বাতৰি

আগহন্তে গোপালতে সন্তেও কহয়।
এজন উত্তম লোক আসিবৰ লাগয় ॥ ৪৯৬
কেক নাসিলন্ত বুলি গোপালে পুছিলা।
বাপ ৰামচন্দ্ৰ আসি তথাতে মিলিলা ॥

গোপালৰ আগত ভাগৱত পাঠ

দেখিয়া গোপালে বৰ সন্তোষ ভৈলন্ত।
সেহি বেলা ভাগৱত পঢ়িবে দিলন্ত ॥ ৪৯৭
পঢ়িবে লাগিলা তেবে পৰম হৰিষে।
শুনন্তা লোকৰ যেন অমৃত বৰিষে ॥
গোপালেও অতি বৰ সন্তোষ লভিলা।
এগোটা সঙ্কেত কথা প্ৰশ্নক কৰিলা ॥ ৪৯৮

নিৰাশা-সাপেক্ষা ভক্তি-সম্পৰ্কে প্ৰশ্ন

শুক তুমি সুশিক্ষিত সকল শাস্ত্ৰত।
নিৰাশা সাপেক্ষা ভক্তি বাটা কেনমত ॥
বুলিলন্ত বাপে দেৱ গোপালক চাই।
কিমতে বাটিবোঁ আমি শুনিবাৰো নাই ॥ ৪৯৯
সকাম নিষ্কাম পুৰুষেৰে সে বাটিছোঁ।

বিনম্ৰ উত্তৰত

তোমাৰ মুখেসে আজি ইকথা শুনিছোঁ ॥

গোপালৰ প্ৰশংসা

শুনিয়া গোপালে মনে প্ৰশংসা কৰিলা।
ইমান পণ্ডিত হৈয়া কথাতে ৰহিলা ॥ ৫০০

জ্ঞানীক | আৰু দশ গোটা জোৰা দিবাক পাৰয়।
বাদ নকৰে | কদাচিতো জানন্তাক বাদ নকৰয়॥
বাপ ৰামচন্দ্ৰৰ হৰিষ ভৈল মন।
ৰামচন্দ্ৰৰ | বোলে মোৰ আৰে সে সিজিস প্ৰয়োজন। ৫০১
পৰম সন্তোষ | যাক আশা কৰি মই ৰাজ্য চাৰি আইলোঁ।
সি কথা পাইলোঁহো আৰে নিশ্চয় জানিলোঁ॥
হেন মনে মানি যেৱে গৃহত ৰহিলা।
গোপালে বাসাক লাগি আদেশ কৰিলা। ৫০২
গৃহ দিবলৈ | বোলে যদুমণিৰ বাসাত দেওক ঠাই।
গোপালৰ | তাৰা বোলে আমাৰ বাসাত নুকুলায়॥
প্ৰযত্ন | শুনিয়া গোপালে মাথে গামোচা বান্ধিয়া।
আপুনি ধৰিলা বাসা সাজিবে লাগিয়া॥ ৫০৩
দেখি বাপ যদুমণি আথবেথ কৰি।
গোপালক বুলিলন্ত বিনয়ে সাদৰি॥
আমাৰ বাসাত ঠাই পাৰোঁহো দিবাক।
কিন্তু পূৰ্ব্বে আপুনিয়ে দিয়া আছা হাক॥ ৫০৪
গোপালে বোলন্ত হাক দেও যাক প্ৰতি।
অদ্যাপিও তাক দিবে নেদোঁ অনুমতি॥
যাক দিবে বোলোঁ তাক দিবাক যুৱায়।
হেন জানি সত্বৰে দিয়োক আৰু ঠাই॥ ৫০৫
বাপ যদুমণি শুনি হৰিষ ভৈলন্ত।
আপোনাৰ বাসা লাগি তেখনে নিলন্ত॥
বাপ ৰামচন্দ্ৰে সেহি থানত ৰহিলা।
গোপালৰ উপদেশ এতেকে লভিলা॥ ৫০৬
গোপালে বিৰল কৰি মাতি আনিলন্ত।
তিনি দিন ঠাকুৰৰ বাৰ্ত্তা পুছিলন্ত।

পুৰুষোত্তম   এতেকতো ঠাকুৰৰ দোষ নকহিলা।
ঠাকুৰৰ   গোপালৰ আগে গুণমাত্র দৰশাইলা ॥ ৫০৭
গুণকে হে   শুনিয়া গোপালে বৰ সন্তোষ লভিলা।
দৰশালে   বোলে মোত কোন নো টোপোলা নেমেলিলা ॥
তোমাৰে সে মুখে মই শুনিতে নপাইলোঁ।
এতেকে তোমাত মই সন্তোষ লভিলোঁ ॥ ৫০৮
এহি বুলি সমস্তে লোকক মতাই আনি।
তৰুণ যদিও   সবাকো শুনায়া হেন বুলিলন্ত বাণী ॥
সবাৰে মধ্যত   সবাৰে মধ্যত বুঢ়া পাতিলোঁ ইহাক।
"বুঢ়া" পদবী   শুনিয়া ভকতসৱে বুলিলন্ত বাক ॥ ৫০৯
সবাতো কৰিয়া দেখোঁ বয়সে তৰুণ।
বুঢ়া নাম দিলা তন্তো দেখি কোন গুণ ॥
গোপালে বোলন্ত বয়সক নধৰিলোঁ।
কথাৰ আশয় চাই বুঢ়া নাম দিলোঁ ॥ ৫১০
"কথাৰ বুঢ়া হে   কথাৰ বুঢ়া সে বুঢ়া বয়সৰ নয়।
বুঢ়া"   হেন জানি নকৰিবা মনত সংশয় ॥
গোপালৰ হেন যেৱে বচন শুনিলা।
সেহি হন্তে বুঢ়া পাঠ সৱেও ধৰিলা ॥ ৫১১
পৰম   গোপালৰ পৰম প্ৰসাদ লভিলন্ত।
প্ৰসাদ   ৰাপ ৰামচন্দ্ৰ সুখী হুয়া ৰহিলন্ত ॥
লাভ   মহাজনসৱৰ চৰিত্ৰ এথা থওঁ।
অন্যান্য   শুনা আৰো ভকতসৱৰ কথা কওঁ ॥ ৫১২
ভকতসৱৰ   সমস্তে লোকক যদি নাপাৰোঁ কহিতে।
কথা   তথাপিতো কিছুমান কৰিবোঁ বিদিত ॥
নৰোত্তম মুৰাৰি যে দলৈ সনাতন।
মুৰীৰা ব্ৰাহ্মণ আৰো শুক সাৰাৰণ ॥ ৫১৩

উদ্ধৱ ৰক্ষ বদু-ৰক্ষ গুৰু নৰহৰি ।
নগেন্দ্ৰ নাৰায়ণ বিষ্ণু যে মুৰাৰি ॥
কায়স্থ নৰাম মহ কৃষ্ণ জয়ৰাম ।
কানাই হৰিচৰণ যে হৰিৰাম ॥ ৫১৪
প্ৰাণহৰি নিত্যানন্দ গোবিন্দচৰণ ।
উদ্ধৱ ৰমাই জগন্নাথ নিৰঞ্জন ॥
কৃষ্ণ বিষ্ণু মুকুন্দ শ্ৰীহৰি পণ্ডৰাম ।
অনন্ত গোবিন্দ সনাতন যে সংৰাম ॥ ৫১৫
বাতুলচৰণ জগন্নাথ জয়হৰি
হৰিগতি নিত্যানন্দ সনাই শ্ৰীহৰি ॥
বৰ জগন্নাথ ৰামচৰণ স্বামী ।
যদু নাৰায়ণ বন্ধীয়াকে আদি কৰি ॥ ৫১৬
ইসব প্ৰমুখ্যে আনো যতেক মহন্ত ।
সবে গৈয়া গোপালক সেৱা কৰিলন্ত ॥
গোপালৰ মুখে শুদ্ধ উপদেশ লৈয়া ।
সাধিলা কুশল হৰি-ভক্তি আচৰিয়া ॥ ৫১৭
যেবে তাৰাসবে গোপালৰ থান পাইলা ।
ঠাকুৰৰ গৃহক গোপাল চলি গৈলা ॥
গোপালক দেখি তাৰা হৰষ ভৈলন্ত ।
আসনে বৈসায়া গুৱাপাণ অৰ্পিলন্ত ॥ ৫১৮
মধুৰ বচনে বাৰ্ত্তা কুশল পুছিলা ।
আমাৰ থানক চলি কি কাৰ্যে আসিলা ॥
গোপালে বোলন্ত বাপ শুনিয়োক তুমি ।
তোমবাত হন্তে কিছু দুখ পাওঁ আমি ॥ ৫১৯
ঠাকুৰে বোলন্ত বাপ মোক বোলা মোৰে ।
অসমৰ জীৱা গুৰু বোলে নি কি তোৰে ॥

নাৰায়ণ ঠাকুৰৰ ওচৰলৈ গৈ গোপালৰ দুঃখ-নিবেদন

অসমর্থ লোকে "গুৰু" বুলি কয়

তাতে সে আমাত তোমো দুখ নিবেদিলা।
গোপালে বোলন্ত তোৰা উচিত কহিলা ॥ ৫২০
সি কাৰণে পাওঁ দুখ আন কথা নাই।
নাৰায়ণ ঠাকুৰে বাক্য বুলিলা দুনাই ॥
অসমর্থ হৈয়া যদি গুৰু সে বোলয়।
স্বৰূপত তোৰো গুৰু কহিলোঁ নিশ্চয় ॥ ৫২১
গোপালে বোলন্ত আৰে বৰ ভাল ভৈলা।
যেন চক্ষু বেথিয়া বৈদ্যৰ থানে গৈলা ॥
গুচাইবে হন্তে চক্ষু উলটিল তাৰ।
সেহি পটন্তৰ ভৈল জানিবা আমাৰ ॥ ৫২২
তোমাত আসিয়া মই দুখ নিবেদিলোঁ।
আছে বল হৈব আৰো বৰ ভাৰ পাইলোঁ ॥

ঠাকুৰৰ আশ্বাস

ঠাকুৰে বোলন্ত আত নাহিকে সংশয়।
সমর্থ জন বৰভাৰে কি ত্ৰৰয় ॥ ৫২৩
হেন জানি বাপ মোত দুখ নকৰিবা।
অনায়াসে ইটো ভাৰ বহিবে পাৰিবা ॥
এহি বুলি ঠাকুৰে আশ্বাসি পঠাইলন্ত।
গোপালে আসিয়া নিজ থানে ৰহিলন্ত ॥ ৫২৪

× × ×

দুলড়ি

বিচক্ষণ লোকসকলক পাই গোপালৰ পৰম সন্তোষ

এহিমতে সবে গোপালে সহিতে
কৌতুকে যেবে আছন্ত।
গোপালৰ মুখে হৰি—কথামৃত
সহজে শুনি থাকন্ত ॥

হৰি—নাম হৰি- কথা ব্যতিৰেকে
শিষ্য-প্ৰশিক্ষণ আন কথা আৰো নাই।
আৰম্ভ গোপালৰ মহা মনত সন্তোষ
বিচক্ষণ লোক পাই॥ ৫২৯
এক দিনা তথা বসিয়া গোপালে
বচন হেন বুলিলা।
গোপালৰ তোমৰা সকলে কোন গুণ দেখি
কি কি গুণ আমাৰ থানে আসিলা॥
দেখি তেখা- বাপ যদুমণি বোলয় তোমাৰ
সকল আহিল গুণৰ অন্ত নপাই।
দুই গোটা গুণ সাম্প্ৰতে দেখিছোঁ
আৰো একো থানে নাই॥ ৫৩০
এক গোটা গুণ আছয় তোমাৰ
নিৰ্ব্বৈৰতা কাকো হিংসা নেদেখিলোঁ।
আৰু অবৈৰ পুৰুষ গুণৰ আলয়
নিৰপেক্ষতা কোন ভাগ্যে আসি পাইলোঁ॥
আৰো যে তোমাৰ নিৰপেক্ষ ভাৱ
দেখিয়া ভজিলোঁ আমি।
একোৱে থানত হেন নিৰপেক্ষ
দেখিতে নপাইলোঁ স্বামী॥ ৫৩১
গোপালে বোলন্ত শুনা যদুমণি
বোলোঁহো কৰি নিশ্চয়।
নিৰপেক্ষতাৰ সেব্য-সেৱকৰ অপেক্ষা থাকিলে
সুগুণ একো ফল নধৰয়॥
ব্যাখ্যা সেব্যে সেৱকৰ এখন গুৰুৰ
চৰ্ণ যদি আশা কৰে।

সিয়ো মাটি খোৱা তাৰ যত সেৱা
বৃথা শ্ৰম কৰি মৰে ॥ ৫৩২

গুৰু-গিৰীৰ নিষ্ফলতা

গুৰু হুয়া যিটো শিষ্যক লাগিয়া
অপেক্ষা কৰি থাকয় ।
লোকৰ কুশল সাধিতে নপাৰে
মিছা সতকাৰ লয় ॥
গোপালৰ হেন উপদেশ পায়া
সবেও হৰিষ ভৈলা ।
তেৱে গোপালৰ নিৰ্ম্মল ভকতি
শুদ্ধভাৱে আচৰিলা ॥ ৫৩৩
হেন জানি যাৰা বুদ্ধিমন্ত হয়
অপেক্ষাত হীন হৈবা ।
নিৰপেক্ষ দেৱ উপাসা কৰিয়া
সংসাৰ সুখে তৰিবা ॥
এহি মতে সাধু সকলে তহিতে
হৰিষে যেৱে ৰহিলা ।
গোপালৰ হেন মহিমা দেখিয়া
সন্তোষ আতি লভিলা ॥ ৫৩৪
এক দিনা তেন্ত ভকত সহিতে
গোপাল যেৱে আছন্ত ।

কামেশ্বৰ সন্ন্যাসীৰ আগমন

কামেশ্বৰ নামে এগোটা সন্ন্যাসী
সেহি থানে আসিলন্ত ॥
গোপালে দেখিয়া তথাৰ উঠিয়া
গৃহৰ ভিতৰ ভৈলা ।
ভকত সকলো তৈৰ পৰা উঠি
দিশা দিশি চলি গৈলা ॥ ৫৩৫

বাপ যে শ্ৰীৰাম বসিয়া আছন্ত
দেৱীৰ নিৰ্ম্মালি — তাঙ্ক দৰশন পাই।
যাচনি — বোলন্ত দেৱীৰ নিৰ্ম্মালি থানিক
লৈয়োক তুমি আতাই॥
বাপ যে শ্ৰীৰামে বোলন্ত আমাৰ
লৈলে কোন কাৰ্য্য হয়।
শ্ৰীৰামৰ — নাম গোত্ৰ লৈয়া আশীৰ্ব্বাদ কৰি
যুক্তিসঙ্গত — তোমাক দিয়া আছয়॥ ৫৩৬
প্ৰত্যাখ্যান — নাম গোত্ৰ লৈয়া কৰি আশীৰ্ব্বাদ
আমাক দিৱয় লেহে।
তেৱেতো আমাৰ সঙ্গে ফল ধৰে
লৈবাক লাগয় দেহে॥
হেন শুনি আৰো এক সন্ন্যাসীয়ে
বোলয় ভাল কহিলা।
থাকিয়োক আৰো বুলিয়া সন্ন্যাসী
আপুনাৰ থানে গৈল॥ ৫৩৭
শান্তভাৱৰ — গোপালে আসিয়া বোলন্ত শ্ৰীৰাম
সমিধানৰ — উচিত দেখে বুজিলা।
প্ৰশংসা — তোমাৰ কথায়ে আপুনিও ৰৈলা
আমাকো ৰক্ষা কৰিলা॥
হেনয় প্ৰশংসা কৰিয়া গোপালো
হৰিষে যেৱে আছন্ত।
ভকতসকৰ মাজত গোপাল
বসি হৰি-কথা কন্ত॥ ৫৩৮

—০—

## ছবি

আদান-প্ৰদানৰ প্ৰশিক্ষণ

এক দিনা সেহি থানে পশু বিকিবাক প্ৰতি
আসিলেক লোক একজন।
দেখিয়া ভকতসৱে বোলে আৰ কত মোল
শুনি তাৰা বুলিলা বচন ॥
আনৰ থানত যদি বিকো নিয়া এতিক্ষণে
চাৰি পোণ দেন্তা আছে লোক।
তোমৰাসবক চাস্তে এপোণ এৰিলোঁ তাৰ
তিনি পোণ আনিয়া দিয়োক ॥ ৫৩৯

পছ-মেচেঁতাৰ

ভকতসকলে বোলে আৰো এক পোণ এৰা
দুই পোণ কড়িক নিয়োক।

সুবোধ

ভাল বুলি তেসৱেও বোলে তাক দিয়ন্তোক
মোৰ আত কিছু লাভ হৌক ॥
তোমৰাসকলে আক ভোজন কৰিবা মোৰ
সিজিবে সকলে প্ৰয়োজন।
ভকতসকলে আসি দিলা যেহিমান ভাত
পৰম সন্তোষ ভৈল মন ॥ ৫৪০
সিটো পশু কাটি-বাছি বাঁটিয়া দিবাক প্ৰতি
কেহো জনে সাস নকৰয়।
দেখি তাৰা বোলে বাপ এখানি কটাৰী দিয়া
মই বাঁটি দিবোঁহো নিশ্চয় ॥
শুনিয়া ভকতসৱে কটাৰী দিলেক আনি
তেতিক্ষণে তেৰা বাঁটি দিলা।
কটাৰীক পখালিয়া ভকতক প্ৰণামিয়া
আপোন গৃহক চলি গৈলা ॥ ৫৪১

তাৰ দুই ভাগ মাংস গোপালৰ থানে দিয়া
সন্তেও ভোজন কৰিলন্ত।
হেন কথা-প্ৰসঙ্গত ভকতসকলে লৈয়া
গোপালৰ আগে কহিলন্ত॥
আমাৰ থানক আজি ভাল লোকটিয়ে আসি
পশু-মাংস খানিক বিকিলা।
আপুনিয়ে বাঁটি দিয়া সবাহাক্কে প্ৰণামিয়া
আদি খানি বেচকো এৰিলা॥ ৫৪২
আৰো বোলে তোমৰাৰ কটাৰীত ভৰি দিলোঁ
দোষ ক্ষমা কৰিবা আমাৰ।
এহি বুলি আপুনিয়ে জলে নামি পখালিয়া
গৃহে চলি গৈলা আপোনাৰ॥
এহিমতে গোপালত হৰিষে কহয়ে কথা
গোপালে শুনিয়া আছিলন্ত।
কতো বেলি মানে থাকি ভকতসৱক প্ৰতি
গোপালে যুগুতি বুলিলন্ত॥ ৫৪৩
মহা তামসিক লোক ধৰ্ম্মাধৰ্ম্ম নজানয়
তাৰো যেৱে হেন বুদ্ধি ভৈল।
শিষ্যসকলৰ প্ৰতি গোপালৰ ভৰ্ৎসনা আৰু উপদেশ
তোমৰাসৱৰো কিয় সাধুৰ সঙ্গত থাকি
কিঞ্চিতেকো দায়া নিমিলিল॥
দুই পোণ কড়ি এৰি বাঁটি দিয়া সেৱা কৰি
সেহি যেৱে লাভ লৈয়া যায়।
তোমৰাসৱৰ কিয় দুখগীয়া চাউল দিতে
সিজনক প্ৰতি ইচ্ছা নাই॥ ৫৪৪
গোপালৰ হেন বাণী ভকতসকলে শুনি
থাকিলন্ত মাথা তপৰাই।

বোলে জানোঁ আমাসাক কোন বা কৰন্ত সগু
ভয়ত কাহাৰো ধাতু নাই ॥
গোপালেও সিবেলাত ভকতসকলক প্ৰতি
কহিলা অনেক উপদেশ।
অমৃত সমান বাণী গোপালৰ মুখে শুনি
ভৈল মহা হৰিষ অশেষ ॥ ৫৪৫

× × ×

পদ

গোপালদেৱৰ মৌনতা — এক দিনা গোপালে নাম-মন্দিৰতে।
বসিয়া আছন্ত যেৱে ভকত সহিতে ॥ ৫৪৮
মৌনভাৱে আছে কাকো নুবুলি সিদ্ধান্ত।
আন লোকে মাতিবাক সাস নপাৱন্ত ॥
বৰ-যদুমণি আৰু শ্ৰীৰামৰ কথোপকথন — বাপ যদুমণি হেন বচন বুলিলা।
আজি দেখোঁ আকাশত বৰ মেঘ ভৈলা ॥ ৫৪৯
শ্ৰীৰামে বোলন্ত তেৱে বৰভাল হৈব।
মো যদি সিলে বহু বৃষ্টিকো কৰিব ॥
সঙ্কেত কৰিয়া কথা দুইহাতো কহিলা।
দুইৰো আশয় বুজি গোপালে বুলিলা ॥ ৫৫০
"উখৰা ভূমিত পানী নৰহে" — মুষল ধাৰায়ে যদি মেঘে বৰিষয়।
উখৰা ভূমিত তভো জল নৰহয় ॥
খাল ভৈলে অলপ বৃষ্টিতে ভল যায়।
কদাচিতো মেঘৰ বিষম মতি নাই ॥ ৫৫১
হেনয় সঙ্কেত যেৱে গোপালে বুলিলা।
শুনিয়া সবাৰো মনে সন্তোষ লভিলা ॥

পুনু তাসাবয়ে হেন বুলিলন্ত বাক।
কোন বা উধৰা ভূমি খাল বুলি কাক ॥ ৫৫২
কোন মেঘ কোন জল বৃষ্টি কেন মত।
কহিয়ো আমাত বাপ কৰিয়া বেকত ॥

গুৰু-বাক্যৰ ব্যাখ্যা

শুনিয়া গোপালে পুনু দিলন্ত উত্তৰ।
কহোঁ আৰু যুগুতি শুনিয়ো পূৰ্ব্বাপৰ ॥ ৫৫৩
যাত হন্তে মাধৱৰ ভকতি মিলয়।
মেঘ-প্ৰায় গুৰু তেন্তে জানিবা নিশ্চয়।
কিঞ্চিতেকো ভেদতায় কাকো নকৰন্ত ॥ ৫৫৪

গুৰু শিষ্যৰ আৱশ্যকীয় গুণ

সেহিমতে সাধুৰো বিষম মতি নাই।
দয়াৰূপে ভক্তিদান কৰন্ত সদায় ॥
নম্ৰতায় হুয়া যেৱে শ্ৰদ্ধায়ে শুনয় ॥
সেহিখান ভূমি তাত ভক্তি-জল ৰয় ॥ ৫৫৫
কায়-বাক্য মন যাৰ অশুদ্ধ সদায়।
যদি বা শুনয় কিছু তাতো শ্ৰদ্ধা নাই ॥
সেহি ভূমি উধৰা নধৰে তাত ফল।
কদাচিতো নৰহয় তাত ভক্তি-জল ॥ ৫৫৬
এহিমতে কথা নানা প্ৰকাৰে কহিলা।
শুনিয়া সবাৰো মনে সন্তোষ মিলিলা ॥
তথাত হৰিষে যেৱে গোপাল আছন্ত।

কথা-শ্ৰৱণৰ উপযোগিতাৰ উদাহৰণ

খুৰাৰ তনয় সেহি বেলা আসিলন্ত ॥ ৫৫৭
গোপালৰ চৰণত প্ৰণাম কৰিয়া।
বুলিবে লাগিলা তাৰা অৱনত হুয়া ॥
বাপ আমি কোন দ্ৰোহ কৰিলোঁ তোমাত।
কিঞ্চিতেকো হৰিকথা নকহা আমাত ॥ ৫৫৮

অসমৰ জীয়া আছে কত তপসাই ।
তয়ু মুখে কথা শুনি থাকন্ত সদায় ॥
গোপালে বোলন্ত আমি সমস্ততে কওঁ ।
তাৰা বোলে আক আমি তেৰে পতিয়াওঁ ॥ ৫৫৯
আজি যেৱে কথা মোত কহিয়ো আপুনি ।
পৰম সন্তোষমনে থাকিবোঁহো শুনি ॥
গোপালে কহিবে কথা লাগিলা হৰিষে ।
সম্যকে মুখত যেন অমৃত বৰিষে ॥ ৫৬০
কথালৈ হেন বেলা কাকে চতালৰ ধান খায় ।
আওকাণ কথা নুশুনিয়া তাৰা তাকে সে ডকাই ॥
দেখিয়া গোপালে দুইবাৰ দিলা হাক ।
কাক ৰাখিবাক কোনে দিলেক তোমাক ॥ ৫৬১
হেন বাধা বাণী যেৱে গোপালে বুলিলা ।
কতো বেলি মানে ৰৰ টৌপনি ধৰিলা ॥
হাৰাশাস্তি হুয়া ৰৰ ভৈল অচেতন ।
গোপালে হাসিয়া হেন বুলিলা বচন ॥ ৫৬২
নামাণবাধব ভকতসকল ঝান্টে আসিয়ো ইঠাই ।
পৰা বঙ্গা অপাৰ সাগৰে মোক থৈয়াছে পেলাই ॥
শুনিয়া ভকতসৱ তৈকে চলি গৈলা ।
গোপালক আবৰিয়া চৌপাশে বসিলা ॥ ৫৬৩
পৰম শ্ৰদ্ধায়ে কথা সধিবে লৈলন্ত ।
ভাগ ভাগ কৰিয়া গোপালে কহিলন্ত ॥
যেন ভাঙি দিয়া মধুৰাস বিদাৰয় ।
লুভীয়াসকলে পান সন্তোষে কৰয় ॥ ৫৬৪
[illegible] সেহিমতে গোপালৰ কথা-ৰস পাই ।
[illegible] সাধুসকলৰ আতি ৰতি বাঢ়ি যায় ॥

শিষ্যৰ শুনন্তে কৰ্ণত যেন অমৃত বৰিষে।
মতি-বৃদ্ধি তথাতে বঞ্চিলা যেন্তে পৰম হৰিষে ॥ ৫৬৫
খুবাৰ পুত্ৰক হাসি গোপালে বুলিলা।
কাক ডকাৱন্তে কথা শুনিবে নপাইলা ॥
অসমৰ শিষ্য- অসমৰ জীয়া দেখোঁ কাক নডকায়।
সকলৰ কথা শুনি মাত্ৰ থাকে পৰম শ্ৰদ্ধায় ॥ ৫৬৬
প্ৰশংসা কথা নাকৰাৰ দোষ দিলা যে আমাক।
কথা শুনি লৈলা কেনে কাক ডকাইবাক ॥
আৰো তুমি টোপনিতে মুণ্ডকো ছিণ্ডিলা।
হৰি-কথা শুনি আজি বৰ সুখী ভৈলা ॥ ৫৬৭
হেন যেন্তে গোপালে গৰিহা বুলিলন্ত।
বিষাদে খুবাইৰ পুত্ৰ গৃহক গৈলন্ত।
ভকতসকলে মহা সন্তোষ লভিয়া।
থাকিলন্ত গোপালৰ আদেশ পালিয়া। ৫৬৮
গোপালৰ পৰম হৰিষ ভৈল মন।
বৰপেটালৈ বৰপেটা-থান লাগি কৰিলা গমন ॥
গমন ভকত সহিতে যেন্তে গোপাল চলন্ত।
বৰগুৰু আগত গমন কৰিলন্ত। ৫৬৯
কতো বেলি মানে গৈয়া দেখিলন্ত পাছে।
বালকসকলে থেৰি খেলাৱন্তে আছে ॥
বৰগুৰুৰ গোপাল যাহন্তে কেহোজন নান্তৰিলা।
ভীতিজনক বৰগুৰু দেখি বৰ ভেকাহি মাৰিলা ৫৭০
আচৰণ বালকসকলে ডৰি উফৰি পৰিলা।
দেখিয়া গোপালে তথা তভিয়া ৰহিলা ॥
বোলে গুৰু পালচিষে। ইঠাৱৰ পৰা।
এতমান ক্ৰোধ কিয় কৰিলা তোমৰা ॥ ৫৭১

গোপালদেৱৰ নিৰ্ভয়দানৰ উপদেশ

তুমিসবে দিবে লাগে জীৱক নিভয় ।
তোমৰাত হন্তে তভো পাইলে বৰভয় ॥
তাৰা বোল বাট দেখোঁ নেদয় আমাক ।
তাতে সে এথাৰ অন্তৰাইলোঁ তাসম্বাক ॥ ৫৭২
গোপালে বোলন্ত ভাল নুশুনোঁহো আমি ।
সি যদি নান্তৰে অন্তৰি যাইবা তুমি ॥

জ্ঞানী-অজ্ঞানীৰ প্ৰভেদ ব্যাখ্যা

একোৱে নজানে সিটো পৰম অজ্ঞান ।
জানন্তা লোকৰ কিয় ক্ৰোধ এতমান ॥ ৫৭৩

অসন্তোষেৰে প্ৰত্যাবৰ্তন

এহি বুলি তৈৰ হন্তে পালটি আসিল ।
শুনা আতপৰে আৰো যিকথা মিলিল ॥
আছন্ত ভকতসঙ্গ হৰিগুণ গাই ।
সেহি বেলা এক বৰ মিলিল অপায় । ৫৭৪
ৰঘুদেৱ ৰাজা দণ্ড কৰিয়া সবাক ।

দেৱী-পূজা কৰিবলৈ ৰাজ-আজ্ঞা

দূত পঠাই বুলিলা দেৱীক পুজিবাক ॥
এৰাইতে নপাৰি সৱে পূজিবে লাগিলা ।
শুনি গোপালৰ মনে বিষাদ মিলিলা ॥ ৫৭৫
কতো বেলি মানে মৌনভাৱে আছিলন্ত ।
লোকৰ অশুভ দেখি খেদ কৰিলন্ত ॥
হৰি হৰি কিনো ইটো মিলিল বিপাক ।
পাষণ্ডে নেদয় আৱে হৰি ভজিবাক ॥ ৫৭৬
অন্য দেৱতাক লাগি কৰয় যতন ।
জৱে চোৰাতক তেজি মলয়া চন্দন ॥
ইহাৰ লগতে যেৱে আমি নাশ যাওঁ ।

দুৰ্গতিৰ

কোন বুদ্ধি ইটো ঘোৰ দুৰ্গতি এৰাওঁ ॥ ৫৭৭

হাত সামৰিবলৈ গোপালৰ কথা

হেন দুঃখমনে যেৱে গোপাল আছন্ত ।
ৰবপেটা ধান হাতে ভকত আসিলন্ত ॥

উপায় — গোপালত আসি যেৱে যগুতি পুছিলা।
জিজ্ঞাসা — বোলন্ত আমাৰ বৰ বিপত্তি মিলিলা ॥ ৫৭৮
যেন লাগে দিয়ো বাপ আপুনি উপায়।
মাধৱৰ ধৰ্ম্ম যেনেমতে ৰক্ষা যায় ॥
উপায়- — বোলন্ত তোমৰাসবে বাক্য কৰা যেৱে।
"পলায় থি — বাসা এৰি পলায়া থাকিয়ো গৈয়া তেৱে ॥ ৫৭৯
থাকে সি" — শুনি তাৰাসৱ আপোনাৰ থানে গৈলা।
গোপালৰ যাই তৈত আদেশ কহিলা ॥
বোলন্ত আমাক তাৰা পলাইবে দিলন্ত।
ভাল বুলি সংৱও প্ৰশংসা কৰিলন্ত। ৫৮০

× × ×

গোপালেও তাসম্বাক প্ৰবোধি পঠাইলা।
পলাই থকা — আপুনিও সাৱধানে লুকায়া ৰহিলা * ॥ ৫৮১
অকস্মাত — সেহি সময়ত ৰঙ্কিয়াৰ পুত্ৰ গৈলা।
ৰঙ্কিয়া-পুত্ৰৰ — গোপালক লাগ তাৰা প্ৰথমে নপাইলা ॥
প্ৰাৰ্থনা — ভকতসৱক মাতি বুলিলা বচন।
কেনমতে গোসাঁইক পাইবোঁহো দৰ্শন ॥ ৫৮২
ভকতসকলে বোলে থাকিয়োক তুমি।
একজন লোকে তেৱে কহোঁ গৈয়া আমি ॥

* ৰাজ-আজ্ঞাৰে বাধ্যতামূলকভাৱে ৰাজ্যত প্ৰবৰ্তন কৰা এই দেহ্নীল জাব কাহিনী বৰ্ণাওঁতে এইখনি চৰিত-পুথি আৰু দ্বিজ ৰামগোপালদেৱে ৰচনা কৰা চৰিত-পুথিত সেই ৰাজ্যৰ কোনো কোনো সত্ৰৰ লোকে এক শৰণ-ধৰ্ম্মৰ বিৰুদ্ধে অবিহিত আচৰণ কৰা আৰু কোনো কোনোক পঞ্জা-পাতেঁ তাসকলে বল-প্ৰয়োগ কৰি নতুন-মাগতি কৰা আৰু পিছত সামাজিক দণ্ডবিধান কৰি তেওঁসকলক সমাজচ্যুত কৰাৰ কথা আছে। সেইখিনি কথা বৰ্ত্তমান অপ্ৰীতিকৰ আৰু অনাৱশ্যক বুলি বিবেচনা কৰি এই প্ৰকাশনৰ পৰা বাদ দিয়া হৈছে। — শ্ৰীশ্ৰীগোপালদেৱ প্ৰকাশন সমিতি।

এহি বুলি একজন তথাকে গৈলন্ত।
গোপালৰ আগে হেন কথা কহিলন্ত ॥ ৫৮৩
অসম ৰাজ্যৰ লোক আসি একজন।
আপোনাক দেখিবাক কৰয় যতন ॥
গোপালে বোলন্ত লাগ ইবাৰ নপায়।
যদি বাঞ্ছা থাকেতেৱে আসিব দুনাই ॥ ৫৮৪
এখনে চলিয়া যাউক আপোনাৰ ৰাজ।
তাসম্বাৰ এথা যদি নাহি আন কাজ ॥
গোপালৰ হেন যেৱে বচন শুনিলা।
বন্ধিয়াৰ পুত্ৰৰ আগত আসি কৈলা ॥ ৫৮৫
হেনয় নিষ্ঠুৰ বাণী শুনি গোপালৰ।
মনত বিষাদে দুঃখ কৰিলা বিস্তৰ ॥
হৰি হৰি মোত পৰে অভাগীয়া নাই।
মোৰে সে নিমিত্তে ভৈল এনয় অপায় ॥ ৫৮৬
যাত হন্তে সৰ্ব্বলোক সুখী হয়া বৈল।
হেন মনে আসি মোৰ কাৰ্য্য নিসিজিল ॥
ৰাস-সমন্বত যেন গোপীগণ যত।
কৃষ্ণৰ নৈৰাশে দুখ মিলিল মনত ॥ ৫৮৭
সোহিমতে বন্ধিয়াৰ অসুখ মিলিল।
ভকতসন্নক পুনু বচন বুলিল ॥
শুনা ৰাপসব কহোঁ স্বৰূপ বচন।
মই যেৱে চলি যাওঁ আপুনাৰ থান ॥ ৫৮৮
ইটো শৰীৰত কোনে কৰিবেক সঞ্চাত।
অৱশ্যেকে আছে ইটো দেহাৰ বিঘাত ॥
প্ৰাণিগণ নতু আসি পান্তে যদি তথাতে পৰয়।
প্ৰাৰ্থনাত নৰ-শৰীৰৰ তেৱে কোন ফল হয় ॥ ৫৮৯

গোপালৰ হেন জানি মোক আজ্ঞে দিয়ো সেহি থান।
অনুগ্ৰহ এক ক্ষণ মাত্ৰ যেন পাওঁ দৰিশন॥
এতেকে মোহাৰ কাৰ্য্য সিজিব সকল।
নৰ-শৰীৰৰ তেৱে ধৰিবেক ফল॥ ৫৯০
আনো নানা কাকুতি বুলিয়া পঠাইলন্ত।
পৰশীয়া গোপালৰ আগে সমস্তকে কহিলন্ত।
অন্তৰ্যাতে। শুনি গোপালৰ মনে করুণা মিলিল।
ধৰ্ম্মপ্ৰকাশ গুপুত কৰিয়া সেহি থানকে নিয়াইল॥ ৫৯১
দেখি গোপালক হৰিষৰ পাৰ নাই।
কতো বেলি মানে তভি আছিলন্ত চাই॥
সলোতক হুয়া তেৱে বুলিলা বচন।
আপ কিছু শৰীৰৰ খসায়ো বসন॥ ৫৯২
এহি আপ গুটি মই হৃদয়ে বান্ধিয়া।
এতিক্ষণে চলি যাইবোঁ দেশক লাগিয়া॥
গোপালেও শৰীৰৰ বসন খসাইলা।
বন্ধিয়াৰ দেখি বৰ সন্তোষ মিলিলা॥ ৫৯৩
গোপালৰ নিজমূৰ্ত্তি হৃদয়ে ধৰিয়া।
পদ-পঙ্কজক ধৰি প্ৰণাম কৰিয়া॥
অৱনত ভাৱে হেন বুলিলা বচন।
এহি চৰণত মোৰ নিমজোক মন॥ ৫৯৪
এতেক বুলিয়া তেৱে উঠি লৰিলন্ত।
আপোনাৰ থানক পালটি আসিলন্ত॥
বন্ধিয়া-পুত্ৰৰ বন্ধিয়াৰ পুত্ৰ যেৱে গমন কৰিল।
ভক্তি-ভাব ভকতসৰক হেন বচন বুলিল। ৫৯৫
দেখি ভকতজন তুমি সৱে আসিয়া সত্বৰে ৰাখিয়োক।
আপ্যায়িত বন্ধিয়াৰ পুত্ৰে দেখোঁ লৈয়া যায় মোক॥

শুনিয়া ভকতসৱ বিস্ময় ভৈলন্ত ।
গোপালৰ নিকটত গৈয়া বসিলন্ত ॥ ৫৯৬

× × ×

## ছবি

এহি মতে যেৱে বঙ্কিয়াৰ পুত্ৰ
আপোনাৰ থানে গৈলা ।
বৰপেটা থানে ভকত সৱৰ
বৰপেটাৰ শুনা যেন কথা ভৈলা ॥
ভকতসকলৰ গোপালে সৱাকো পলাইবাক প্ৰতি
পৰামৰ্শ আদেশিয়া পঠাইলন্ত । ** ৬০১

× × × ×

গোপালৰ হেন যুগুতি বচন
তেসৱে যেৱে শুনিলা ।
গোপালৰ পাৱে প্ৰণাম কৰিয়া
আপোন থানক গৈলা ॥
দিনা চাৰিমানে গোপালে তথাতে
আছন্ত যেৱে লুকাই ।
এতেকতে তেৰ জগৰা গুচিল
নভৈল একো অপায় ॥ ৬০৪

× × × ×

ৰজাৰ জগৰ ৰাজাৰ উকীল কামেশ্বৰ গিৰি
ভাগিলত বাহুৰিয়া গৈল যেৱে ।
পুনৰ সত্ৰলৈ জগৰ গুচিল ভকত সকলো
আগমন থানক আসিল তেৱে ॥ ৬১১

সেহি সময়ত পুৰুষ উত্তম
ঠাকুৰো যেন্থে পলাইলা ।
হেন কথা দেৱ গোপালে শুনিয়া
প্ৰশংসা তাঙ্ক কৰিলা ॥
পুনু হো ঠাকুৰে সন্ন্যাসীৰ প্ৰতি
ভেঁটী দিয়া পঠাইলন্ত ।
সিকথা গোপালে শুনি পুনৰপি
মনে দুখ কৰিলন্ত ॥ ৬১২

× × ×

এহিমতে যেন্থে ভকত সহিতে
গোপালদেৱ আছন্ত ।
পৰাণহৰিয়ে গোপালৰ আল
সহজে ধৰি থাকন্ত ।
এক দিনা তাৰা মনে বিমৰিষি
শিলৰ কাঁহী — বুলিলা হেন বচন ।
ল'বলৈ — ভোজনক শিল কাঁহী এক খানি
অস্বীকাৰ — কৰিবে লাগে যতন ॥ ৬১৪
গোপালে বোলন্ত ভাল বুলিলাহা
লাগয় তাক তোমাক ।
মোৰ আল ধৰি থাকন্তে নপাৰা
পাত খানি চাহিবাক ।
পৰাণহৰিয়ে বোলে বাপ মই
মোক প্ৰতি নোবোলওঁ ।
আপোনাক প্ৰতি একখানি শিল
কাঁহীক ইচ্ছা কৰওঁ ॥ ৬১৫
বোলন্ত গোপালে তোমাৰ সে বোলা
মোৰ তাত ইচ্ছা নাই ।

নগৰৰ প্ৰতি যদি বোলোঁ মই
সোণাৰ কাঁহীক পাই ॥
তাক কি কাৰণে লাগয় আমাক
সিটো আপদৰ ঘৰ ।
তাৰে সে নিমিত্তে অজ্ঞানীসকলে
পাৱে দুখ বহুতৰ ॥ ৬১৬
দুই সাজি অন্ন ভুঁজিবাক প্ৰতি
লাগে দুই খানি পাত ।
তাক যেন চুৰা বুলিয়া তেজয়
ইয়ো জানা সেহিমত ॥
হেনয় যুগুতি বচন বুলিয়া
গোপাল যেৱে ৰহিলা ।
পৰাণহৰিয়ো উপদেশ পায়া
সন্তোষ বৰ লভিলা ॥ ৬১৭
× × × ×

## পদ

আত অনন্তৰে আৰো শুনিয়োক কথা ।
গোপালেও যেন কৰ্ম্ম আচৰিলা তথা ॥
শঙ্কৰদেৱৰ নাতিসকলে গোপালদেৱৰ সন্মান
শঙ্কৰদেৱৰ নাতি ঠাকুৰৰ ঠাই ।
গোপালে যিমতে সাজ দিলন্ত পঠাই ॥ ৬২২
সিসব কথাক আৱে শুনা সাৱধানে ।
আছন্ত ঠাকুৰ যেৱে ঘৰসিয়া থানে ॥
তথাকে গোপালে সাজ দিয়া পঠাৱন্ত ।
দুইখান মানে মাত্ৰ জুবা দিয়াৱন্ত ॥ ৬২৩

চাউল খৰি কচু আলু কোমোৰা আনিয়া।
দিয়া পঠাৱন্ত সমস্তকে ভৰা দিয়া॥
ছোট ঠাকুৰক লাগি কিছুমান নেন্ত।
দুয়োজন ভকতসকলে গৈয়া দুয়ো ঠাইত দেন্ত॥ ৬২৪
ঠাকুৰৰ প্ৰতি তাৰাসৱে নিয়া যেৱে দুয়ো ঠাইত দেয়।
সমভাৱ পুৰুষ-উত্তমে তাত বৰ দুখ পায়॥
ভকতসৱৰ আগে বচন বোলয়।
বৰজনৰ চতুৰ্ভুজেএবে মোক সমান কৰয়॥ ৬২৫
অসন্তোষ হেন কথা আতাইত কহিবা গৈয়া তুমি।
আৰো সাজ দিলে এথা নৰাখিবোঁ আমি।
শুনিয়া ভকতসৱ পালটি আসিল।
গোপালৰ আগত সমস্তে কথা কৈল॥ ৬২৬
বোলন্ত ঠাকুৰ মনে দুখ কৰিলন্ত।
ছোট ঠাকুৰক সাজ দিবে নসহন্ত॥
আপোনাক লাগি হেন বচন বুলিল।
চতুৰ্ভুজেএবে কিয় সমান কৰিল॥ ৬২৭
আৰো বাৰ যদি এহি প্ৰকাৰে দিয়য়।
উলটায়া দিবোঁ তেৱে বুলিলা নিশ্চয়॥
শুনিয়া গোপালে অল্প কৰি হাসিলন্ত।
গোপালে ক'লে— ঠাকুৰে কিসক হেন বাক্য বুলিলন্ত॥ ৬২৮
"আমি সৰু-বৰ কোন জন অনাদৰ কৰিবাৰ ঠাই।
বাছিবলৈ বৰ সৰু আমি বুলিবাক নুযুৱায়॥
কোন ?" শঙ্কৰদেৱৰ দুইজন প্ৰিয় নাতি।
তান্ক নাদৰিবে আছে কাহাৰ শকতি॥ ৬২৯
এতেকে দুইহান্কো আমি আদৰ কৰিবোঁ।
তাৰা যিবা বোলে তাক শুনিয়া থাকিবোঁ॥

তথাপি কৰিবোঁ আৰে একোটা উপায় ।
দুয়োজনে অসন্তোষ যিমতে নপায় ॥ ৬৩০
এহিবুলি আৰ বাৰ নাৱ ভৰা দিল ।
দুয়ো ঠাকুৰলৈ ছোট ঠাকুৰক লাগি কিছুমান দিল ॥
দুই ব্যৱস্থা পূৰ্ব্বৰ নিয়মে নাৱ ভৰায়া দিলন্ত ।
সেহিমান সাজ টোপোলাতে বান্ধিলন্ত ॥ ৬৩১
পগা লোণ দিলা তাতে দশ সেৰ মান ।
দুই গোটা ৰূপা দিলা কৰি সাৱধান ॥
আৰো দুইযোৰ দেন্ত উত্তম বসন ।
নিয়ন্তা লোকক হেন বুলিলা বচন ॥ ৬৩২
সমস্তে সম্ভাৰ বৰ ঠাকুৰক দিবা ।
ইয়ো টোপাগুটি তান আগতে দেখাইবা ॥
এতেকে আপুনি তাৰা নিবে বুলিবন্ত ।
ছোট ঠাকুৰেও তৈত অ৷পাস পাইবন্ত ॥ ৬৩৩
তেৱে ঘাটি আমাক নেদিব একোজনে ।
আমাৰো সিজিৰে তৱে সৱে প্ৰয়োজন ॥
এহি বুলি সাজ দিয়া ভকত পঠাইল ।
বৰঠাকুৰলৈ বৰ ঠাকুৰৰ ঘাটে নৌক৷ক চপাইল ॥ ৬৩৪
বৰ ভাৰ সমস্তে সম্ভাৰ নিয়া দাম কৰিলন্ত ।
সৰুঠাকুৰলৈ এগুটি টুপলি কাতি কৰিয়া থৈলন্ত ॥
এটা পুলা মাত্ৰ কিসৰ টুপলি বুলি ঠাকুৰে পুছিলা ।
নিয়ন্তাসকলে তাৰ কাৰণ কহিলা ॥ ৬৩৫
ছোট ঠাকুৰৰ থানে লাগে ঢুকিবাক ।
এহি সাজ খানি দিয়া আছয় তথাক ॥
টুপলি দেখিয়া তাৰা দুখ নজন্মিল ।
আৰু সাজ খানি দেখি হৰিষ কৰিল ॥ ৬৩৬

**বৰঠাকুৰৰ সম্মতিলাভ**

হৰষ বদনে যেৱে নিৰাক বুলিলা।
তথাকে যাইবাক প্ৰতি আদেশ কৰিলা॥
শুনিয়া ভকতসব হৰিষ ভৈলন্ত।
ছোট ঠাকুৰৰ থানে চলিয়া গৈলন্ত॥ ৬৩৭
টৌপোলা গুটিক দিয়া প্ৰণাম কৰিলা।

**সৰু ঠাকুৰলৈ মধুৰ-টৌপোলা**

সাজ খানি তাৰায়ো আদৰ কৰি লৈলা॥
টৌপোলাৰ মহত্বক তাৰা সে জানয়।
তাহাৰ ভিতৰে সাজ কিমান আছয়॥ ৬৩৮
গোপালদেৱৰ বাৰ্ত্তা কুশল পুছন্ত।
ভকতসবক বহু শুশ্ৰূষা কৰন্ত॥
ভকতসকলো মহা সন্তোষ লভিয়া।
পুনৰপি আপোনাৰ থানক আসিয়া॥ ৬৩৯
দুয়ো ভাইৰ বাৰ্ত্তা গোপালত কহিলন্ত।
শুনিয়া গোপালো বৰ সন্তোষ ভৈলন্ত॥
আপোনাৰ থানে যেৱে হৰিষে আছিলা।

**বৰপেটাৰ ভকতসকলৰ লগত পুৰুষোত্তম ঠাকুৰৰ অমিল**

শুনা আতপৰে আৰো যেন কথা ভৈলা॥ ৬৪০
বৰপেটা-থানে যেৱে আছিল ভকত।
ঠাকুৰৰ কিছুমান বিৰোধ মনত॥
হেন বেলা শঙ্কৰদেৱৰ তিথি ভৈলা।
সেহি বেলা গোপালক ঠাকুৰে নিয়াইলা॥ ৬৪১
গোপাল গৈলন্ত যেৱে ঠাকুৰৰ থানে।
ঠাকুৰক দেখিয়া হৰিষ ভৈল মনে॥

**গোপালৰ মধ্যস্থতা আহ্বান**

বসিবাক আসন আদৰ কৰি দিলা।
মধুৰ বচনে বাৰ্ত্তা কুশল পুছিলা॥ ৬৪২
আপোনাৰ কাৰণ কহিলা গোপালত।
মহাপুৰুষৰ তিথি ভৈল উপগত॥

তাক কৰিবাক লাগে আমাৰ যতন ।
ভাল হেন গোপালেও বুলিলা বচন ॥ ৬৪৩
পুনৰপি ঠাকুৰে বুলিলা হেন বাক ।
যি কাৰণে মাতি বাপ আনিছোঁ তোমাক ॥
তাহাৰ কাৰণ কহোঁ তাক শুনিয়োক ।
মথুৰাদাসেও কিছু ডেতি কৰে মোক ॥ ৬৪৪
ইকথাক আপুনিয়ে কৰিবে লাগয় ।
যিমতে ভকতসব সভাক আসয় ॥
গোপালে বোলন্ত আক কৰিবোঁ নিশ্চয় ।
আপুনিও সেহি থানে যাইবাক লাগয় ॥ ৬৪৫
এতিক্ষণে তৈকে লাগি চলি যাওঁ আমি ।
কিছুমানে পাছ হুয়া আসিয়োক তুমি ॥
ভাল হেন ঠাকুৰে বচন বুলিলন্ত ।
গোপালৰ
বৰপেটা-থানে চলি গোপাল গৈলন্ত ॥ ৬৪৬
বৰপেটালৈ
কতো বেলি মানে বৰপেটা থান পাইলা ।
যাত্ৰা
দেখিয়া ভকতসব আগবাঢ়ি আইলা ॥
গোপালক সৱেও প্ৰণাম কৰিলন্ত ।
সাদৰ কৰিয়া নিজ থানক নিলন্ত ॥ ৬৪৭
বসিবাক হৰিষে আসন পাৰি দিয়া ।
পুছিলা মধুৰ বাক্যে সাদৰ কৰিয়া ॥
আমাৰ থানক বাপ আইলা কি কাৰণে ।
গোপালে কহিবে লৈলা মধুৰ বচনে ॥ ৬৪৮
শঙ্কৰদেৱৰ তিহি পাইলেক আসিয়া ।
তুমিসৱে আছা কেনে নিলিপ্ত বসিয়া ॥
ভকতসকলৰ
ঠাকুৰৰ থানক নযায় কি কাৰণে ।
মনস্কষ্টৰ
কহিলা ভকতসৱে দুঃখ কৰি মনে ॥ ৬৪৯
কাৰণ
ঠাকুৰে আমাক বহু বচন বোলয় ।
কিসক আমাৰ তৈক যাইবাক লাগয় ॥

শঙ্কৰদেৱৰ সভা ইঠাইতে হৈব।
আপোনাৰো লাগিবেক এথাক আসিব ॥ ৬৫০
গোপালে বোলন্ত ইটো কথাৰ আশয়।
ঠাকুৰেৰে ঠাকুৰেৰে আমাৰ বিবাদ নুযুৱায় ॥
বিবাদ ঠাকুৰে যদিবা হাতে হানিয়া মাৰয়।
অনুভৱ তথাপি আমাৰ তাক সহিবে লাগয় ॥ ৬৫১
শুনিয়া ভকতসৱে দিলন্ত উত্তৰ।
গোপালৰ তোৰা যেহি বোলা লাগে কৰিবে আমাৰ ॥
কথামতে গোপালে বোলন্ত মোৰ বাক্য লৱা যেৱে।
কাম ঠাকুৰৰ থানক যাইবাক লাগে তেৱে ॥ ৬৫২
এহিমতে গোপাল যে তথাত আছন্ত।
বৰপেটালৈ সেহি সময়ত আসি ঠাকুৰ পাইলন্ত ॥
ঠাকুৰৰ তেৱে সৰ্ব্বজনে গাৱ চালিয়া উঠিলা।
আগমন চৰণত পৰি সৱে প্ৰণাম কৰিলা ॥ ৬৫৩
বসিবাক আসন দিলন্ত হৰষিতে।
বসিলা ঠাকুৰ তাত ভকত সহিতে ॥
যেৱে আসিবাৰ তোৰা কাৰণ পুছিলা।
সকলে বৃত্তান্ত কথা ঠাকুৰে কহিলা ॥ ৬৫৪
শঙ্কৰদেৱৰ সভা হুয়াছে তথাত।
তোৰাসৱে বসি কিয় আছাহা এথাত ॥
বিলম্ব নকৰি তুমি সৱ চলি যাইবা।
গায়ন নটুৱা আগ কৰিয়া পঠাইবা ॥ ৬৫৫
এহি বুলি ঠাকুৰ গৃহক চলি গৈলা।
ঠাকুৰৰ ভাল বুলি তাৰাসৱো সাদৰি পঠাইলা ॥
লগতে ঠাকুৰৰ সঙ্গে চলি গোপালো গৈলন্ত।
গোপালো গ'ল তথাতে গোপাল সেহি দিনা ৰহিলন্ত ॥ ৬৫৬

শঙ্কৰদেৱৰ ঘৰে মহোৎসৱ ভৈল।
গোপালে তথাতে অন্ন ভোজন কৰিল॥
ভকতসকলো সঙ্গে ভোজন কৰয়।
বহুজন অন্ন জোৰাইবাক নপাৰয়॥ ৬৫৭
শুধা পাত দেখি কথা গোপালে তোলন্ত।
কথাৰস পায়া সবে ভোজন এৰন্ত॥
কথাৰ-ৰসত — এহিমতে ভোজনতে প্ৰহৰেক গৈলা।
আপোন- — কথাস্বাদ পায়া শৰীৰকো পাসৰিলা॥ ৬৫৮
পাহৰা — প্ৰেমভাৱে সৱাৰো শৰীৰ শিহৰয়।
দুয়ো নয়নৰ নীৰ ধাৰায়ে বহয়॥
কতো বেলি মানে সেহি প্ৰকাৰে আছিলা।
মুখ পখালিয়া অন্যোঅন্যে আলিঙ্গিলা॥ ৬৫৯
মতামতি কৰি সবে গৈলা থানে থানে।
গোপালো আসিলা তেৱে আপোন ভৱনে॥
গোপালৰ প্ৰতি — সৰ্ব্বলোকে গোপালক প্ৰশংসা কৰিয়া।
সকলোৰে — চলিয়া গৈলন্ত নিজ গৃহক লাগিয়া॥ ৬৬০
প্ৰশংসা — এক দিনা গোপাল জলৰ কাৰ্য্যে যান্ত।
পাছত সতৰামে কথা সুধিয়া চলন্ত॥
গোপালে পালটি চাই বুলিলা বচন।
ইমান কথাত তোৰ কোন প্ৰয়োজন॥ ৬৬১
যি যিমানৰ — যিটো যিমানৰ পাত্ৰ সেহি সে যুৱায়।
পাত্ৰ সিমান হে — অধিক ভৈলেও তাত সুখ-শান্তি নাই॥
যিচাৰিব লাগে — যতন কৰাহা তুমি যিসব কথাক।
অন্তকালে খাইবে সেহি কথায়ে তোমাক॥ ৬৬২
আৰো হেন বুলিলা গোপালে সৎৰামক।
মই যেত নেদেখোঁ তথাকে ওচিয়োক॥
জানু পাৰি সতৰামেও বুজিল দুনাই।
আপুনি নেদেখা হেন ক্ষেত্ৰ আছে ঠাই॥ ৬৬৩

কহিয়ো আমাক তেৱে তৈকে লাগি যাওঁ ।
মই দেখোঁ একো থান বিচাৰি নাপাওঁ ॥
ব্ৰহ্মাণ্ডতো নেদেখোঁ তোমাত অবিদিত ।
কহিয়ো আছয় যেৱে থিৰ হোক চিত্ত ॥ ৬৬৪
শুনিয়া গোপালে অল্প কৰি হাসিলন্ত ।
ভকতসন্তক হেন বাক্য বুলিলন্ত ॥
সকামী ভক্তৰ প্ৰতি কৃপা — তোৰাসৱে একো দোষ নাশিবা ইহাৰ ।
এগোটা সকামী ভক্ত জানিবা আমাৰ ॥ ৬৬৫

× × ×

## দুলাৰি

গজলাৰ যদুমণি দেৱৰ কাৰ্য্য —
শুনা আতপৰ বাপ গজলাৰ
যদুমণি মহাসন্ত ।
গোপাল দেৱৰ যত গৃহকৰ্ম্ম
সমস্তে তাৰা কৰন্ত ॥
গোপালৰ গৃহ ছোট দেখি তাৰা
বিচিত্ৰ গৃহ সাজিলা ।
গৃহ-নিৰ্মাণ — শয়ন-ভোজন বসিবাৰ থান
যতন কৰিয়া দিলা ॥ ৬৬৯
নামঘৰ মন্দিৰ মধ্যত কৰিয়া
হাতী-ঘৰৰ ব্যৱস্থা — হাতীঘৰ সজাইলন্ত ।
পূৰ্ব্বৰ হাতীত অসমৰ জীয়া
লোকে বাসা কৰিলন্ত ॥
আৰো দুই পাশে সি দেশৰ লোক
এভিতি গোপাল ভৈলা ।

গাঁৱৰ মধ্যত আৰকা মেহেম
কেশৱে পূৰ্ব্বে নিৰ্ম্মিলা ॥ ৬৭০
কালঝাৰ থানে গ্ৰহৰ আৰন্ত
দেখি সবে সেহি নয় ।
গোপালৰ শক্তি পায়া যদুমণি
হৰিষ পায়া আছয় ॥
মৰ যদুমণি — এক দিনা ৰাপ মৰ যদুমণি
আক সক — বচন হেন বুলিলা ।
যদুমণিৰ — কোৰ-কুঠাৰক বাহিবে লাগিলে
অন্যান্যনি৷ — এথাক কিয় আসিলা ॥ ৬৭১
আপোন থানত থাকিয়া ইকৰ্ম্ম
কৰা গৈয়া লাগে মানে ।
কোৰ- — ঘৰবাৰী এৰি পৰৰ ৰাজ্যক
কুঠাৰেৰে — আসিলাহা কি কাৰণে ॥
ধৰ্ম্মাচৰণ — তাৰা বোলে মই ইসব কৰ্ম্মক
ধৰ্ম্ম সে বুলি কৰওঁ ।
ৰাপ যদুমণি বোলয় আজি সি
তোমাৰ মুখে শুনওঁ ॥ ৬৭২
কোৰ কুঠাৰক ধৰ্ম্মহেন বুলি
আজি সে আমি জানিলোঁ ।
ইকৰ্ম্মক আমি আনৰ মুখত
একো থানে নুশুনিলোঁ ॥
এহি মতে অন্যো- অন্যা দুই সখি
এক নাট পাতিলন্ত ।
বোলে গোপালৰ মুখত এগোটা
শুনোঁহো কিবা সিদ্ধান্ত ॥ ৬৭৩
শুনি গজলাৰ ৰাপ যদুমণি
গজলা-আজ্ঞাৰ — কুঠাৰ কোদাল লৈয়া ।
কোন-কুঠাৰ — ভকত সহিতে আছন্ত গোপাল
সমপণ — তথাতে দিলন্ত নিয়া ॥

দণ্ডৱতে পৰি প্ৰণাম কৰিয়া
বোলন্ত থৈয়ো চপাই ।
এত দিনে আমি ধৰ্ম্ম বুলি কৰোঁ
আৰে দেখোঁ একো নাই ॥ ৬৭৪
গোপালে বোলন্ত তোমৰাক জানোঁ
কোনোৱা কিবা বুলিল ।
ৰাপ যদুমণি বোলন্ত ইকথা
সখিয়ে সবে খণ্ডিল ॥
ধৰ্ম্ম-তত্ত্বে গোপালে বোলন্ত অদ্যাপি কহিয়ো
গুৰুজনৰ একো শঙ্কা নকৰিবা ।
পুনৰ তাসম্বাৰো যেন সম্পত্তি মিলয়
প্ৰত্যাৰ্পণ তুমিও তাক লভিবা * ॥ ৬৭৫

---

* অন্যান্য কোনো কোনো চৰিত-কথাত গজলা আতাৰ এই কাহিনীত কোৰ আৰু কুঠাৰৰ লগতে দাবো উল্লেখ আছে। আৰ্থিক জীৱনত আৱশ্যকীয় এই তিনিটি সামগ্ৰীৰ লগত তিনটি পাৰমাৰ্থিক তত্ত্ব-বিচাৰ আছে। "হৰি-গুৰু-পদসেৱা-খাণ্ডা-ভাটি ধৰা। মৰবৈৰী কাটি সুখে ভৱ-নদী তৰা ॥" — (নাম-ঘোষা)। মন-বৈৰী কাটিবলৈ খাণ্ডা বা দাৰ প্ৰয়োজন হয়।

ভাগৱতত উল্লেখ কৰামতে "সংসাৰ-বৃক্ষ" ছেদন কৰিবলৈ হ'লে বৈৰাগ্যৰূপী কুঠাৰৰ অতীৱ প্ৰয়োজন হয়। ওখ-চাপৰ ঠাইক সমান কৰিব লাগিলে যেনেকৈ কোৰৰ আৱশ্যক হয়, সাম্যভাৱৰ সাধন কৰিবলৈকো কোৰ ব্যৱহাৰ কৰাৰ উদাহৰণ প্ৰযোজ্য হয়। গোপালদেৱৰ শিষ্য-প্ৰশিক্ষণ প্ৰথাত সাধাৰণ কথাৰেই অসাধাৰণ তত্ত্ব-বোধ প্ৰদান কৰাৰ উদাহৰণ অনেক পোৱা যায়। ভক্তি-মাৰ্গৰ আদৰ্শবাদী আকাশ-গতিৰ কাৰ্য্যতকৈ বাস্তৱ-ধৰ্মী ভূমি গতিৰ তত্ত্ব-বিচাৰ-কাৰ্য্যত হে গজলা-আতা বেছি অনুৰাগী আছিল বুলি জনা যায়। সেই গুণে কৃষক বনুৱা আদি সাধাৰণ লোকক ধৰ্ম্ম-ধৰোৱাৰ ব্যৱস্থাত তেওঁ সুনিপুণ হৈ উঠিছিল। — সম্পাদক।

আৰো বিৰলক মাতিয়া বোলয়
নুশুণাহা কিয় মনে ।
তুমি যেন ভাৱ দেখি আছা মোৰ
তাক আৰ কোনে জানে ॥
গোপালৰ হেন বচন শুনিয়া
পৰম সন্তোষ ভৈলা ।
গোপালৰ নিজ ৰূপক আকৰ্ষি
পুনৰপি লৈয়া গৈলা ॥ ৬৭৬
মহা শুদ্ধ ভাৱ দেখিয়া গোপালে
হৰিষ আতি ভৈলন্ত ।
পজলা-আতাৰে পদ্মপ্ৰিয়া নাম দুহিতাক দিবে
পদ্মপ্ৰিয়াকো মনে ইচ্ছা কৰিলন্ত ॥
দিবলৈ ইচ্ছা আই-গোসানীৰ আগত গোপালে
হেন বুলিলন্ত বাক ।
যদুমণি বৰ সজলোক শুচি
দেওঁ পদ্মপিৰিয়াক ॥ ৬৭৭
আৰো বুলিলন্ত আপুনি দিয়োক
সুধিবে মোত নালাগে ।
গোপালে বোলন্ত এহি লোক শুচি
মোহোৰ মনত লাগে ॥
এক দিনা মাতি গোপালে বোলন্ত
শুনিয়োক যদুমণি ।
পদ্মপিৰিয়াক দিলোঁহো তোমাক
কৰিয়ো বিহা আপনি ॥ ৬৭৮
যদুমণিৰ গোপালৰ বাণী শুনি যদুমণি
ধৰ্ম্মাচৰণত মনে বিমৰিষি চাইল ।

বিস্ময়ৰ যোৱন্ত এথাত বিষয় কৰিলে
বিকাৰ-বোধ মোৰ কোন নিসিজিল ॥
হেন মনে গুণি বাপ যদুমণি
উঠি আগ বাঢ়ি গৈয়া ।
পদ্মপ্ৰিয়াৰ পদ্মপ্ৰিয়াক সেৱা কৰিলন্ত
প্ৰতি মাতৃ-জ্ঞান মাতৃ বুলি সাদৰিয়া ॥ ৬৭৯
বোলন্ত গোপালে শুনা যদুমণি
বুলিলোঁহো কি কাৰণে ।
পদ্মপ্ৰিয়াক দিয়া সি ৰাজ্যক
ময়ো যাইবোঁ সেহি থানে ॥
ভকতজনৰ তুমি দেখোঁ মোৰ বাক্য নকৰিলা
অসন্তোষ পাইলোঁ কিছু অসন্তোষ ।
শুনি তাৰা বোলে অৰাধিলোঁ বাপ
মোহোৰ ইসব দোষ ॥ ৬৮০
আপুন কুশল কাৰণে আসিয়া
তোমাৰ পাৱে ভজিলোঁ ।
আৱে এথানত বিষয় কৰিলে
কোন পুণ্য আচৰিলোঁ ॥
নিষ্কাম- হেনয় বচন শুনিয়া গোপালে
সেৱাৰ আৰো কিছু নুবুলিলা ।
সাৰ্থকতা বাপ যদুমণি গোপালৰ পাৱে
নিষ্কামে সেৱা কৰিলা ॥ ৬৮১
তেতে আৰো এক গোপালদেৱৰ
একাদশীৰ মহিমা লোকে দেখিলা ।
জল-পান একাদশী দিনা ভকতসকলে
সাজু নহ'ল বসি হৰিনাম গাইলা ॥

একাদশী পৰ্ব্ব ভৈলে আন বেলা
সাজ পাতি যত্ন কৰি।
একাদশে আনি ভকতসবক
ভুঞ্জান্ত যতন কৰি ॥ ৬৮২
সিদিনাক প্ৰতি তাৰা পাঞ্চিলন্ত
ভাৰ্য্যা কাণে নুশুনন্ত।
একো নুবুজিয়া সাজ নকৰিয়া
মৌন হুয়া ৰহিলন্ত ॥
তাৰা আসি বোলে মনে দুখ কৰি
গোপালৰ আগে কৈল।
নিৰাহাৰৰ আশঙ্কা — বোলে বাপ আজি ভকতসবৰ
যৰ নিৰাহাৰ ভৈল ॥ ৬৮৩
গোপালেও কিছু বিমনস হুয়া
তথাতে যেৰে আছন্ত।
অদ্ভুতৰূপে ভোজনৰ দ্ৰব্য মিলিল — ভোগকল সাজ বিস্তৰ কৰিয়া
আগত আনি দিলন্ত ॥
দিয়ন্তা লোকক কেহো নমনিল
সাজক মাত্ৰ দেখিলা।
গোপালে ভকত- সবক মাতিয়া
সম্পূৰ্ণ কৰি ভুঞ্জাইলা ॥ ৬৮৪
হেন অদভুত কৰ্ম্মক দেখিয়া
অনন্ত বিস্ময় হুয়া।
গোপালক তেৱে সবেও মানিলা
ঈশ্বৰ-বোধ কৰিয়া ॥

* * *

পদ

× × ×

বৰ-নগৰৰ লোকে মুথাৰ কণ্ঠ দিলেহি গোপালৰ অস্বীকাৰ ভক্তসকলে ঘুৰাই দিনিলে

বৰ-নগৰৰ পৰা ভকত আসিলা ।
গোপালৰ পায়ে সৱে প্ৰণাম কৰিলা ॥ ৬৮৮
উত্তম মুথাৰ কণ্ঠখানি সজাইলন্ত ।
গোপালৰ আগত আনিয়া ভেটিলন্ত ॥
গোপালে বোলন্ত আক নলাগয় মোক ।
তোমবাসকলে নিয়া আনক দিয়োক ॥ ৬৮৯
শুনিয়া ভকতসৱে বুলিলা বচন ।
এথাক আনিলোঁ আমি কৰিয়া যতন ॥
ঐত কৰি কোন বৰ আমাৰ আছয় ।
যেন লাগে দশা আৱে বুলিলোঁ নিশ্চয় ॥ ৬৯০
এহি বুলি ভকতসকল চলি গৈলা ।
পৰ গহৰিক হেৰে গোপালে মাতিলা ॥
বোলে প্ৰাণহৰি মোৰ বাক্য কৰিয়োক ।
অগ্নি জ্বালি আনিয়া দিয়োক তুমি মোক ॥ ৬৯১
শুনি প্ৰাণহৰি গৈয়া তেখনে আনিলা ।
গোপালদেৱৰ আগে অগ্নি জ্বালি দিলা ॥
কণ্ঠ খানি তাতে নিয়া গোপালে দিলন্ত ।
দেখি প্ৰাণহৰি হেন বাক্য বুলিলন্ত ॥ ৬৯২
ভাল কাঠখানিক পুৰিবে নলাগয় ।
মহা শ্ৰদ্ধা কৰি তাৰা আনিয়া আছয় ॥
আপোনাক লাগি কৰি আছয় যতন ।
শুনিয়া গোপালে হেন বুলিলা বচন ॥ ৬৯৩

আতা মাধৱে — আতা মোৰ বসি আছে কলা-ঠকৰাত।
কলঠ-কৰাৰ — মই কি কাৰণে আৰে বসিবোঁ ইহাত ॥
কণ্ঠত হে — কণ্ঠ ভাল ভৈলে মিকি ভকতি বাঢ়য়।
বহি পৈছে — কলা-ঠকৰাত হৰি-ভক্তি নিসিজয় ॥ ৬৯৪
এতেকে ইহাক কেহো ইচ্ছা নকৰিবা ॥
গলে কন্থা বান্ধি হৰি-ভকতি কৰিবা ॥
ইসব কথাক আৰে এহিমানে থওঁ।
শুনা আতপৰে যেন ভৈল তাক কওঁ ॥ ৬৯৫
এক দিনা সাতজন ভক্তে আলোচিয়া।
হৰিণৰ — হৰিণৰ মাংস তৈকে আনিল কিনিয়া ॥
মাংস বিভাগ — তাৰাসৱে গোপালদেৱক ভেটিলন্ত।
গোপালে সৱাকো বাঁটি দিবে বুলিলন্ত ॥ ৬৯৭
হেনয় আদেশ যেৱে গোপালে বুলিলা।
ভকতসকলে পশু বিভাগ কৰিলা ॥
ভকজনৰ — গাৱে গাৱে লেখি এক ভাগ পাতিলন্ত।
বাৰে দুভাগ — গোপালক লাগি দুই ভাগ পাতিলন্ত ॥ ৬৯৭
হেন বেলা গোপাল তথাকে চলি গৈলা।
লেখি চাই পশু এক ভাগ বঢ়া পাইলা ॥
গোপালে বুলিলা পাছে মধুৰ বচনে।
এক ভাগ বঢ়া কৰিলাহা কি কাৰণে ॥ ৬৯৮
তাৰাসৱে বোলে আমি কতো একজন।
তথাপিতো একভাগ নিবোঁঃহা সমান ॥
দুভাগ — আপোনাৰ দুই ভাগ নিবাক লাগয়।
ক'ৰলে — সি কাৰণে এক ভাগ বঢ়া হুয়াছয় ॥ ৬৯৯
গোপালৰ — গোপালে বোলন্ত তেৱে বৰ উপকাৰ।
অস্বীকাৰ — এক ভাগ নিবে নাই শকতি আমাৰ ॥

আৰ পুত্ৰ-ভাৰ্য্যাক লাগিয়া যেৱে লৈবোঁ।
তেৱে কেনমতে তাক জীৰ্ণতা কৰিবোঁ ॥ ৭০০
এহি বুলি সৱে ভাগ চপায়া লৈলন্ত।
আপোনাৰ মন্দিৰক চলিয়া গৈলন্ত ॥
ভকতসকল মানে ৰহিয়া আছয়।
আৰো বাঁটিবাৰ কেহো সাস নকৰয় ॥ ৭০১
আনোঁতাৰ আনন্তাসকলে বোলে আম্মে কেন হৈব।
অসন্তোষ ইটো সাজ থানি আৰে কিমতে লাগিব ॥
ৰাপ শ্ৰীৰামে হেন দিলন্ত উপায়।
শ্ৰীৰামৰ সুধিয়োক গৈয়া তেৱে গোপালৰ ঠাই ॥ ৭০২
সুপৰামৰ্শ তোৰাসৱে গৈয়া এহি প্ৰকাৰে পুছিহা।
আপোনাত নালাগিল হেন নুবুজিবা ॥
আৰে কোন অপৰাধ আমাত সিজিল।
ভকতসৱত পশ থানি নালাগিল ॥ ৭০৩
ৰাপ শ্ৰীৰামে যেন প্ৰকাৰে শিখাইলা।
সেহিমতে তাৰা গৈয়া গোপালত কৈলা ॥
শুনিয়া গোপালে মনে সন্তোষ ভৈলন্ত।
তেৱে তাঙ্ক যুগুতি ৰচন বুজিলন্ত ॥ ৭০৪
সকলোকে গোপালে বোলন্ত তোৰা তৈতে কহিয়োক।
সমানে ভগাই সম কৰি সম্ভাহাক্তে বাঁটিয়া দিয়োক ॥
দিবলৈ শুনি তাৰাসৱে গৈয়া তথাতে কহিলা।
উপদেশ তেৱে সৱে পশুক বিভাগ কৰি নিলা ॥ ৭০৫
গোপালদেৱক প্ৰতি এভাগ দিলন্ত।
তেৱে সৱে পশুক ভোজন কৰিলন্ত ॥

দিয়ন্তাসকলে গোপালক প্ৰণামিয়া ।
পৰম হৰিষে গৈলা গৃহক লাগিয়া ॥ ৭০৬
এক দিনা গোপালে অঙ্গিনা বেৰাৱন্ত ।
সুখে দুখে ভকতসকলো চলি লগতে গৈলন্ত ॥
তেৰাক গোপালে তথাতে হেন বুলিলন্ত বাক ।
নেৰিবৰৈ সুখে দুখে তোৰাসৱে নেৰিবা আমাক ॥ ৭০৭
ভকজনৰ শুনিয়া ভকতসৱে দিলা সন্মিধান ।
উপদেশ আমি কৰি আছোঁ আপোনাক জীৱ প্ৰাণ ॥
তযু চৰণত আমি কৰিছো আশ্ৰয় ।
হেন বাক্য কি কাৰণে বুলিবে লাগয় ॥ ৭০৮
উপদেশৰ এক নাট গোপালে সিৰেজা পাতিলন্ত ।
পৰীক্ষা গণ্ডগোট আসে হেৰা বুলি দেখাইলন্ত ॥
ভকতসকলে যেন সাক্ষাতে দেখিলা ।
অসত্যক সত্য বুলি ভিৰি লৰ দিলা ॥ ৭০৯
গোপালে তথাতে হাসি ৰহিয়া আছন্ত ।
লৰবি ভকতসৱ দূৰক গৈলন্ত ॥
মুহি গণ্ড বনজোপা গোপালে বুজিলা ।
ভক্তসকল ভকতসকলে আসি তেৰে লাগ লৈলা ॥ ৭১০
লজ্জিত ভকতসকলো লাজে মাথা চপৰাই ।
গোপালৰ সঙ্গে গৈলা আপোনাৰ ঠাই ॥
জন্মযাত্ৰা আৰু যেবে ভাদ্ৰমাস আসি অষ্টমী মিলিলা ।
খোকাযাত্ৰা জন্ম—যাত্ৰা কৰি মোট খেলিতে লাগিলা ॥ ৭১১
মোট—ৰসে কৰ্দ্দম লাগিল শৰীৰত ।
পোখোলাত পোৰোলা নদীৰ লৈয়া নামিল জলত ॥
জলক্ৰীড়া গোপাল সহিতে জল কেলি কৰিলন্ত ।
জল কৰি তাতী কায়ে গোপাল ভৈলন্ত ॥ ৭১২

ভকতসকলে হেন সঙ্কেত জানিয়া।
পাক ফুৰি গৈলা সৱে ভাটীক লাগিয়া॥
পূৰ্ব্বত কেশৱে যেন যমুনা-জলতে।
ৰাসক্ৰীড়া কৰিলন্ত গোপিকা সহিতে॥ ৭১৩
সেহিমতে গোপালো ভকতসৱ সঙ্গে।
পোৰোলাত কেলি কৰিলন্ত মনৰঙ্গে॥
আৰো এক গোপালে বিনোদ কৰিলন্ত।
ভকত সহিতে যেৱে তথাতে আছন্ত॥ ৭১৪
ভকতসকলে বোলে পদ্মপিৰিয়াক।
তোমাৰ লাগয় তেৱে ভকত হৈবাক॥
শুনি পদ্মপিৰিয়া গোপালক কৈলা।
ভকতসকলে যেন বচন বুলিলা॥ ৭১৫
হেন যেৱে বচন গোপালে শুনিলন্ত।
ছল কৰি ভকতসৱক মতাইলন্ত॥
সৱ লোক আসি যেৱে তথাতে বসিলা।
পদ্মপিৰিয়াক তেৱে গোপালে বুলিলা॥ ৭১৬
আতো মাধৱক সেৱা কৰিলা পূৰ্ব্বত।
ভকত-সেৱাৰ শিক্ষা
নভৈল তোমাৰ সেৱা ভকতসৱত॥
তাতে সে সবাকো আজি মতায়া আনিলোঁ।
ওলগিয়ো সবাহাকে নিশ্চয়ে বুলিলোঁ॥ ৭১৭
গোপালৰ হেন যেৱে বচন শুনিলা।
ভকতসকল উঠি ৰাসাক লৰিলা॥
গোপালে উঠিয়া দুৱাৰক মাৰিলন্ত।
বাহিৰে নপাই ভকতসকলো ৰহিলন্ত॥ ৭১৮
পদ্মপিৰিয়ায়ে সমস্তকে ওলগিল।
তেৱেসে গোপালে দুৱাৰক মেলি দিল॥

ভকতসকলো চলি বাসাক গৈলন্ত ।
শুনা আৰো গোপালে যি কৰ্ম্ম কৰিলন্ত ॥ ৭১৯

নাৰায়ণ ঠাকুৰৰ গৃহলৈ যাত্ৰা

নাৰায়ণঠাকুৰৰ গৃহক লাগিয়া ।
গোপালো গৈলন্ত মহা হৰিষ কৰিয়া ॥
বাপ যদুমণি আৰো কমল আতাই ।
দুয়োজনে লৈয়া যান্ত নৌকাখানি বাই ॥ ৭২০
গোপাল মধ্যত বসি আছন্ত আসনে ।

গজলাৰ যদুমণি আৰু কমলৰ খৰিয়াল

কিছু দুষাদুষি কৰিলন্ত দুয়োজনে ॥
বাপ যদুমণি বৰ শৰীৰ প্ৰশস্ত ।
কমল আতাই নুহি সিমান শকত ॥ ৭২১
কমল আতাই সেই অল্প কৰি বায় ।
বাপ যদুমণি তাত অসন্তোষ পায় ॥
কমল আতাই তেৱে বৈঠাখানি থৈলা ।
বাপ যদুমণি একেশ্বৰে বায়া নিলা ॥ ৭২২

অপ্ৰীতি দেখি ভকতজনৰ অসন্তোষ

ঠাকুৰৰ ঘাটে নিয়া নাৱ চপাইলন্ত ।
অসন্তোষে গোপালে নৌকাত উঠিলন্ত ॥
ভৰাসাজ পীৰাখানি আপুনিয়ে লৈলা ।
নাৰায়ণ ঠাকুৰৰ গৃহে চলি গৈলা ॥ ৭২৩
বাপ যদুমণি আৰো কমললোচন ।
জানিলো আমাত আজি লাগিল দূষণ ॥
হেন ভয় কৰি তাৰা দুয়ো চলি গৈলা ।
নাৰায়ণঠাকুৰৰ গৃহত পশিলা ॥ ৭২৪
দেখিয়া ঠাকুৰে বৰ হৰিষ ভৈলন্ত ।
গোপালক কতধা সাদৰ কৰিলন্ত ॥
দুয়ো জনে হৰি-কথা বিচাৰ কৰিলা ।
আছিলন্ত কতোবেলি হৰিষে বসিয়া ॥ ৭২৫

ভোজনক লাগি তাৰা কৰিলা যতন।
গোপালে বোলন্ত নকৰিবোঁ এতিক্ষণ॥
কাক লাগি চাউল মই সিজাইবোঁ এথাত।
দুই গুটি ভকত মোৰ আসিছে লগত॥ ৭২৬
আৰাসকলৰ কিয় প্ৰীতি নেদেখিলোঁ।
সি কাৰণে কিছু মনে অসন্তোষ পাইলোঁ॥

"অপ্ৰীতিত হৰিক নাপায়"

ঠাকুৰ বোলন্ত আক বুজিতে যুৱায়।
অপ্ৰীতি থাকিলে লাগ হৰিক নপায়॥ ৭২৭
শঙ্কৰ-মাধৱে প্ৰীতিকেসে কহিছন্ত।
আৰা নিকি অপ্ৰীতিত সন্তোষ পাইবন্ত॥
হৰি-ভকতিৰ জানা প্ৰীতিসে উপায়।
অপ্ৰীতি থাকিলে লাগ হৰিক নপায়॥ ৭২৮
এহি বুলি ঠাকুৰ নিচুকি ৰহিলন্ত।

পুনৰাই সংপ্ৰীতি স্থাপন

গোপালে বহুতৰূপে কথা কহিলন্ত॥
শুনি তাৰাসৱে বৰ সন্তোষ লভিলা।
প্ৰীতি হুয়া দুয়োজনে সখিত্ব কৰিলা॥ ৭২৯
গোপাল সহিতে দুয়ো গৃহক আসিয়া।
ৰহিলন্ত গোপালৰ সেৱাক কৰিয়া॥
হেন বেলা গোবিন্দ আতাই আসিলন্ত।
তেন্তে হৰি-কথাৰ বিচাৰ পাতিলন্ত॥ ৭৩০
তাসম্বাৰ নপৰিল কথাৰ নিশ্চয়।
কৰ্ম্ম-যোগ ভক্তিক কেৱল বুলি কয়॥

মাধৱৰ ভক্তসকলৰ লগত বাদ-প্ৰতিবাদ

ভকতসকলে একো সিদ্ধান্ত নেদিলা।
আনি বেলা যিহেতু গোপালে হাক দিলা॥ ৭৩১
মাধৱৰ লোকে সমে বাদ নকৰিবা॥
তাৰা যেন কহে তাক শুনিয়া থাকিবা॥

মৰকিয়ৰৈ সি কাৰণে তাসবে এক্যো নোবোলন্ত।
উপদেশ গোবিন্দচৰণ বৰপেটাক গৈলন্ত ॥ ৭৩২
ভকতসবক তেৱে গোপালে বুজিলা।
সিদ্ধান্ত নপাই কেনে নমাতি থাকিলা ॥
প্ৰশ্নৰ সিদ্ধান্ত গোবিন্দচৰণ পুনৰপি আসিলন্ত।
জ্ঞাপন বাপ যদুমণি তেৱে সিদ্ধান্ত দিলন্ত ॥ ৭৩৩

× × ×

—×—

## তৃতীয়

এদিনা গোপালদেৱে স্নান কৰিবাক প্ৰতি
পোবোলাৰ তীৰে নামিলন্ত।
নৌকাখানি পায়া তাৰ সিপাৰ হৈবাক মনে
আপুনি গোপাল উঠিলন্ত ॥
কমলৰ হেন বেলা কমলক দৰশন পায়া তেত
অপৰাধ হেঁচোক মাৰিতে আদেশিলা।
গোপালে যতন কৰি পাৰ দিবে নতু পাছত
টান কৰি মাৰিয়া পঠাইলা ॥ ৭৩৬
পাৰ খিৰ কৰিবাক নপাৰি গোপালো তেৱে
নৌকাত নিচালে পৰিলন্ত।
গোপালক পৰিবাৰ দেখিয়া কমলে তেৱে
ভিৰি লৰ মাৰি পলাইলন্ত ॥
তিয়নীয়ে সমুখিতে বাসাৰ ভিতৰ পশি
মহাভয়ে লুকায়া ৰহিলা।
গোপালেও উঠি তেত হাত মুখ পখালিয়া
স্নান কৰি গৃহক আসিলা ॥ ৭৩৭

তথাতে আসনে বসি গোপালে বোলন্ত হাসি
কমলক দেখি আছা কোনে ।
মোহোক নৌকাত পেলাই পালটি নলৈল আউৰ
ডিঙি লৰ দিলা পাৰেমানে ॥
আৰে কোন থানে আছে বিচাৰ কৰিয়া চাহা
শুনিয়া ভকতসৱ যাই ।
ৰাসাতে পশিয়া দেখে তিতিবুৰি ভয় হয়া
আছে গৈয়া চুকত সোমাই ॥ ৭৩৮,
তথাঁহন্তে ভক্তসৱে হাতত ধৰিয়া আনি
গোপালৰ আগে ভেঁটাইলন্ত ।
গোপালৰ চৰণত পৰি দণ্ডৱতে গৈয়া
হুমহুমি কান্দিবে লৈলন্ত ॥
গোপালে বোলন্ত মই মৰোঁ জীওঁ নজানিয়া
ভয় হুয়া পলায়া আসিলা ।
গোপাল- এহি বুলি গোপালেও প্ৰসন্নবদন হুয়া
দেৱৰ কমলক আশ্বাসি তুলিলা ॥ ৭৩৯
আশ্বাস এক দিনা একজন ভক্তক গোপালে বোলে
আন কৰ্ম্ম তুমি নকৰিবা ।
ৰাতি নিশা ভাগে চৌহাটীত হৰিধ্বনি কৰাই তুমি
ভক্তসৱক ভকতক জগায়া ফুৰিবা ॥
জগাই গোপালৰ আদেশক শিৰত ধৰিয়া তাৰা
ফুৰিবলৈ হৰি-নাম ডাকিয়া ফুৰয় ।
আদেশ ভকতসকলে শুনি উঠি হৰি-বাৰ্ত্তা কৰি
গোপালৰ সন্তোষ মিলয় ॥ ৭৪০
কাৰ্য্য- ৰৰগুৰু যদুমণি আৰো বাপ ৰামচন্দ্ৰ
বিচাৰত চিৰিৰাম সন্ন্যাসী সহিতে ।

ভাগ- সবে একমতি হৈয়া হৰিকথা বিচাৰিয়া
সকল আছিলন্ত মহা হৰিষিতে ॥
ব্যস্ত দুইভাগ নিশা গৈল একভাগ মাত্ৰ ৰৈল
হেন বেলা শয়ন কৰিলা ।
ঘুমটি ৰহিল যেন্তে তেসমে আসিয়া তেন্তে
হৰিধ্বনি কৰাইতে লাগিলা ॥ ৭৪১
ৰৱগুৰুৰ শুনি ৰৱগুৰু বোলে ইটো কোন ধ্বনি আম
ক্ৰোধ- শুইবে কিয় নেদয় আমাক ।
ভাৱ উজাগৰে থাকোঁ আমি শয়ন কৰিলোঁ মাত্ৰ
লৈলে আসি হৰি বোলাইবাক ॥
এহি বুলি ৰৱগুৰু শয্যাত চাপৰ মাৰি
ধৰ ধৰ বুলি গেৰিয়ায় ।
শুনি তাৰা ভয় হুয়া ভিৰিয়া লৰৰ দিলা
পাইলে বুলি পাছক নচাই ॥ ৭৪২
গোপালৰ থানে গৈয়া হেসনি বাহিয়া বোলে
আজি বৰ ভয় পাইলোঁ আমি ।
গোপাল- গোপালে বোলন্ত হাসি সি লোকৰ নিকটত
দেৱৰ আন বেলা নযাইবাহা তুমি ॥
উপদেশ আনৰ থানত তুমি হৰিধ্বনি কৰাইবাহা
কদাচিতো মেৰিবাহা তাক ।
গোপালৰ আজ্ঞা পালি সন্তোষে ৰহিলা তাৰা
হৰিধ্বনি কৰাইয়া সভাক ॥ ৭৪৩ *

* মূল চৰিত-পুথিত ইয়াৰ পাছতে চৰিতকাৰৰ আত্ম-পৰিচয় আছে । সেইখিনি পাছত দিয়াগৈ হৈছে । —সম্পাদক

-0-

'যেন্তে বটুগুৰু আনিবাক চলিলন্ত।
গোপালৰ — শুনিয়া গোপালে তেৱে বাধা কৰিলন্ত ॥
বাধা সত্বেও — যাইবাক নলাগে সাজ সৱে দেওঁ আমি।
বটুগুৰুৰ — তথা গৈয়া বৰ দুখ লভিবাহা তুমি ॥ ৭৬২
যাত্ৰা — তথাপি ভকতসৱে যাইবাক বোলয়।
আপোনাৰ বস্ত কিয় এৰিতে লাগয় ॥
শুনি বটুগুৰু তেতিক্ষণে লৰি গৈলা।
কতো বেলি মানে ঠাকুৰৰ ঠাই পাইলা ॥ ৭৬৩
শুনিয়া ঠাকুৰে তাঙ্ক বচন বুজিলা।
আমাৰ থানক তুমি কেনে বুজি আইলা ॥
শুনি বটুগুৰু তাৰ কহিলা কাৰণ।
সাজ খানি বাপৰ আছয় কোন থান ॥ ৭৬৪
ঠাকুৰৰ — শুনিয়া ঠাকুৰে বৰ ক্ৰোধ কৰিলন্ত।
ভৎসনা — গোপালক বহুত বচন বুজিলন্ত ॥
কায়স্থবীৰ্য়ায়ে কোন কৰ্ম্ম নকৰিল।
আছো আম কথা মোৰ চক্ষুগুটি নিল ॥ ৭৬৫
ঠাকুৰে অনেক আৰো নিষ্ঠুৰ বোলন্ত।
একে ঘাটে পানী খাইতে প্ৰতি নিষেধন্ত ॥
বটুগুৰু শুনি সিকথাক নসহিলা।
আপোনাৰ মাথাক শিলাত আফালিলা ॥ ৭৬৬
গুৰুনিন্দা — মাথা-ফুটি মৰামেন পৰিয়া আছন্ত।
শুনি বটুগুৰুৰ — আই গোসাঁনীয়ে আসি তাক দেখিলন্ত ॥
খেদ — বোলে ব্ৰাহ্মণৰ বধ তোমাত লাগয়।
ইটো ব্ৰাহ্মণৰ হত্যা অবশ্যে মৰয় ॥ ৭৬৭
শুনি হেন ঠাকুৰ বিস্ময় হুয়া বৈল।
তেন্তে বটুগুৰুক আৰু ব্ৰাহ্মণক জানিল ॥

দেখিয়া গোপালে বোলে কি কৰ্ম্ম কৰিলা ।
কি কাৰণে এতমান বৰ দুখ পাইলা ॥ ৭৬৮
ঠাকুৰৰ প্ৰতি গোপাল — ঠাকুৰে আমাক যদি বচন বোলয় ।
হাতে হানিয়েও মোৰ সহিতে লাগয় ॥
তুমি কি কাৰণে হেন দুখ লভিলাহা ।
মোৰ শৰীৰৰ বস্ত্ৰ উদিয়াই চাহা ॥ ৭৬৯
শিষ্যৰ দুখত দুখী — সিটো বচনৰ ঘাৱ আছে কোন থানে ।
তুমি মাত্ৰ দুখ লভিলাহা অকাৰণে ॥
ঠাকুৰে যদিবা পায়ে প্ৰহাৰ কৰয় ।
তথাপিতো তাক মোৰ সহিতে লাগয় ॥ ৭৭০
ধৰ্ম্মপৰ প্ৰাণী যেবে গোপালে বুজিলা ।
শুনিয়া ভকতসৱে কান্দিবে লাগিলা ॥
ইসৱ কথাক আৰে এহিমানে থওঁ ।
শুনা আতপৰে যেন ভৈল তাক কওঁ ॥ ৭৭১
হৰি-কথাৰ সমৱত — এদিনা গোপালে ঘোষা চৰ্চ্চিয়া আছন্ত ।
ভকতসকলে শুনি সন্তোষ ভৈলন্ত ॥
অন্য কথা — ধান্য শুচি শাৰিকায়ে খুঞ্চৰি আছিলা ।
বাপ যদুমণি দেখি চাপৰি মাৰিলা ॥ ৭৭২
গোপালে বোলন্ত কেক ভ্ৰম কৰা তুমি ।
কাহাৰ আগত এথা ঘোষা কওঁ আমি ॥
গোপালৰ অসন্তোষ — এহি বুলি গোপাল নিচুকি ৰহিলন্ত ।
আঠ দিন মানে ঘোষা পাঠ নকৰন্ত ॥ ৭৭৩
সকলো ভকতে পাছে আলোচ কৰিলা ।
বাপ ৰামচন্দ্ৰৰ আগত নিবেদিলা ॥
ইটো কথাখানি বাপ জানিল তোমাত ।
যেনমতে আজ্ঞা ঘোষা কহন্ত আমাত ॥ ৭৭৪

তোমোৰাৰ বোল ৰাপ অৱশ্যে কাৰব।
আমি সাস কৰি কেহো নপাৰো বুলিব॥
ভকতসৱৰ হেন যুগুতি শুনিয়া।
ৰাপ ৰামচন্দ্র গোপালৰ থানে গৈয়া॥ ৭৭৫
জানু পাৰ অৱনতে বুলিলা বচন।
অৱকালে আমি আসি আছো তযু থান॥
আনহন্তে শুনি সৱে সুখী হুয়াছয়।
মোৰ অর্থে ৰাপ কিছু কহিবে প্রাগয়॥ ৭৭৬
গোপালে শুনিয়া হেন কাৰুণ্য-বচন।
বোলন্ত আছিল ঘোষা নকহিবে মন॥
তোমাৰ কাৰণে এৱে কহিবোঁহো আমি।
এতিক্ষণে প্রসঙ্গক চলি যায়ো তুমি॥ ৭৭৭
শুনি ৰাপ ৰামচন্দ্রে সন্তোষ লভিলা।
ৰামচন্দ্রৰ ভকতসৱত গৈয়া এহি কথা কৈলা॥
ৰাৰা পুনৰ তেৱে সর্ব্বজনে প্রসঙ্গত বসিলন্ত।
সন্তোষ-সাধন গোপালে হৰিষে কথা কৈবাক লৈলন্ত॥ ৭৭৮
গোপালৰ মুখে কথা-অমৃতক পিয়া।
ৰহিল ভকতসৱ সন্তোষ লভিয়া॥
যেন কুৰুক্ষেত্রে গৈলা ৰাজাপ্রজা যত।
হৰি বিনে আন কিছু নাছিল মুখত॥ ৭৭৯
হৰি-ভক্তি কালঝাৰ-থানৰো ভকত সেহিপ্রায়।
বিনে অন্য হৰি-ভক্তি বিনে কাৰো আন কর্ম্ম নাই॥
কর্ম্ম নাই নাম-কীর্ত্তনক মাত্র সততে কৰিয়া।
হৰি-কথা শুনি থাকে শ্রৱণ ভৰিয়া॥ ৭৮০
যদি কোনো ৰোৱা যান কৰিয়া থাকন্ত।
তবো নসম্বৰি তেতিক্ষণে চলি যান্ত॥

ভকতসৱৰ মাজে বসি প্ৰকাশয় ।
নিজমুখে হৰিনাম কীৰ্ত্তন কৰয় ॥ ৭৮১

ভাগৱত ব্যাখ্যা

ৰাপ ৰামচন্দ্ৰ বসি ভাগৱত কন্ত ।
গোপালদেৱতা তাৰ অৰ্থ বখানন্ত ॥
এক সময়ত হেন গোপালে বুজিলা ।
কথা শুনি কোন জনে কোন বল পাইলা ॥ ৭৮২
শুনিয়া ভকতসৱ কেহো নমাতন্ত ।

হৰি-কথা শুনি অপাৰৰ পাৰ

ৰাপ ৰামচন্দ্ৰ উঠি জানু পাৰিলন্ত ॥
বোলে ৰাপ শুনি মই ৰৰ সখী ভৈলোঁ ।
তোমাৰ প্ৰসাদে অপাৰৰ পাৰ পাইলোঁ ॥ ৭৮৩
ৰাপ যদুমণি উস কৰি উঠিলন্ত ।
শুনিয়া গোপালে তাৰ সিদ্ধান্ত দিলন্ত ॥
বোলে যদুমণি তুমি কিবা দুখ পাইলা ।
সি কাৰণে ইকথা শুনিবে নপাৰিলা ॥ ৭৮৪
যাৰা বল পাইলে তাৰা 'পাৰ দি উঠিল ।
বল নপায়া মনে নিজমে ৰহিল ॥
হেনয় মধুৰ বাণী শুনি গোপালৰ ।
ভকতসৱৰ ভৈল হৰিষ বিস্তৰ ॥ ৭৮৫

ইসৱ কথাক আৰে এহিমানে থওঁ ।
শুনা আতপৰে যেন ভৈল তাক কওঁ ॥

এক দিনা ৰৰজন ঠাকুৰ আসিয়া ।

ৰৰজন ঠাকুৰ সংযোগে দ'ৰ্শন

লখ্নে গৈলন্ত পুনু বাসাক লাগিয়া ॥ ৭৮৬
হেন শুনি গোপালেও দুখ কৰি মনে ।
চলিয়া গৈলন্ত ভক্তসকলৰ স্থানে ॥
ৰাপ যদুমণিৰ বাসাত পশিলন্ত ।
শয্যাত বসিয়া হেন বাণী বুলিলন্ত ॥ ৭৮৭

বোলে মদুমণি মোৰ বাক্য আকৰিয়া।
কমলক স্নেহ — কমলক স্নেহ তুমি অধিকে কৰিবা॥
কৰিবাৰে — কমলক আজি মোৰ চাউলেও নাটিল।
বৰ মদুমণিৰ — সিকাৰণে লখনে গুহক চলি গৈল॥ ৭৮৮
প্ৰতি আজ্ঞা — বোলে মদুমণি তাৰা স্নেহৰে সে ঠাই।
আপুনি বুলিলা যাতো আমাক দয়াই॥
অৱশ্যেকে লাগে আমি সেৱা কৰিবাক।
তাত বিনে স্নেহ আমি কৰিবোহো কাক॥ ৭৮৯
এহি বুলি মদুমণি তথাতে ৰহিলা।
আপুনাৰ গৃহক গোপাল চলি গৈলা॥
গোপালৰ দুখ হেন সবে জানিলন্ত।
ভকতসকলো চলি তথাকে গৈলন্ত॥ ৭৯০
এক থান হুয়া যেবে সবেও বসিলা।
আই-গোসানীৰ গুণ গোপালে কহিলা॥
বৰপেটীয়াৰ জী মহা গুণৱন্ত।
তোমৰাসবৰ কিয় লাগ নপাইলন্ত॥ ৭৯১
তোমৰাসবৰ স্নেহ তাৰা সে জানয়।
এহি বুলি ৰহিলা গোপাল মহাশয়॥
বৰপেটাত — থিৰেলা গোপাল বৰপেটা লাগি যায়।
গোপালৰ — হৰি-কথা বিনে তৈত আন কথা নাই॥ ৭৯২
সিদ্ধান্ত — আনহন্ত ভকতসবে সাক্ষিয়া থকয়।
গোপালে যাইবাৰ বেলা সবেও আসয়॥
দুই চাৰি দিন যদি তথাতে থাকয়।
সৱে পাৰে ভকতসবে কথা সুখি লয়॥ ৭৯৩
কথা-অমৃতক আৰ সহজে পিবয়।
ভোজনক লাগি কেহো ইচ্ছা নকৰয়॥

পুনু হু গোপালে কালযাৱক আসন্ত ।
ভকতসকলো আসি আগ বঢ়াৱন্ত ॥ ৭৯৪
সজল নয়নে সৱ্ব পালটিয়া যায় ।
গোপালো আসন্ত তেৱে আপোনাৰ ঠাই ॥
খেতিয়া যাইবাক লাগি কৰয় যতন ।
ভকতসৱক বোলা এথাত বচন ॥ ৭৯৫

"আতাৰ থানত যেন একো খুজিবলৈ নালাগে" —গোপাল

আতাৰ থানক মোৰ যাইবাক লাগয় ।
তৈত একো যেন খুজিবাক নলাগয় ॥
মোৰ সাজ-বস্তু সৱে যত্ন কৰি লৈয়ো ।
আপুনাকে লাগি সৱে উদ্যম কৰিয়ো ॥ ৭৯৬
গোপালে যেনয়ভাৱে বচন বোলন্ত ।
ভকতসকলো সেহি প্ৰকাৰে লয়য় ।
সি থানত গৈয়া কুটাগাছো নোখাৱন্ত ।
আপোনাৰ দ্ৰব্য–সাজ ভোজন কৰন্ত ॥ ৭৯৭
গোপালে বোলন্ত ধৰ্ম্ম মৰ্য্যাদা দেখাই ।
নিৰপেক্ষ ভাৱ হুয়া থাকন্ত সদায় ॥
এক দিনা একাদশে বুলিলা প্ৰণামি ।
এথানি বচন বুলিবাক চাওঁ আমি ॥ ৭৯৮
কিন্তু ভক্তিৰুচি মোৰ হুয়া আছে মন ।
আপুনাক লাগি সাজ কৰিছো যতন ॥

"একাদশৰ আদৰণি মোৰ দৰেই সাত কুৰিৰ দিব লাগিব" —গোপাল

গোপালে বোলন্ত কেন প্ৰকাৰে কৰিলা ।
আতাই একাদশে তেৱে কহিবে লাগিলা ॥ ৭৯৯
এক গুটি কুণ্ডা আৰো কাঁহী একখানি ।
এক গুটি জবা যত্ন কৰি আছো আমি ॥
গোপালে বোলন্ত আক মোক যদি দিব ।
সাত কুৰি ভকতৰ সৱাকো লাগিব ॥ ৮০০

একাদশে ৰোজে যদি দিয়াক লাগয় ।
তাকো দিবোঁ আপুনিয়ে লৈয়াক লাগয় ॥
হেনমু°সাহস শুনি গোপালে হাসিলা ।
অদ্ভুত ৰোজে একাদশে মোক সমস্তকে দিলা ॥ ৮৩১
খৰচেৰে এহি সাজ খানি সবে খৰচা কৰিবো ।
ৰোজ দিয়ালৈ ভকতসকলক মাত্ৰ ৰোজ কৰি দিবো ॥
আদেশ শুনি একাদশে সাজ সকলে ভণ্ডাইলা ।
ভকতসকলক একমাস ৰোজ দিলা ॥ ৮৩২
পুত্ৰৱতে গোপালে ভকতক বহু যত্ন কৰিলন্ত ।
পোষ্য-পালন পিতৃ যেন পুত্ৰক সহজে পালিলন্ত ॥
শুনা সামাজিক লৈয়ো কথাৰ আশয় ।
উত্তমতো উত্তম সাধুৰ কেনে নয় ॥ ৮৩৩
বিষয়ৰ সম্পদক অনিত্য [দেখন্ত ।
হৰিৰ ভকতি মাত্ৰ সদা আচৰন্ত ॥
হৰিনাম-কীৰ্ত্তনক কৰন্ত সদায় ।
নিজ মুখে ভাবিয়া থাকন্ত সৰ্ব্বদায় ॥ ৮৩৪
পুত্ৰদাৰা শৰীৰত নাহি আসকতি ।
কথাৰ আলাপ নচাৰন্ত দিনে ৰাতি ॥

× × ×

—0—

## ছুলৰি

একদিনা বসি গোপালে হৰিৰ
কথাক যেৱে কহন্ত ।
ৰামচন্দ্ৰ বাপৰ বাপ ৰামচন্দ্ৰ শুনি মাত্ৰ থাকা
কথা-শ্ৰৱণ তাৰ মন্দ নোবোলন্ত ॥

গোপালে বোলন্ত কথা কি কাৰণে
নশলাগা গুৰু তুমি।
জানিলোঁ কথাৰ স্বাদক নপাওঁ
কহিবে নজানোঁ আমি ॥ ৪০৭

বোলে বাপ ৰামে কথা নশলাগোঁ
আজাৰি মই নপাওঁ।
ব্ৰহ্মাণ্ডভেদী — একেক কথায়ে ব্ৰহ্মাণ্ড ভাঙিয়া
কথা শুনি — দেশ ছন্ন কৰি যায় ॥
অমাত্য — তুথাৰ লোকক মন কৰি মই
ঐৰ কথা পাসৰিলোঁ
এতেকে সে হৈলোঁ কথা নশলাগি
শুনিয়া মাত্ৰ আছিলোঁ ॥ ৪০৮

শুনিয়া গোপালে সন্তোষে বোলন্ত
কৈলে লিয়া আছা মন।
গুৰুৰ — বোলন্ত ইহান সমান আৰৰি
শলাগনি — নাহি লোক বিচক্ষণ।
হেন সময়ত অসম্ভৱ জীয়া
লোক এজন আছা।
ৰামচন্দ্ৰৰ — বোলন্ত বাপৰ নাতি একজন
নাতি জন্মৰ — আছে উতপতি হয় । ৪০৯

বাতৰি — ভকতসকলে পুছিয়া আছন্ত
গোপালে তাঙ্ক কনিলা।
তোমবাসকলে কিবা কহি আছা
বুলিয়া মাত লগাইলা ॥
শুনি তাৰাসৱে বোলন্ত বাপৰ
হৈল নাতি উতপন।

সেহি কথাখান কহিছে আসিয়া
তৈব লোক একজন ॥ ৮১০

সবাকে গোপালে বোলন্ত ইকথাক শুনি
হরিষ হরিষ ভৈল অপাৰ।

তোমৰাসকলে গায়ে গায়ে উঠি
নাচিয়োক একবাৰ ॥

বাপ শ্রীৰাম বাপ যদুমণি
আদি কৰি আসয়াক।

একো বাৰ সৰে নাচিয়া বসিলা
পালি গোপালৰ বাক ॥ ৮১১

বাপ ৰামচন্দ্র নুঠিবাৰ দেখি
গোপালে পুনু বুলিলা।

তোমাৰে সে গুৰু নাতি ভৈল তেন্ত
তুমি কিয় নানাচিলা ॥

তোমাৰো এবাৰ নাচিবে লাগয়
তেৱে সে এৰাইতে পাৰি।

শুনি বাপ ৰামে এপাক দিলন্ত
হাত অঙ্গীভঙ্গী কৰি ॥ ৮১২

বালকক হৰিচৰণ তেৱে সে গোপালে বোলন্ত আমৰা
সৰেও হৰিষ ভৈলোঁ।

নাম দিলে সিটো বালকৰ হৰিৰ চৰণ
নাম আজি ধৰি থৈলোঁ ॥

গোপালৰ হেন বচন অসিয়া
সৰ্ব্বজনে শুনিলন্ত।

সিটো বালকৰ তাগ্যাক বখানি
সেহি থানে বহিলন্ত ॥ ৮১৩

ভাগৱত আৰো এক দিনা বাপ ৰামচন্দ্ৰে
শুনি চাউল কহি আছা ভাগৱত।
সিজাবালৈকে আই-গোসাঁনীৰ চাউল সিজাইবাক
আছে মঙলে তেৱে মনত ॥
পাহৰিলে গোপালৰ অন্ন ৰান্ধিবাক প্ৰতি
জল ফুটি তপতায়।
যেৱে প্ৰসঙ্গৰ অৱসান ভৈল
তেৱে সে চাউল বসায় ॥ ৮১৪
গোপাল যাহাত্তে যিমান সিজয়
আৰো বঢ়া নলাগয়।
সেহি অন্ন শুটি গোপালে ভোজন
হৰিষ মনে কৰয় ॥
সিদিনাক প্ৰতি ভাগৱত শুনি
পাসৰি যেৱে আছিলা।
যেৱে প্ৰসঙ্গৰ অৱসান ভৈল
তেৱে আই সুমৰিলা ॥ ৮১৫
গোপালে বোলন্ত চাউল আজি তুমি
মিসিজাইলা কি কাৰণে।
মহা ভয় হুয়া বুলিলন্ত আই
প্ৰণামি দুয়ো চৰণে ॥
পুথি-পঢ়া শুক ভাগৱত পঢ়ি
আছিল যেৱে তথাত।
সি কথাক শুনি পাসৰিলো মই
আছিলো আৰে এথাত ॥ ৮১৬
গোপালে বোলন্ত ভাল কথা আদি
মম কৰি আছা তুমি।

এতিক্ষণে গৈয়া চাউল সিজায়োক
ভোজন কৰোঁহো আমি ॥
তেৱে আয়ো গৈয়া কৰিলা ৰন্ধন
গোপালো যেৱে ভুজিলা ।
শুনা আতপৰ গোপালৰ আৰো
তৈত যেন কথা ভৈলা ॥ ৮১৭

মহা কষ্টভাৱে আছন্ত গোপাল
নকৰি অন্ন ভোজন ।
পদ্মপিৰিয়াক মাতি সিৰেলাত
বুলিলা আই বচন ॥
পদ্মপ্ৰিয়াৰ বোলন্ত পিৰিয়া গোসাঁইক মাতিয়ো
গীত শুনি লখ্যনে দুখ পাৱন্ত ।
গোপালৰ পদ্মপিৰিয়ায়ো উঠিবাক মনে
সন্তোষ গীতখানি জুৰিলন্ত ॥ ৮১৮

এফাকি গীতকো গাইবে নতু পাৱে
পৰম প্ৰসন্ন ভৈলা ।
বোলন্ত পিৰিয়া আৰ নমাতিবা
আপুনি উঠি আসিলা ॥
গুণৰ লুবুধ গোপালে অন্নক
ভুজিলা হৰিষ মনে ।
সদ্‌গুণৰ পদ্মপিৰিয়াৰ সদ্‌গুণ দেখি
প্ৰশংসা প্ৰশংসিলা সৰ্ব্বজনে ॥ ৮১৯

পূৰ্ব্বত যশোদা কৃষ্ণক যেহেন
লগায়া তাঙ্ক যাচিলা ।
সেহি অনুৰাগে পদ্মপিৰিয়ায়ো
গোপালক সন্তোষিলা ॥

আৰো এক দিনা বাপ ৰামচন্দ্র
হৰিষে যেন্তে আছন্ত।
সিবেলা গোপালে দৰশন পায়া
হেন কথা পুছিলন্ত ॥ ৮২০
বোলে গুৰু যেনো তোমাৰ নিকট
পণ্ডিতসৱ আছয়।
তাসম্বাক প্রতি আছে নিকি তেবে
তোমাৰ মনে সংশয়।

"আমাৰ দেশ পণ্ডিতবেই ৰাজ"- ৰামচন্দ্র

বাপ ৰামচন্দ্রে বোলয় আমাৰ
পণ্ডিতৰ সবে ৰাজ।
সি সবক প্রতি কি কাৰণে মই
মনত কৰিবো লাজ ॥ ৮২১
মোহোৰে সে মুখে সবেও আসিয়া
শ্লোকৰ অৰ্থ লয়য়।
সিটো পণ্ডিতক লাগি মোৰ মনে
কিঞ্চিতো নাহি সংশয় ॥
গোপালে বোলন্ত তোমাত আসিয়া
কৰিবে সবে সঞ্জাত।

ৰামচন্দ্রৰ প্রতি ধৰ্ম্ম-প্রকাশৰ আজ্ঞা

তুমিও সঞ্জাত নেদোঁ নুবুলিবা
ধৰ্ম্ম কহিবাহা তাত ॥ ৮২২
বাপ ৰামচন্দ্র বোলয় আমাক
আজ্ঞা যিটো দিলা তুমি।
লোকৰ কাৰণে তেন্তেহিগুৰিক
চৰায়া নযাইবো আমি ॥
আপোনাৰ প্রয়ো- জনৰ নিমিত্তে
আমি আছোঁ তয়ু ঠাই।

লোকৰ ভাৰক লৈবাৰ মোহোৰ
কিঞ্চিতেকো ইচ্ছা নাই ॥ ৮২৩
গোপালে বোলন্ত লোকৰ কুশল
সাধিবে লাগে তোমাৰ ।
হেন জানি তুমি পাছ নুগুচিবা
পালিবা আজ্ঞা আমাৰ ॥
হেনয় আদেশ কৰিয়া গোপাল
হৰিষে যেৰে আছন্ত ।
ৰাপ ৰামচন্দ্ৰ প্ৰণাম কৰিয়া
বাসাক লাগি গৈলন্ত ॥ ৮২৪

× × ×

---

## পদ

× × ×

শঙ্কৰদেৱৰ উদ্ধৱ-সংবাদ নাট ৰচনা

উদ্ধৱ-গোপীৰ প্ৰেম-সঙ্কেত ৰচন ।
অঙ্কৰূপে শঙ্কৰে কৰিলা নিবন্ধন ॥
নতু ব্যক্ত হোন্তে সিটো অগ্নিত পুৰিলা ।
পুনু হো গোপালে সেহি কথা নিবন্ধিলা ॥ ৮২৯

জুৰে পোৱা বাবে গোপালদেৱৰ পুনৰ ৰচনা

ভকতসকলো তেৱে একথান হয়া ।
গোপালক বলিলন্ত মিনতি কৰিয়া ॥
ৰাপ অঙ্ক কৰায়োক সৱ হি দেখোক ।
আমৰাসৱৰ মনোৰথ সিদ্ধি হোক । ৮৩০

গোপালে বোলন্ত যদি খোজা চাহিবাক ।

অতিমৰৰ কাৰণে ছকুৰি টকাৰ প্ৰয়োজন

ছয় কুৰি মানে টকা লাগে ভাঙিবাক ॥
তেৱে সে ইকথাখানি পাৰিয় কৰাইব ।
সিটো টকাখানি আৰে কেনমতে হৈব ॥ ৮৩১

মৰনগৰীয়া লোকে দিলন্ত উত্তৰ ।

মৰনগৰীয়া সকলৰ দিবলৈ প্ৰতিশ্ৰুতি

একে থানে আছোঁ আমি ছয়কুৰি ঘৰ ॥
টকা টকা কৰি আমি ছয় কুৰি দিবোঁ ।
ইকথাক কিঞ্চিতেকো বাঙ্কি নকৰিবোঁ ॥ ৮৩২

গোপালে বোলন্ত যদি টকাখানি দিবা ।

অমিত ধৰোতা অৰবীয়াৰ অভাৱ

অৰিধৰা কৰ্ম্ম কোন প্ৰকাৰে কৰিবা ॥
এহি বুলি গোপালে সিবেলা নকৰাইলা ।
পাছুক লাগিয়া মাত্ৰ নিবন্ধিয়া থৈলা ॥ ৮৩৩
ইসব চৰিত্ৰ আৰে এহিমানে থওঁ ।
শুনা আৰো যেন কথা ভৈল তাক কওঁ ॥

ভিক্ষালৈ যোৱা ভক্তক বিপত্তি

একদিনা জয়কৃষ্ণ বৰুৱাৰ থানে ।
তৈকে কম্পাহৰি গৈলা ভিক্ষাৰ কাৰণে ॥ ৮৩৪
পাৰে কানিকন্থা কোষে জুলিখানি লৈয়া ।
তহিতে মিলিলা চাউল খুজিবাক গৈয়া ॥
দেখি বৰুৱায়ে হেন বুলিলা বচন ।
আমাৰ থানক আইলা কমন কাৰণ ॥ ৮৩৫
তাৰা বোলে আসিলোঁহো চাউল খুজিবাক ।
শুনিয়া বৰুৱা পুন বুলিলন্ত তাক ॥
কিছুমান নাচিবাক পাৰা যদি তুমি ।
তেৱে সে তোমাক চাউল দিবোঁ আজি আমি ॥ ৮৩৬
শুনি তাৰা অসন্তোষে ভিক্ষা নকৰিয়া ।
আসিলন্ত আপোনাৰ বাসাক লাগিয়া ॥

গোপালৰ চৰণত নমস্কাৰ কৰি ।
কহিবে লাগিলা দুখে বিনয়ে সাদৰি ॥ ৮৩৭
বাপ আজি বৰুৱায়ে বিগতি কৰিলা ।
ভিক্ষাৰ কাৰণে মোক নাচিবে বুলিলা ॥
চাউল এৰিয়া মই আসিলোঁ বাসাক ।
শুনিয়া গোপালো তেৱে ভৈলন্ত অবাক ॥ ৮৩৮
যেৱে চাউল এৰি তেৱে ভিক্ষুক আসিল ।
বৰুৱাৰ বৰুৱাৰ মনে তেৱে বিষাদ মিলিল ॥
অনুতাপ ভকতক কি কাৰণে বিগতি কৰিলোঁ ।
আজি বৰ অপৰাধ মই আচৰিলোঁ ॥ ৮৩৯
এহি বুলি বস্ত্ৰ অলঙ্কাৰ পিন্ধিলন্ত ।
ভয় হুয়া গোপালৰ থানে আসিলন্ত ॥
গোপালক নম্ৰভাৱে প্ৰণাম কৰিয়া ।
কতো বেলি আছিলন্ত মাথা চপৰায়া ॥ ৮৪০
সি বেলা গোপালে হেন বুলিলা বচন ।
এক পুৰুষৰ গাৱে বিচিত্ৰ বসন ॥
সুবৰ্ণৰ অলঙ্কাৰে শৰীৰ সজিয়া ।
সুগন্ধ চন্দন গাৱে ভূষিত কৰিয়া ॥ ৮৪১
নেত কামলিত সদা শয়ন কৰন্ত ।
জৰা কাঁহী কুণ্ডা লৈয়া অমক ভুঞ্জন্ত ॥
লোকসকলৰ বহু সত্কাৰ লয় ।
এহিমতে সৰ্ব্বকালে সুখতে বঞ্চয় ॥ ৮৪২
কেহো জনে কানি-কথা সহজে পিন্ধয় ।
ভিক্ষা মাগি সৰ্ব্বকালে ভোজন কৰয় ॥
কোন মান্য— ভাঙি ভটি বিনে আবো বস্ত্ৰ নাহিকয় ।
ভাওনীয়া নে তথা কমলতী মাত্ৰ শয়ন কৰয় ॥ ৮৪৩

ভকত ? হেন দৰিদ্ৰক সেহি ডাওৰীয়া জনে।
আপোনাৰ অভিমান দূৰ কৰি মনে ॥
চৰণত পৰিয়া প্ৰণাম কৰিবাক।
পাৰে কি নপাৰে জানোঁ সাস কৰিবাক ॥ ৮৪৪
শুনি জয়কৃষ্ণে মনে গুনিবে লাগিলা।
মোকে সে কৃপায়ে হেন বচন বুলিলা ॥
আথবেথ কৰিয়া উঠিয়া আসিলন্ত।
ডাওৰীয়াই ভিক্ষ কৰ পায়ে পৰি সেৱা কৰিলন্ত ॥ ৮৪৫
ভকতক দেখি সৰ্ব্বজনে তাঙ্ক প্ৰশংসা কৰিলা।
মান্য কৰা গোপালেও অতি বৰ সন্তোষ লভিলা ॥
দেখি বোলে জয়কৃষ্ণ মোৰ বচন শুনিবা।
গোপালৰ আৰো আৰ ভক্তক বিগতি নকৰিবা ॥ ৮৪৬
সন্তোষ ভকতক উপহাস্য যিজনে কৰয়।
সিজনৰ অপৰাধ বহুত সিজয় ॥
যিটো পাৰে উপালম্ভ কৰিতে মাতৃক।
ভকতজনৰ কথা তাহাতো অধিক ॥ ৮৪৭
ভক্ত-নিন্দাৰ মাতৃৰ দোষৰ যদি চিকিৎসা আছয়।
চিকিৎসা নাই ভক্ত—নিন্দা পাতকৰ সম নাহিকয় ॥
হেন জানি ভকতক নিন্দা নকৰিবা।
যিমান পাৰিবা মানে শুশ্ৰূষা কৰিবা ॥ ৮৪৮
ভকতৰ সেৱা ভক্তিবো কাৰণ ভকতত পৰে নাই।
হে ভগৱন্তৰ জানি ভকতক সেৱা কৰিয়ো সদায় ॥
সেৱা শুনি জয়কৃষ্ণ উঠি প্ৰণাম কৰিলা।
চলি গৈলা আপোনাৰ বাসাক লাগিয়া ॥ ৮৪৯
শুনা আতপৰে আবো গোপালৰ লীলা।
অপৰাধী যেন অপৰাধে শিৱদাসক এৰিলা ॥

শিৱদাসক পৰিত্যাগ

আসিলন্ত শিৱদাস গুৰুৰ লগত ।
লোটা ভাল চুৰি কৰিলন্ত ইৰাজ্যত ॥ ৮৫০
হেন যেবে গোপালে দুৰ্যশ শুনিলন্ত ।
ততো বেলা শিৱদাস তথাকে গৈলন্ত ॥
গোপালে বোলন্ত কিয় ইকৰ্ম্ম কৰিলা ।
এহি উপদেশ তুমি কাত হন্তে পাইলা ॥ ৮৫১
শিৱদাসে বোলে মই পাইলোঁহো তোমাত ।
আন কোনজনে আক কহিবে আমাত ॥
শুনিয়া গোপালে মনে দুখ কৰিলন্ত ।
ভকতসৱক তেবে মতাই অনাইলন্ত ॥ ৮৫২
ভকতসকলো যেবে চৌপাশে বসিলা ।
গোপালো সবাৰ আগে বচন বুলিলা ॥
এহি কথা কোনে আন শুনিছা আমাত ।
এন্তে বোলে চুৰি কৰোঁ শিখিয়া তোমাত ॥ ৮৫৩
শুনিয়া ভকতসবে মনে দুখ কৰি ।
গোপালক মাতিলন্ত বিনয়ে সাদৰি ॥
এহি চৰণক মাত্র কোন ভাগ্যে পাইলোঁ ।
ব্ৰহ্মাৰ দুৰ্লভ ধৰ্ম্ম হাতন্তে লভিলোঁ ॥ ৮৫৪
যিহেতু আমাৰ আছে পাপৰ পৰ্ব্বত ।
এতেকে সে ইটো বাক্য আসয় মুখত ॥
আমাৰে সে দিন মন্দ আন কথা নাই ।
শুনিয়া গোপালে বাক্য বুলিলা দুনাই ॥ ৮৫৫
এতিক্ষণে নিকালিয়া খেদাওঁ ইহাক ।
ইমত কলঙ্ক কেনে দিলন্ত আমাক ॥
ভকতসকলে তুলি তথাৰ খেদাইলা ।
গোপালক বহুতাৰে কাকণ্য বুলিলা ॥ ৮৫৬

গোপালো ভকতৰ বাক্যে প্ৰসন্ন হৈলন্ত ।
তাহাসমে আপোনাৰ বাসাক গৈলন্ত ॥
শিৱদাস ভকতৰ সমস্ত শুচিল ।
একাদশ আতাইৰ পিতাক লৈয়া বৈল ॥ ৮৫৭
নিশাগোট তাতশালখানিত বসিয়া ।
গাইবাক লাগিলা গীত ক্ৰন্দন কৰিয়া ॥
কোনে গীত গায় বুলি গোপালে পুছিলা ।
শিৱদাসে গায় বুলি ভকতে কহিলা ॥ ৮৫৮
বোলন্ত গোপালে তাক কোনে দিলে ঠাই ।
ভকতসকলে বোলে ইখানত নাই ॥
একাদশ আতাইৰ আছয় কৰতাত ।
গোপালে বোলন্ত আৰ নথৈইবা তথাত ॥ ৮৫৯
তেৱে গৈয়া ভকতসকলে কহিলন্ত ।
তোমাক গোসাঁই আৰ থাকিবে নেদন্ত ॥
শুনি শিৱদাসে তেৱে অন্তৰিয়া গৈলা ।
যাত্ৰা শুনা আতপৰে আৰো যেন কথা হৈলা ॥ ৮৬০
পিতৃৰ আজ্ঞা একদিনা গোপাল ঠাকুৰৰ আগে যান্ত ।
পালিবলৈ হেন বেলা পিৰিয়ায়ো * লাগ ধৰিলন্ত ।
পদ্মপ্ৰিয়াৰ বোলে বাপ তোমাৰ সঙ্গত মই যাওঁ ।
প্ৰতিশ্ৰুতি আই-গোসাঁনীক দৰশন হেন পাও ॥ ৮৬১
গোপালে বোলন্ত তোক নিবে পাৰোঁ যেৱে ।
আমাৰ বচন কৰিবাক পাৰা যেৱে ॥
পিৰিয়ায়ে বোলে বাপ নিয়োক আমাক ।
আপুনিয়ে যেহি বোলা কৰিবোঁহো তাক ॥ ৮৬২

* পদ্মপ্ৰিয়া, গোপালদেৱৰ দুহিতা । — সম্পাদক ।

আড়ৰদেখৰ গোপালে বোলন্ত আইক পাছে সে দেখিবা ।
পত্নীৰদাসীক দাসীসকলক আগে দৰশন পাইবা ॥
ওলগিবাৰ তাসম্বাক দেখি যদি পাবা ওলগিত ।
উপদেশ চলিয়োক এতিক্ষণে আমাৰ লগত ॥ ৮৬৩

এহি বুলি গোপালো হৰিষে চলি যান্ত ।
আই পিৰিয়ায়ো সেহি লগতে মৈলন্ত ॥
কতো বেলি মানে পাইলা ঠাকুৰৰ থান ।
এজনা দাসীক গৈয়া পাইলা দৰিশন । ৮৬৪
ধান্য গুটি বাৰুনীৰে লাখিয়া আছিলা ।
পাছু হন্তে পিৰিয়ায়ে গৈয়া ওলগিলা ॥
দেখি তাৰা দুখে জানু পাৰি পৰিলন্ত ।
আই পিৰিয়াৰ চৰণত ধৰিলন্ত ॥ ৮৬৫
আই মোক কি কাৰণে এনুৱা কৰিলা ।
একে মই দাসী আক সমুজি মাৰিলা ॥
গোপালৰ চৰণত পৰি কান্দিলন্ত ।
গোপালে প্ৰবোধ বুলি শান্ত কৰিলন্ত ॥ ৮৬৬
আই-গোসাঁনীক তেৱে দৰশন পায়া ।
পদ্মপ্ৰিয়াৰ নমস্কাৰ কৰিলন্ত চৰণে পৰিয়া ॥
প্ৰতি হাতে আনি আই মুখ কৰিলা চুম্বন ।
আই-ঠাকুৰ বুলিলা অনেক আৰো প্ৰশংসা বচন ॥ ৮৬৭
প্ৰশংসা গোপালো ঠাকুৰ সমে কথায়ে আছিলা ।
পুনৰপি আপোনাৰ থানক আসিলা ॥
ইসব কথাক আৰে এহিমানে থওঁ ।
আৰো গোপালৰ চৰিত্ৰক কিছু কওঁ ॥ ৮৬৮
ভকতসকলৰ ভকত সহিতে যেৱে বসিয়া আছন্ত ।
প্ৰতি হেন বেলা গোপালে বচন বুলিলন্ত ॥
গোপালৰ তোমৰাসৱক মই বোলো হেন বাক ।
উপদেশ আপুনো নহিবা যেৱে ৰাখিবা আমাক ॥ ৮৬৯

"যদি আৱা | আপোনাৰ মনত বিচাৰ কৰি চাইবা।
বিবিমন্ত্ৰ | যদি তোমা পোৱা তেবে নিৰ্বিষয় হৈবা॥
হৰা ভিক্ষা | কন্থা পিন্ধি ভিক্ষা মাগি কৰিবা ভোজন।
কৰি আৱা, | হৰি-ভক্তি আচৰিবা কৰিয়া যতন॥ ৮৭০
সততে হৰি- | হৰিনাম-কীৰ্ত্তনক সততে কৰিয়া।
কীৰ্ত্তন | থাকিবা হা আপোনাৰ মৰ্য্যাদা ৰাখিয়া॥
কৰিবা | মুহি তেবে আপুনিয়ে বিষয় কৰিবা।
মোক্তাৰিলে | পৰদাৰা-গমন পাতক নাচৰিবা॥ ৮৭১
ছিন্ন কৰিবা' | যদি বাধা কৰা তভো আমাৰ বচন।
অন্যত্ৰ লোকেও বহু কৰিব গঞ্জন।
ৰাজায়ো জানিলে দিয়া দণ্ড কৰিবেক।
জীয়ে মানে পৃথিবীত সাঞ্চ ৰহিবেক॥ ৮৭২
হেন জানি তুমিসবে পাপ নাচৰিবা।
"ভকতৰ স্ত্ৰীক | ভকতৰ স্ত্ৰীক মাতৃ-সমান দেখিবা॥
মাতৃহেন | ভকত সহিতে একে কলেৱৰ হয়া।
দেখিবা" | সহজে ৰহিবা একো বাদ নকৰিয়া॥ ৮৭৩
এহিমতে গোপালে দণ্ডায়া কহিলন্ত।
পৰম শ্ৰদ্ধায়ে তাৰাসৱে শুনিলন্ত॥
কৃষ্ণ বাপক | গোপালৰ উপদেশ সত্বে আচৰিলা।
সুধিলে 'তুমি | শুনা আতপৰে আৰো যেন কথা ভৈলা॥ ৮৭৪
আগত মে | এক সময়ত বাপ কৃষ্ণক মাতিয়া।
পাইছ'? | গোপালে পুছিলা হেন সঙ্কেত কৰিয়া॥
ৰ'— | কৃষ্ণ তুমি আগ পাছ কোন সমন্বৰ।
সকলো | শুনি তাৰা দিলা তাৰ সাদৰে উত্তৰ॥ ৮৭৫
ভকৰ | বোলে বাপ হমু নিজ ভকতসকল।
দি ' | তাৰাসকলৰ মই সৱাৰো পাছল॥

কিন্তু অভক্তক — অভক্তক সাতো আগ জানিবা আমাক ।
আগত'. — শুনিয়া গোপাল তেৱে ভৈলন্ত অবাক ॥ ৮৭৬
পুনু হু গোপালে হেন বুলিলা বচন ।
নকৰিবা কৃষ্ণ আৰো লোকক যতন ॥
কৃষ্ণৰ প্ৰতি — আপোনাৰ তুমি যেৱে কুশল সাধিবো ।
গুৰু মহ'ৰ — কদাচিতো লোকক শৰণ নলগাইবা ॥ ৮৭৭
উপদেশ — যাবাসৱে বহুলোক শৰণ কৰায় ।
তাবাসৱে সন্তকাৰ যত মানে পায় ॥
শৰণ নকহি তুমি সেহি খানি পাইবা ।
এতেকে লোকক তুমি ইচ্ছা নকৰিবা ॥ ৮৭৮
হেন উপদেশ যেৱে গোপালে বুলিলা ।
শুনি বাপ কৃষ্ণ মহা সন্তোষ লভিলা ॥
গোপালৰ চৰণত নমস্কাৰ কৰি ।
বুলিবে লাগিলা আতি বিনয়ে সাদৰি ॥ ৮৭৯
হেন উপদেশ দিলা মোক সে দায়ায় ।
গোপালৰ — নাহি উপকাৰী দেৱ তোমাত বিনাই ॥
ভক্তহাটীত — এহি বুলি তাবায়ো নিজম পৰি ৰৈলা ।
ভ্ৰমণ — শুনিয়ো গোপালে আৰো যি কৰ্ম্ম কৰিলা ॥ ৮৮০
ব্ৰহ্ম যদুমণিৰ — এক দিনা গোপালে হাটীত ভ্ৰমিয়া ।
প্ৰতি — পৰম হৰিষে ভকতৰ থানে গৈয়া ॥
আশাজনক — বাপ যদুমণিৰ বাসাত পশিলন্ত ।
ভৱিষ্যৎবাণী — তাবাৰ সত্ত্বখানি ভাল দেখিলন্ত ॥ ৮৮১
কটাক্ষে মাতিয়া হেন বুলিলা বচন ।
অৰ্থাৎ তেৱাঁই — ধৰমতে যদুমণি কৰিছা যতন ॥
'বহুত শিষ্য — যাঠী থাপৰক * তাৰে সজায়া আছন্ত ।
পাব' — গণ্ড ধৰিবাক আৰো বিস্তৰ পাইবন্ত ॥ ৮৮২

* থাপৰ — ডাঙৰ থাৰী । — সম্পাদক ।

হেনয় সঙ্কেত-বাণী গোপালে বলিলা।
শুনি বাপ যদুমণি হাসিয়া ৰহিলা॥
এহিমতে ভকতৰ হৰিষ বঢ়াই।
আছন্ত গোপাল যেৱে আপোনাৰ ঠাঁই॥ ৮৮৩
ভকতসকলো গোপালক সেৱা কৰি।
হৰিকথা শুনিয়া থাকন্ত কৰ্ণ-ভৰি॥
নাম-কীৰ্ত্তনক মাত্ৰ সততে কৰন্ত।
আন বৃথা কৰ্ম্মক কিঞ্চিতো নাচৰন্ত॥ ৮৮৪

× × ×

—0—

## দুলাৰি

সন্ন্যাসী বাপক হৰিহৰ আতাইৰ ওচৰলৈ প্ৰেৰণ

এক দিনা মাতি সন্ন্যাসী বাপক
গোপালে বুলিলা বাক।
আতাই হৰিহৰ * যথাত আছন্ত
যায়োক তুমি তথাক॥

চাৰিটি প্ৰশ্ন সিদ্ধান্ত-বিচাৰ

চাৰি গোটা প্ৰশ্ন পুছিবাহা তাঙ্ক
কেনয় সিদ্ধান্ত দেন্ত।
আতা মাধৱৰ সময়ত তাৰা
কি কাৰণে নগৈলন্ত॥ ৮৮৯
দেৱৰো দুৰ্লভ ভকতৰ সঙ্গ
তাঙ্ক এৰি কি কাৰণে।
মহা তামসিক বিষয়ীৰ সঙ্গে
ৰঙ্গে তাৰা কোন গুণে॥

---

* হৰিহৰ মাধৱদেৱৰ এজনাকী প্ৰধান শিষ্য। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেৱৰচিত "হৰিহৰ আতা" দ্ৰষ্টব্য।— সম্পাদক।

ভার্য্যার আছুর সাজ কি কারণে
খুন্দিয়া গুড়ি করিলা ।
ভকতসবক নিদি কিয় তাবা
জলত নিয়া পেলাইলা ॥ ৮৯০

ভকতসবক মাণ্ড পাঠ তাবা
ধরিয়া দিয় মাতর ।
এহি চারি কথা সুধিবা তোমরা
সিদ্ধান্ত কেনে দিবয় ॥

গোপালর বাণী শুনিয়া সন্ন্যাসী
তেখনে চলিয়া গৈলা ।
গোপালদেবর বচনক তারা
তথাতে সমস্তে কৈলা ॥ ৮৯১

হরিহরর সিদ্ধান্ত — শুনি হরিহরে সিদ্ধান্ত দিলন্ত
সন্ন্যাসী সবার আগে ।
যোগে অলঙ্কার ভকতে আছুর
নিয়া যদি তুমি মাগে ॥

(১) জীব অলঙ্কার ভকতর অগ্রহণীয় — জীব অলঙ্কার ভকতসবক
দিবো মই কি কারণে ।
ভকতসকল লোম দায় তাত
মেলিবন্ত তাবা কেনে ॥ ৮৯২

আত্মা মাধবর সমস্ত যেবা
দিবেহু মই নলেকো ।
(২) মাধবদেবর শেষ সমন্বয় অসাধারণ কারণ — তোমরা তাহর দিবে বুলি তাবা
মনত ভয় করিলো ॥

ঈশ্বর বাক্য বাধা করিলেও
বর অপরাধ হয় ।
দিতীয় [illegible] আছিবে আমার
[illegible] ॥ ৮৯৩

পৰম মধুৰ মূৰ্ত্তি মাধৱৰ
সাম্প্ৰতে আছোঁ জড়িয়া ।
কোন বা তাৰক দেখোঁ সি বেলাত
নপেলোঁ এহি বুজিয়া ॥
ভকতসঙ্গক এৰি যি কাৰণে
ৰহোঁ বিষয়ীৰ থানে ?
ইহাৰ সিদ্ধান্ত কহোঁ মই আজি
শুনিয়োক সাৱধানে ॥ ৮৯৪
বিষয়ী যদিবা চাৰি বোল বোলে
তাত নাহি অসন্তোষ
(৩) বিষয়ীৰ আমি বুজিলেও তাৰাসকলৰ
সংগত দোষ নিসিজয় তভো দোষ ॥
বিশেষ নাই এতেকে বিষয়ী সঙ্গত থাকিলে
দোষ-গুণে নপাৱয় ।
ভকতৰ বাক্য শুনিলেও দুখ
বুজিলে পাপ সিজয় ॥ ৮৯৫
ভকতসৱৰ গুণ লৈয়া মাত্ৰ
থাকিবে লাগে সদায় ।
তাসবাৰ কিবা দোষ দেখোঁ বুজি
ৰহোঁ বিষয়ীৰ ঠাই ॥
আৰো ভকতক ষাণ্ডহেন পাই
ধৰিলোঁহো যি কাৰণে ।
(৪) ষাঁড়কো ষাণ্ডকো যেহেন কেহোৱে নবাৰে
কৰে নেযায় জানিবা ভকতো তেনে ॥ ৮৯৬
ভকতকো কেৱে হেনয় বচন শুনিয়া সন্ন্যাসী
কাম পুনৰপি আসিলন্ত ।
নকৰায় গোপালৰ আগে সেহি অনুৰূপে
সমস্তকে কহিলন্ত ॥

হেন কথা কহি বাপ সন্ন্যাসীও
বাসাত যেয়ে ৰহিলা।
শুনা আত পাৰে যেন কৰ্ম্ম আৰো
গোপালে তৈত কৰিলা ॥ ৮৯৭

পোৰোলাত নৌকা-যাত্ৰা

এদিনা গোপালে পোৰোলা নদীত
নৌকায়ে উজাই যান্ত।
ছয় কুৰি ভক্ত তৰত উঠিয়া
হৰিষ মনে চলন্ত ॥
কতো বেলি গৈয়া পোৰোলা তীৰত
বসিলন্ত ঘাট পাই।

"মহন্তৰ চিন মাহনিত"

ভকতসকলে ভোজন কৰিবে
লাগিলা বসি তথায় ॥ ৮৯৮
পাঁৰে মানে সৱে ভোজন কৰিয়া
একো মুঠি তুলি লৈলা।
হেন সময়ত গোপালে সবাকো
উজাই গৈয়া দেখিলা ॥
বোলে তোমাসৱে কি কৰ্ম্ম কৰিলা
লোকে আৰে কি বুলিব।

গোপালৰ মনত মহাপ্ৰভুৰ

তোমসাৰ আগে আমাকো বিস্তৰ
কৰিয়া বাক্য বুলিব ॥ ৮৯৯

দোষৰ ভাৱাবলৈ ধৰ যদুমণিৰ প্ৰতিশ্ৰুতি

মহাপ্ৰভুঃথমন দেখি গোপালৰ
যদুমণি উঠিলন্ত।
চৰণত ধৰি কাকুতি কৰিয়া
হেন বাণী বুলিলন্ত ॥
বোলে বাপ মই জগৰা মাৰিবো
তেজিবো দুখ আপুনি।
এক ধান কৰি বোজা বান্ধিলন্ত
তোমা আৰ লৈয়ে থাকি ॥ ৯০০

"মাহ-লিৰীয়ে ক্ষমা নকৰিলে ভকতৰো ক্ষমা নহব"
— গোপাল

গোপালে বোলন্ত শুনা যদুমণি
গৃহস্থে নেক্ষেমে মোৰে ।
আমাৰ সঙ্গত ভকতসকল
থাকিবে নেদিবো তেৱে ॥
সেহি মাষ খানি লৈয়া যদুমণি
গৃহস্থৰ স্থানে গৈলা ।
মাষ খানি নিয়া আগত পেলায়া
ৰূপা এক তোলা দিলা ॥ ৯০১
কূল-ৰবীয়ায়ে বোলে বাপ মোক
ৰূপা দিলা কিকাৰণে ।
বাপ যদুমণি বুলিবে লাগিলা
মহা দুখ কৰি মনে ॥
বোলন্ত তোমাৰ ভকতসকলে
মাষ খানি খায়াছিল ।
হেন সময়ত গোপালদেৱতা
আসি দৰশন পাইল ॥ ৯০২

মাহলিৰীয়ে ক্ষেমিলে হে সকলোৰে ৰক্ষা

মহা দুখ পায়া বুলিলা আমাক
মাতিয়োক লৈয়া তুমি ।
তুমি ক্ষেমিলে সে সি থানত আৰো
ৰহিবাক পাৰো আমি ॥
মুহি তেৱে আৰো সমস্তে লোকক
নিকালিয়া খেদিবন্ত ।
কূল-ৰবীয়াৰো হেন কথা শুনি
বিস্ময় আতি ভৈলন্ত ॥ ৯০৩
ইটো কোন ছিদ্র পথাৰৰ শস্য
ভকতসকলে খাইলা ।
তাতে দায় ধৰি আমাকো আনিলা
ৰূপা দি মাতি পঠাইলা ॥

"গোপাল মনুষ্য নহয়

দেৱতা" — মাহদিবী

এতেকে জানিলোঁ নুহিকা মানুষ
ঈশ্বৰ ভৈলা বিদিত ।
নবদ্বীপে আসি ভৈলা অৱতাৰ
লোকৰ চিন্তিয়া হিত ॥ ৬০৪

গোপালৰ ওচৰত মাহদিবীৰ শৰণ

কৃষ্ণ-বৰীয়ায়ে মহা আড়ম্বৰ
বিস্তৰ সম্ভাৰ লৈয়া ।
গোপালৰ পাৱে শৰণ পশিলা
ঈশ্বৰ-বোধ কৰিয়া ॥
সেহি কথা নিয়া গোপালৰ পাৱে
দিয়া সেৱা কৰিলন্ত ।
দেৱ গোপালৰ পৰম প্ৰসাদ
তাৰাসৱে লভিলন্ত ॥ ৬০৫
তেৱে সে গোপালে ভকতসবক
সঙ্গক আসিবে দিলা ।
গোপালৰ সিটো কৃপালু গুণক
সৰ্ব্বজনে প্ৰশংসিলা ॥
সেহি দিন হন্তে কৃষ্ণ-বৰীয়ায়ো
অকপট ভাৱ হুয়া ।
গোপালত তাৰা ভকতি কৰিলা
শুদ্ধ উপদেশ লৈয়া ॥ ৬০৬

* * *

—0—

পদ

শুনিয়োক যত সামাজিক নিৰন্তৰ ।

উত্তৰ চৰিত্ৰ দেৱ গোপালৰ লীলা চৰিত্ৰ সুন্দৰ ॥

কহোঁ আৰ ভক্তৰ চৰিত্ৰ কিছুখান ।
শ্ৰদ্ধাভাৱে কথা সৱে কৰ্ণভৰি পান । ৯০৯
সেৱা-সেৱকৰ কথা একে সমসৰ ।
শ্ৰৱণমাত্ৰকে পাপ দহে নিৰন্তৰ ॥
হেন জানি শুনা সৱে কৰিয়া যতন ।
কহোঁ আৰ ভকতৰ যিমত লক্ষণ ॥ ৯১০
বিষয়ী ভক্তৰ প্ৰসঙ্গী লোকৰ গুণ বৰ্ণাইবোঁহো কত ।
মহিমা বিষয়ী ভক্তৰ কিছু দেখাওঁ মহত্ত্ব ॥
তাৰাসৱে হৰিভক্তি যিমতে কৰিলা ।
ধন্য ছাৰি কিঞ্চিতেকো ছিদ্ৰ নাচৰিলা ॥ ৯১১
গোপালৰ সেৱক বৰুৱা একজন ।
ৰাজ-বিষয়াৰ সহজে খাটিয়া থাকে নৃপতিৰ থান ॥
ভক্তি-সাধনা মহাধৰ্ম্মশীল তান নাহিকে সন্ততি ।
শেষকালে পঞ্চ পুত্ৰ ভৈল উতপতি ॥ ৯১২
হেন কথা লোকে বৰুৱাত কহিলন্ত ।
অপুত্ৰকৰ শুনি বৰুৱাও কিছু হৰিষ ভৈলন্ত ॥
পুত্ৰ লাভ ৰাজাত বিদায় মাগি গৃহক আসিলা ।
প্ৰথমতে আসি অন্ন ভোজন কৰিলা ॥ ৯১৩
শয়ন-সময়ে গৈয়া শয্যাত বসিয়া ।
হেন বেলা আপুনাৰ ভাৰ্য্যাক মাতিয়া ॥
বোলন্ত বালক গুটি আনিয়ো এথাক ।
শুনি তাৰা বুলিলন্ত কষ্টমনে বাক ॥ ৯১৪
বালকক চাৱা বাৰ্ত্তা নলৱা আমাৰ ।
বৰুৱা বোলন্ত তেৱে কি ভৈল তোমাৰ ॥
পুনু তাৰা বুলিলন্ত স্বামীক বুজাই ।
মাতৃ যদি গুৰু পাৰযুৰিক নুবায় ॥ ৯১৫
অভক্ততীয়া তেৱে মোক দেখিবে নপাইলা হন্তে তুমি ।
স্বামীৰ বাবে বৰুৱা বোলন্ত হা মই ভৈলোঁ আমি ॥

*ভাৰ্য্যা-পুত্ৰ ত্যাগ*

হেন অধৰ্ম্মত কিয় ভোজন কৰিলোঁ ।
হৰি হৰি কিনো ঘোৰ পাপ আচৰিলোঁ ॥ ৯১৬
হেন সময়ত প্ৰহৰেক নিশা যায় ।
আৰো প্ৰহৰেক লৈয়া কালঝাৰ পায় ।

*ৰাজ-নিশাৰ পাছত অকলৈ কালঝাৰত প্ৰৱেশ*

অন্ধকাৰ নিশা একেশ্বৰে লৰিলন্ত ।
মাজনিশা ভাটী বেলা সে থান পাইলন্ত ॥ ৯১৭
ভকতসকল সুখে আছা নিদ্ৰা যাই
অচেতন দেখি কাকো মাত নলগাই ॥
হৰি-মন্দিৰত কঠখানি পাৰিলন্ত ।
গায়েমুণ্ডে বস্ত্ৰ দিয়া তাতে শুতিলন্ত ॥ ৯১৮
প্ৰভাততে দুইজন ভকত আসিয়া ।
থান মাজিবাক প্ৰতি ভিতৰ পশিয়া ॥
দেখন্ত তথাতে শুতি আছে একজন ।

*তেনে অৱস্থাত বকৰাক দেখি ভকতৰ বিস্ময়*

কোন ঐত আছা হেন বুলিলা বচন ॥ ৯১৯
শুনি তাৰা চকমক কৰি উঠিলন্ত ।
বকৰাক দেখি দুয়ো বিস্ময় ভৈলন্ত ॥
বোলে বাপ তোমবাৰ কিবা হুয়াছয় ।
একেশ্বৰ দেখি মনে লাগিল সংশয় ॥ ৯২০
আৰনাতে বকৰায়ে বুলিলা বচন
আমবাত কিছুমান আছয় দোষণ ।
এহি বুলি তেৱে উঠি পিণ্ডাত বসিলা ।
দুয়ো ভক্ত লৈয়া গোপালত জান দিলা ॥ ৯২১
খোলে বাপ বকৰা অকালে আসিছন্ত ।
বস্ত্ৰ নাহি কঠখানি পাৰি শুতিলন্ত ॥
আমি সে জগায়া তাক পুছিলোঁহো বাত ।
তাৰা বোলে কিছু দোষ আছয় আমাত ॥ ৯২২
শুনিয়া গোপালে তেতিক্ষনে উঠিলন্ত ।

*ভকত ওচৰলৈ*

হৰি-মন্দিৰৰ ভিতৰত পশিলন্ত ॥

ধাৰাৰ দেখিয়া বকৰা জানু পাতি পৰিলন্ত ।
বকৰাৰ দণ্ডৱতে গোপালক প্ৰণাম কৈলন্ত ॥ ৯২৩
আগমন। গোপালে বোলন্ত এথা আসিয়াক তুমি ।
বকৰা বোলন্ত যাইবে নপাৰোঁহো আমি ॥
অন্যকাৰ বাক্য আৰো মাত নশুনিলোঁ ।
তাই মাই কাজে মই তাতে সে শুতিলো ॥ ৯২৪
পুনৰপি মই আৰো সি থানে নযাওঁ ।
অপৰাধ সুমৰিয়া পাৰক নপাওঁ ॥
তয়ু চৰণৰ যদি কিছু দয়া হয় ।
ভকতসৱৰ সঙ্গ তেৱে সে মিলয় ॥ ৯২৫
গোপালেও আৰ হেন বুলিলা বচন ।
তোমৰাত কোন থানি আছয় দূষণ ॥
তাৰা বোলে বাপ মই গৃহত নাছিলোঁ ।
অজিজ্ঞাসে আসি অন্ন ভোজন কৰিলোঁ ॥ ৯২৬
ব্যভিচাৰ ধৰ্ম্ম আচৰিলে ভাৰ্য্যা মোৰ ।
এতেকে সিজিল মোত পাতক দুৰ্ঘোৰ ॥
তয় চৰণত আসি নিবেদিলোঁ আমি ।
যেন লাগে উপায় দিয়োক আৰে স্বামী ॥ ৯২৭
শুনিয়া গোপালে তাৰ দিলন্ত উত্তৰ ।
যিখানি সম্পদ আছে তোমাৰ গৃহৰ ॥
সোণাৰূপা মহ গৰু বস্ত্ৰ কড়ি ধান ।
আৰ্দ্ধেক বিভাগ কৰিয়া তাৰ আধখানিমান ॥ ৯২৮
সম্পত্তিৰে ভাৰ্য্যাৰে সহিতে এৰিবাক পাৰা যেৱে ।
ভাৰ্য্যা ত্যাগৰ তোমাক উপায় মই দিবোঁ আজি তেৱে ॥
আদেশ এতেকে বকৰা কিছুমান উল্লসিল ।
মৰাৰ মুখত যেন অমৃত পৰিল ॥ ৯২৯
অৱনতে গোপালক বুলিলন্ত বাক ।
আধখানি সাজ মোক দিয়া এৰিবাক ॥

বকৰাৰ দৃঢ়তা জ্ঞাপন

তয়ু চৰণক যদি সেৱিবাক পাওঁ ।
জিদিশক প্ৰতি চক্ষু মেলিও নচাওঁ ॥ ৯৭০

ভাৰ্য্যাপুত্ৰ ধন-জন সমস্ত তেজিলোঁ ।
তয়ু চৰণত মন নিশ্চয় কৰিলোঁ ॥
তথাপিতো জানা মোৰ এহি আছে নাই ।
যদি দায়া থাকে মোক দিয়োক উপায় ॥ ৯৭১
শুনিয়া গোপালে বৰ সন্তোষ লভিলা ।
মধুৰ কৰিয়া তাঙ্ক বচন বুলিলা ॥
এহি খানি ভাবসা কৰিবে পাৰা যেৱে ।
তোমাৰাক হৰি মোৰ বুলিবন্ত তেৱে ॥ ৯৭২
বকৰায়ো তেৱে অতি হৰিষ ভৈলন্ত ।
বাহু মেলি উঠি যেন নাচিবে খোজন্ত ॥
দৰিদ্ৰ পসাৰী যেন বহুবিত্ত পাই ।
সুখী হুয়া অতি হৰিষৰ পাৰ নাই ॥ ৯৭৩

যেনে আদেশ তেনে কাম

সেহিমতে বকৰাৰো সন্তোষ মিলিলা ।
দণ্ড দিয়া ভকতসবৰ সঙ্গ লৈলা ॥
গোপালৰ পৰম প্ৰসাদ লভিলন্ত ।
গুৰুক নগৈয়া আন থানে ৰহিলন্ত ॥ ৯৭৪
তান ভাৱে সমস্ত লোকক সন্তোষিল ।
সাধু সাধু বুলি অতি প্ৰশংসা কৰিল ॥
ইসব চৰিত্ৰ সম্বৰিলোঁ এহিমানে ।
আৰে গোপালৰ কথা শুনা সাৱধানে ॥ ৯৭৫

গোপালৰ মৰিয়া, ৰৰপেটালৈ বাৰ্তা প্ৰেৰণ

যেৱে গোপালৰ কিছু নাপৰিয়া ভৈলা ।
পোৰাভিটা লাগি ভক্ত এজন পাঠিলা ॥
বোলে তোৰা চলি যাস্কো পোৰাভিটা থান ।
আমাৰ বাৰ্তাক তেত দিয়া লৈয়া জান ॥ ৯৭৬

শুনি তাৰা তেতিক্ষণে জৰিয়া গৈলন্ত ।
ভকতসৱত এহি বাৰ্ত্তা কহিলন্ত ॥
মাপৰিয়া শুনি সবে উদ্ধাৰণ ভৈল ।
সখিয়াৰ কালি যাইবো বুলি তাঙ্ক প্ৰবোধি পঠাইল ॥ ৯৩৭
মাতৰিত পুনৰপি তাৰা কালঝাৰক আসিলা ।
ভকতসকল গোপালক নমি সেহি বাৰ্ত্তাক জনাইলা ॥
উদ্ধাৰণ বোলে বাপ সৱলোক কালি আসিবন্ত ।
গোপালেও তেনে হেন আজ্ঞা কৰিলন্ত ॥ ৯৩৮
ভকতসকল কালি আসিব ইথান ।
ভোজনক প্ৰতি সবে কৰিয়ো যতন ॥
খৰি পাত খুঁটি সত্বৰে আনিয়ো ।
লোণ তেল মৎস্য মাংস যতন কৰিয়ো ॥ ৯৩৯
ভকতসকলে তাঙ্ক যত্ন কৰিলন্ত ।
ভৈল বুলি গোপালৰ আগে কহিলন্ত ॥
ইসব কথাক আৰে এহিমানে থওঁ ।
আৰে ভক্তসব আসিবাৰ কথা কওঁ ॥ ৯৪০
গোপালৰ মাপৰিয়া যেখনে শুনিলা ।
তেখনবে পৰা সবে আলোচ কৰিলা ॥
প্ৰভাততে উঠি আসি একমতি হৈয়া ।
আসে সবে গোপালৰ থানক লাগিয়া ॥ ৯৪১
হেন বেলা কতো লোকে বুলিলা বচন ।
আসা সবে তুক্কি যাওঁ ঠাকুৰৰ থান ॥
কেহো জনে বোলে যাইবে নলাগে তথাক ।
অৱশ্যেকে ঠাকুৰে আমাক দিবে হাক ॥ ৯৪২
পুনু তাৰা বোলে কিক বাধা কৰা তুমি ।
ঠাকুৰৰ বোলে নিকি নযাইবোঁহো আমি ॥

এহি বুলি সন্নে ঠাকুৰৰ থানে গৈলা ।
ঠাকুৰেও তাসম্বাত কাৰণ পছিলা ॥ ১৪৩
তাৰাসন্নে অৱনতে বুলিলন্ত বাক ।
কালঝাৰ থানে লাগে আমাৰ যাইবাক ॥
নাপৰিয়া যাগৰ শুনিছো কিছুমান ।
এতেকে চুকিলো আসি আপোনাৰ থান ॥ ১৪৪
পুৰুষোত্তম ঠাকুৰেও মনে মহা কোপ কৰিলন্ত ।
ঠাকুৰৰ সবাৰো আগত বৰ শপত দিলন্ত ॥
নিষেধ মোহোৰ বচন বাধিবাক পাৰা যেন্নে ।
সি থানক প্ৰতি চলি যাইবা আজি তেন্নে ॥ ১৪৫
শুনিয়া ভকতসন্নে মহা দুখ মনে ।
পালটিয়া চলি যান্ত আপুন ভৱনে ॥
আগে যাৰা চুকিবাক প্ৰতি বাধিলন্ত ।
পুনু তাৰা সবাকো গৰিহা কৰিলন্ত ॥ ১৪৬
এহি সে কাৰণে আমি নেদো চুকিবাক ।
কদাচিতো নুশুনিলা তোৰাসন্নে হাক ॥
আন্নে কিয় সিথানক যাইবে নপৰিলা ।
কোন সতে পালটিয়া গৃহক চলিলা ॥ ১৪৭
যাগৰ বা নাপৰিয়া তৈত কেনমত ।
মৰিলা এহি বুলি দুইজন পাঠিলা ভকত ॥
কেনে তোৰা দুইজন যাহা কালঝাৰ থানে ।
জানিবানে জানি আসা তৈত নাপৰিয়া কত মান ॥ ১৪৮
দুজনলোক আমাৰ বাৰ্ত্তাক তাতে কহিবাহা তুমি ।
প্ৰেৰণ ঠাকুৰৰ বাধাতে সে নগৈলো হো আমি ॥
শুনি তাৰা তেতিক্ষণে দুয়ো চলি গৈলা ।
গোপালক যাই তথি প্ৰণাম কৰিলা ॥ ১৪৯

মোৰে বাপ সৱলোক আসে ভয় ঠাই।
ঠাকুৰে বাটত ৰাখিলেক শপতাই ॥
আপুনাক কাকু কৰি মাতি পঠাইলন্ত।
জানো বাপে আমাসাত মন দুখপান্ত ॥ ৯৫০
শুনিয়া গোপালে তেন্তে বুলিলন্ত বাক।
তাৰাসৱে ভাল মোৰ বুজিছা আমাক ॥
সাধৰৰ আতাৰ ভকত বুলি মাতিয়া পঠাইলোঁ।
ভকত নে ঠাকুৰে সে শুক্ৰ কৈল আন্তে সে জানিলোঁ। ৯৫১
ঠাকুৰৰ নুহি কিয় ঠাকুৰৰ বাধাত ৰহিব।
ভক্ত ? আমাৰ থানক কিয় লাগিয়া নাসিব ॥
এহি বুলি গোপাল তথাত ৰহিলন্ত।
তাৰা যাই ভকতসৱত কহিলন্ত ॥ ৯৫২
ভকতসকল শুনি পুনৰপি সৱে একমতি হয়া।
একমতি হৈ আসিলন্ত গোপালৰ থানক লাগিয়া ॥
আহিল সে গোপালৰ চৰণ সৱেও নমিলন্ত।
গোপালেও সভাক সাদৰ কৰিলন্ত ॥ ৯৫৩
আসনে বৈসাই গুৱা-পানে সংতোষিলা।
উত্তম কৰিয়া অন্ন ভোজন কৰাইলা ॥
কতো বেলি কথাৰ আলাপে আছিলন্ত।
প্ৰেমে দ্ৰৱ হয়া কতো ক্ৰন্দন কৰন্ত ॥ ৯৫৪
প্ৰহৰেক মানে বেলা তথাতে আছিলা।
তাৰাসৱে নিমেষৰ মান নজানিলা ॥
পুনু গোপালক সৱে প্ৰণাম কৰিয়া।
চলি গৈলা আপোনাৰ বাসাক লাগিয়া ॥ ৯৫৫

## দুলড়ি

শুনা আতপৰ দেৱ গোপালৰ
চৰিত্ৰ আৰো বিশেষ।
ভক্তসকলৰ জগত ক্ৰীড়া
ভকতসকল সহিতে গোপাল
বনত ছন্না প্ৰবেশ ॥
সন্নাকো চাহিয়া বোলন্ত এথাত
থাকোঁ আমি লুকি দিয়া।
দেখোঁ কেন মতে তোমৰাসকলে
পোৱা মোক বিচাৰিয়া ॥ ৯৬২
হেন বাণী শুনি পৰম হৰিষে
সৱেও চাই আছিলা।
হাবিত লুকালুকি
কৈতবা গোপাল লুকাইল তাহাৰ
উদ্দেশ কেহো নপাইলা ॥
ভকতসকলো পাত পাত কৰি
বিচাৰিয়া চাহিলন্ত।
গোপালক লাগ কেহোৱে নপাই
ভাগৰিয়া ৰহিলন্ত ॥ ৯৬৩
ৰাস-সময়ত গোপীৰ মধ্যত
যেন দেৱ যদুৰায়।
ভৈলা অন্তৰ্দ্ধান গোপীসকলেও
বিচাৰ কৰি নপায় ॥
অন্যোঅন্যে মিলি একমতি হুয়া
কীৰ্ত্তন কৰিবে লৈলা।
তবৰ লব্ধ এতেকে ঈশ্বৰ
আগতে বিদিত ভৈলা ॥ ৯৬৪

তাৰাসকলেও সেহিমতে তেত
বিচাৰ কৰি নপাই।
মতামতি কৰি এক ঠাই হুয়া
তথা দি আছন্ত চাই॥
কতো জেলি মানে বিস্ময় মৰাগে
ৰহিলা থেৱে তহিত।
এতেকতে দেৱ গোপালে সবাৰো
মধ্যত ভৈলা বিদিত॥ ৯৬৫
ভকতসৱক বোলে তাৰাসৱে
থাকা যাই লুকি দিয়া।
মই তোমাসাক পাওঁ কি নপাওঁ
চাওঁ আজি জিজ্ঞাসিয়া॥
গোপালৰ বাণী শিৰোগত কৰি
সৱেও লুকাইলা যাই।
একে নিমিষেকে গোপালে সবাকো
আনিলা বিচাৰি পাই॥ ৯৬৬
ভকজন লুকালত যেহি যেহি ঠাৱ গোপাল লুকাই
কেহোৱে লাগ নপায়।
কানেও নেপালে ভকতসকল লুকাইলে গোপালে
তেখনে পায়া আনন্ত॥
সেহি সময়ত এক বৰ্তা পক্ষী
বনত সোমাই আছিল।
গোপালৰ খোজে পৰি মৰি গিয়ো
অমৰ গতিক পাইল॥ ৯৬৭
গোপালৰ হেন অদভুত কৰ্ম্ম
দেখিলেক সৰ্ব্বজনে।

গোপালক তেৱে ঈশ্বৰ মানিয়া
চিন্তিবে লাগিলা মনে ॥
যাৰ মনে কিছু সংশয় আছিল
তেখনে দূৰ কৰিলা ।
গোপালক আগ কৰিয়া সবেও
গৃহে যাই প্ৰবেশিলা ॥ ৯৬৮
আৰো যে গোপালে পৰম হৰিষে
পোৰোলা-তীৰক যাই ।
সাধুসকলক দেখাইবে লাগিলা
জলৰ স্থিতিক চাই ॥
তথা নলডালি কাম্পে তৰতৰি
সোঁতত থিৰ নোহয় ।
গুৰুৰ দায়িত্ব সম্পৰ্কে শিক্ষা
গোপালে বোলন্ত ভকতসকল
গুৰুভাৱ যাৰা লয় ॥ ৯৬৯
এহি নলডালি সোঁতত যেহেন
ৰহিবে থিৰে নপাৰে ।
গুৰুভাৱ যাৰা লবে এহিভাৱে
হৈবাক লাগে সবাৰে ॥
জীৱক তাৰিবে সেস্থৰে নপাৰি
জানিবা তাক নিশ্চয় ।
গুৰু ভাৱ লৈলে অলপ ছিদ্ৰকো
কৰিবে লাগে সংশয় ॥ ৯৭০
একগুটি জীৱ যাত হন্তে তৰে
পুণ্যৰ নাহিকে পাৰ ।
একগুটি জীৱ যাত নষ্ট যায়
সিজে পাপ নিৰন্তৰ ॥

হেনয় পৰোক্ষ বুজিয়া গোপালে
গৃহক চলিয়া গৈলা ।
দায়াৰূপ ৰাণী শুনি সাধুসৱে
হৃদয়ে বান্ধিয়া লৈলা । ৯৭১

-0-

## ছুৰি

আৰ এক সময়ত জগৰা মিলিল আহি
জগৰৰ — তেৱে যাই ভকত সহিতে ।
কাৰণে — পোৰোলাৰ আগাৰিত বনমধ্যে লুকি দিয়া
বনবাস — ৰহিলন্ত গোপাল তহিতে ।
প্ৰাণীৰ সঞ্চাৰ নাই নিৰাহাৰে ধতু যায়
সাত দিন ভৈল উপবাস
সাঙ্গিনীয়া — তথাৰ ওলাই আসি আৰো এক বন পশি
উপোন — সেহি থানে কৰিলা নিবাস ॥ ৯৭২
নলৰ লগাই খুটা বাসা খানি সাজিলন্ত
তৈতে এক জোপা বতা * পায়া । [* কচু পাঠান্তৰ]
বনমধ্যে বিচাৰিয়া দুইগুটি কোমোৰা আনি
ভুঞ্জিলন্ত ৰন্ধন কৰিয়া ।
ভোজনৰ অৱসানে ভকতসকল মানে
গোপালক আবৰি বসিলা ।
হৰি-কথা — গোপালেও হৰি-কথা অমৃত ঢালিবে লৈলা
শুনিয়েই — শুনি সৱে ক্ষুধা পাসৰিলা ॥ ৯৭৩
ভোক — ভকতৰ যেন ভাব হৈবাক লাগয় তাক
গুচিল — সিৰেলা গোপালে কহিলন্ত ।

শাক কচু কন্থা কানি আপুনাক হীন মানি
ভকতৰ স্বভাৱ — যাবাসয়ে ধৰ্ম্ম আচৰয় ॥
কেনে হ'ব — তাৰা সে হৰিক পায় যাৰ একো স্পৃহা নাই
লাগে — জানি তাক দুখ নকৰিবা ।
গায়ে কানি কন্থা উৰি ভিক্ষায়ে ভোজন কৰি
তোৰাসয়ে ধৰ্ম্ম আচৰিবা ॥ ৯৭৪
সি বেলা বনৰ মাজে যিমান কৈলেক কথা
কোনে কহি সীমা পাৱে তাৰ ।
ভকতসকলে শুনি শাৰীৰকো পাসৰিলা
ক্ষুধা কোন হোৱে তাসম্বাৰ ॥
জগন্না গুচিল যেৱে ভকতসকলো তেৱে
গোপোলো গৃহক প্ৰবেশিলা ।
গোপালৰ প্ৰসাদত দুৰ্ল্লভ ভকতি-ধৰ্ম্ম
পায়া তাৰাসব সুখী ভৈলা ॥ ৯৭৫
আৰো এক দিনা ভৈত একাদশ আতাইৰ যে
একাদশৰ — ভাৰ্য্যা তাৰা কাণে নুশুনন্ত ।
জনিবাৰৰ দুঃখ- — দশগোটা মানে কিল দিবোঁ আজি তোক হেম
নিবেদন — ক্ৰাক্ক্য একাদশে বুজিলন্ত ॥
শুনি তাৰা মহাদুঃখে গোপালৰ পাৱে পৰি
হুমহুমি কান্দিবে লাগিল ।
মই কি দশোটা কিলা সহিবাক পাৰোঁ বাপ
মোক কিয় ইবোল বুলিল ॥ ৯৭৬
গোপালে কটাক্ষে হাসি বোলে একাদশ তুমি
আৰা দেখোঁ বৰ দুঃখ পায় ।
গোপালে — দশগোটা কিল আক্ষ কেন মতে যাতিআহা
একাদশক — তোমাত সিজিল কিছু দায় ॥

শুধবালে  একাদশে বোলে বাপ   যেন লাগে বুজিয়োক
আমি নি কি নকৰিবোঁ তাক ।
শুনি তাৰা কিছুমান   হৰিষ লভিলা মনে
গৈলা তেৱে আপোন থানক ॥ ৯৭৭

* * *

পদ

এদিনা গোপালে নামঘৰত আছন্ত ।
ভকত সহিতে বসি হৰিগুণ গান্ত ॥
নাম অৱসান কৰি পাঠ আৰম্ভিলা ।
গোপালে চৰিত্ৰ কথা কহিবে লাগিলা ॥ ৯৮১
কথা-সাগৰৰ  শুনন্ত ভকতসবে পৰম হৰিষে ।
কথা-শুনি  সম্যকে কৰ্ণত যেন অমৃত বৰিষে ॥
আপোন-  শুনন্তে শুনন্তে অতি ৰং বাঢ়ি যায় ।
পাহৰা  শৰীৰকো পাসৰি থাকন্ত সমুদায় ॥ ৯৮২

* * *

এতেকে গোপালো গৈলা আপোন ভৱন
ভকতসকলো চলি যায় নিজ স্থানে ॥ ৯৮৫
অন্যান্যে গৈয়া তথা হৰিগুণ গান্ত
কতো বেলি গোপালৰ চৰিত্ৰ কহন্ত ॥
প্ৰেম-সাগৰত লোক সকলি মজিল
প্ৰেম-সাগৰত  গোপালত সবাৰো ঈশ্বৰ-বোধ ভৈল ॥ ৯৮৬
পৰি ঈশ্বৰ  সমস্তে হৰিষ নিজ ৰূপক দেখিয়া ।
বোধ  দ্ৰৱ ভৈল চিত্ত অতি নধৰন্ত হিয়া ।
ইসব কথাক আৰে এহিমানে থওঁ ।
শুনা আত পৰে যেন ভৈল তাক কওঁ ॥ ৯৮৭

দ্বিজ মুৰাৰি আতাইৰ নিষ্কাম ভক্তি

খোৰামোচৰৰ বুঢ়া মুৰাৰি আতাই।
কতো দিনা আছে যেহে গোপালৰ ঠাই ॥
দেৱ গোপালেৰ শুদ্ধ ধৰ্ম্মৰ লভিয়া।
সন্তোষে বাহুল্য কথা অমৃতক পিয়া ॥ ১৮৮
মহা বিচক্ষণ ৰূপ দেখি গোপালৰ।
মনত হাৰিষ আতি শ্ৰেষ্ঠ বস্তৰ ॥
তান্ক প্ৰতি গোপালৰ বাৰ কৃপা ভৈলা।
এক দিনা মাতি হেন বচন বুলিলা ॥ ১৮৯

আচাৰ্য্য পাতিবলৈ গোপালৰ ইচ্ছা-প্ৰকাশ

বোলে গুৰু আমাৰ বচন নৰাখিবা।
এহি ধৰ্ম্ম লৈয়া তুমি লোকত কহিবা ॥
যেন মতে জীৱসব তৰায় সংসাৰ।
তুমি সবে লোকৰ চিন্তিবা উপকাৰ ॥ ১৯০
শুনি তাৰা দেৱ গোপালক প্ৰণামিয়া।
বুলিবে লাগিলা আতি কাৰুণ্য কৰিয়া ॥
কদাচিতো বাপ ইটো ভাৰক নলৈবো।
যেন মতে আপোনাৰ কুশল সাধিবো ॥ ১৯১
এহি আশে ভজি আছো তয়ু চৰণত।
কিঞ্চিতেকো আন ইচ্ছা নাহিকে মনত ॥
ইটো সম্পত্তিক সিৰাজ্যত এৰি আইলো।
দাসভাৱ হুয়া তয়ু চৰণে ভজিলো ॥ ১৯২
কদাচিতো দাসভাৱ নখণ্ডিবা স্বামী।
তয়ু নিজ ভৃত্যৰ কিঙ্কৰ ভৈলো আমি ॥
জন্মেজন্মে এহি চৰণত হোক আশা।
কায়-বাক্য-মনে মই কৰিলো ভাৰসা ॥ ১৯৩
শুনিয়া গোপালে বৰ সন্তোষ লভিলা।

ভাটি দিলাহো

সাধু সাধু বুলি মনে প্ৰশংসা কৰিলা ॥

এই পদ নোলোৱা বাবে সন্তোষ প্ৰকাশ

মোৰে সম্পত্তিক আনে যতন কৰয় ।
যাচি বুলিলেও তক্তো আৰো নলৈয় ।। ৯৯৪
আৰো মোৰে গুৰু মোক সন্তোষ কৰাইলা ।
অনায়াসে তুমি অপাৰ্থ পদ পাইলা ।।
কিঞ্চিতেকো নকৰিবা মনত সংশয় ।
তেজাহা কৃতাৰ্থ মই বুলিলোঁ নিশ্চয় ।। ৯৯৫
দেৱ গোপালৰ হেন প্ৰসাদ লভিলা ।
বাপ মুৰাৰি আছা এহিতে বাহিয়া ।।
ইসব চৰিত্ৰচয় সম্বৰিয়া লওঁ ।
শুনা আৰো গোপালৰ পুণ্য কথা কওঁ ।। ৯৯৬
এক দিনা নিত্যানন্দ গুৰুৰে আসিয়া ।
গোপালক বুলিলন্ত কাৰুণ্য কৰিয়া ।।
বাপ এহিমানে কৃপা কৰিয়োক মোক ।
দশপাৰ ঘোষাক বিভাগ কহিয়োক ।। ৯৯৭

দশপাৰ ঘোষাৰ অৰ্থ ব্যাখ্যা

গোপালে কহিলা তাক ভাগ ভাগ কৰি
শুনিলন্ত নিত্যানন্দ গুৰু কৰ্ণ ভৰি ।।

আৰো বুলিলন্ত তাক মধুৰ বচনে ।
ইটো ঘোষা তুমি পুছিলাহা কি কাৰণে ।। ৯৯৮
আৰ কি অৰ্থক তুমি বুজিবে পাৰিবা ।
কেন মতে লৈয়া তুমি লোকত কহিবা ।।
আতা মাধৱেও আউজ হয়াছে পূৰ্ব্বত ।
ঘোষা কৰি থুলিলন্ত আপুনি মনত ।। ৯৯৯
মোৰে ঘোষা স্তুতি কৰিলোঁহো কি কাৰণে ।
ইহাৰ অৰ্থক আৰে জানিবেক কোনে ।।
যেহি মোহ প্ৰকাৰে কি নকৰোক আৰ ।
কদাচিতো নপাৰিবে আউজ মাৰিবাক ।। ১০০০

এতেকে ঘোষাক কাটি শুচাইবে চাহিলোঁ।
আগে কৰিলোঁহো যাতো তাক সে ৰাখিলোঁ॥
এহি বুলি মাধৱে নিচুকি ৰহিলন্ত।
কৃপাযুক্ত হুয়া পাছে মোত কহিলন্ত। ১০০১
শুনি নিত্যানন্দ গুৰু মাথা চপৰাইলা।
গোপালক প্ৰণামি বাসাক চলি গৈলা॥

× × ×

একদিনা গোপাল বসি হৰিষে আছন্ত।
ভকতসৱক হেন বাক্য বুলিলন্ত॥
শুনিয়ো ভকতসৱ আমাৰ বচন।
লাগি নৃপতিক দেখি আছা কোনজন॥ ১০০৩
যাৰা নতু দেখে তেৱে দেখিয়ো আমাক।
আমাক চাহিলে জানা দেখিয়া ৰাজাক॥
লাগি ৰজাৰ প্ৰশংসা মইএৰে নৃপতিৰ একে থান মান।
মোক দেখিলাত আৰ নলাগে প্ৰমাণ॥ ১০০৪
সি কি ৰাজা ৰাজ্য ভুঞ্জি কুশলে আছন্ত।
আছা বুলি ভকতসকলে কহিলন্ত॥
আৰো বহুমতে তাঙ্ক প্ৰশংসা কৰিলা।
ইহাৰ দিনত হৰি-ভকতি জন্মাইলা॥ ১০০৫
তাহুপৰে নাহি আউৰ উত্তম নৃপতি।

* *

একদিনা গোপালে ভক্তসৱক বুলিলা।
মাধৱদেৱৰ তিথি উৎসৱ সমীপতে আতা মাধৱৰ তিথি ভৈলা॥
তাঙ্ক কৰিবাক প্ৰতি লাগয় যতন।
শুনিয়া ভকতসৱ ভৈল হৰষমন॥ ১০০৭

আয়োজন

যাক যি কাৰ্য্যক আজ্ঞা গোপালে বুলিলা ।
মনত তৰিমে সবে কৰিবে লাগিলা ॥
কতো লোকে সজ্জ-মণ্ডপক আসনন্ত ।
হাতে কেৰ ধাৰি সঙ্গে বহন কৰন্ত ॥ ১০০৮
সি বেলা গোপাল আসি তথাতে মিলিলা ।
মহাজনসকলো জগতে চলি আইলা ।

গজলাৰ যদুমণিৰ প্ৰতি সন্তোষ

গজলাৰ বাপে কোৰ ধৰিয়া আছয়
সম্বাতো অধিক কাম তাৰা সে কৰয় ॥ ১০০৯
গোপালে দেখিয়া বৰ সন্তোষ লভিলা ।
তাহাৰ দোপাতী বস্ত্ৰ সোলকাই লৈয়া ।
দুইহস্ত মেলি তাক দিবাক খোজন্ত ।
দেখি বাপ যদুমণি পাছু হুচিলন্ত ॥ ১০১০
গোপালে বোলন্ত বাপু লৈয়ো বস্ত্ৰখানি ।
জানু পাতি নলবো বুলিলা যদুমণি ।
বৰ যদুমণি বাপে বুলিলন্ত নয় ।
ইটো প্ৰসাদক সখি লৈবাক লাগয় ॥ ১০১১
তাৰা বোলে মিতা কেন বোলা হেন বাক ।
প্ৰসাদ বুলিবে মই নপাবো ইহাক ।
পূৰ্ব্বত আসিয়া যিটো প্ৰসাদ লভিছো ।

ভক্ত যদুমণিৰ নিষ্কাম সেৱা

অদ্যাপিও ইচ্ছা মই তাকে সে কৰিছো ॥ ১০১২
আতো মোক ধন-ধান্য অন্ন-বস্ত্ৰ দিব ।
ইটো আশা তেজে ঐক নলাগে আসিব ॥
এহি বুলি যদুমণি মৌন হুয়া বৈলা ।
শুনিয়া গোপালে পুনু বচন বুলিলা ॥ ১০১৩
মই স্নেহ কৰি দিও তথু ইচ্ছা নাই ।
একেকে তোমাত কিছু জগৰে নপায় ॥

এহি বুদ্ধি গোপালে পাত্রত দিয়া দিলা ।
বাপ যদুমণি তেবে সাদৰিয়া লৈলা ॥ ১০১৪
× × ×
আছিলা স'ৰাম দেৱ গোপালৰ থানে ॥ ১০১৫
'মিলত ইৰাজ্যক প্রতি যেহে স'ৰাম আসিলা ।
ঈশ্বৰত্বৰ গোপালৰ ঈশ্বৰ-ভাৱক দৰশাইলা
কথা খাটে হেন কথা গোপালে তথাত শুনিলন্ত ।
গোপালৰ স'ৰামক বহুত গৰিহা কৰিলন্ত । ১০১৬
অসন্তোষ গোপালৰ মনে বৰ বিষাদ মিলিল ।
দেখি বাপ বৰ যদুমণিয়ে পুছিল ॥
বোলে বাপ স'ৰামৰ কেন খানি হৈব ।
ইকথাক আপোনাত লাগয় পুছিব ॥ ১০১৭
শুনিয়া গোপালে পুনু বুলিলন্ত বাক
স'ৰামৰ আগে কিছু দায় ধৰিবাক ॥
ইকথাক তাক কোনে পাকিয়া পঠাইলে ।
কেনমতে গৈয়া লোকসবত কাহিলে ॥ ১০১৮
এতেক বুলিয়া তথা গোপাল ৰহিলা ।
বাপ যদুমণি তাক মনে নসহিলা ॥
গজলাৰ বাপে সি কথাক নসহিলা ।
বোলে পিতা কিয় তুমি আক সেই দিলা ॥ ১০১৯
স'ৰামে বুজিয়া আছে স্বৰূপ ৰতন ।
তেতে কোন খানি আছে লাগিব দৰ্পণ ॥
এহিমতে দুয়োজনে সংবাদ কৰিল ।
স'ৰাম আতাই গৈয়া তথাতে মিলিলা ॥ ১০২০
আতা দেখো স'ৰামক মাত লগাইলন্ত ।
আমাসবে কি কাৰণে দায়ক ধৰন্ত ॥

যদি দায় হৈল কিয় মাতিব গোঁসাই ।
আমি তাৰ নবুজিলোঁ তাৰ অভিপ্ৰায় ॥ ১০২১
এক দিনা গোপাল পথত চলি যায় ।
পক্ষীয়ে ভক্ষকৰ বৃক্ষ এক আগে দেখিলন্ত ॥
মলমূত্ৰৰ বহুত পক্ষীয়ে তাত পৰিয়া থাকয় ।
ভৎসা গন্ধৰ নাদ মূত্ৰে ধৌতবৰ্ণ পত্ৰ মাহিকয় ॥ ১০২২
গোহৰণেৰ গোপালে পুছিলা তেৱে ভকতসৱত ।
শুকৰ তোৰা কি জানাহা হিটো বৃক্ষ কেন মত ॥
দায়িত্ব শঙ্কা অনেক পক্ষীয়ে দেখোঁ আত বসাহয় ।
আন বৃক্ষসৱ আছে তাত নপৰয় ॥ ১০২৩
ভকতসকলে বোলে নজানোঁহে আমি ।
যদি দায়া থাকে তেৱে কহিয়োক স্বামী ।
গোপালে কহিলা পাছে ভকতসৱত ।
বৃক্ষে শুক পক্ষী শিষ্য আছিল পূৰ্ব্বত ॥ ১০২৪
তাসম্বাৰ কুশল সাধিবে নপাৰিলা ।
সি কাৰণে শুক আসি বৃক্ষ জন্ম হৈলা ।
শিষ্যসৱে পক্ষী হুয়া তাতে পৰকয় ।
যি কৰণে আৰা সেয়া পূৰ্ব্বে লৈয়াছয় ॥ ১০২৫

* * *

## ছবি

এদিন গোপালদেৱ ভকতসৱৰ মাধ্য
ঘেৰে মহা হৰিসে আছন্ত ।
শুৱাত লগাই সেহি সময়ত তাৰা শুৱাৰ কণটি পাঞা
মূলতত্ত্বৰ কণ্ঠাৰীৰ আগত হৈলন্ত ॥

বিচার — ভকতসকল চাহি কটাক্ষ করিয়া হাসি
বোলে শুনা মোহো : বচ।
একোণা — একগাছি গুৱা কোনে ফল পাত শিফ মূলে
তামোল — গিলিবাক পাৰে এবি ক্ষণ ১০৬১
কোনে গিলিব — গিলিবাক পাৰা যেৱে ক হয়ো আমাত তেৱে
পাৰে ? — এহি বুলি গোপালে পুছিল ।
ভকতসকল মানে অন্যে অন্যে গুণি মনে
একো তাৰ উপায় নপাই ।
কেহো জনে বোলে থাক হৈব নুই গুণিবাৰ
পাৰি আন নেদেখোঁ উপায় ।
শুনিয়া গোপালে তেৱে ভক্ত সকল প্ৰতি
বলিলন্ত বচন দুনাই ॥ ১০৬২
তোমৰাসকলে দেখোঁ ভয়াগা হুই গিলিবাক
কেহো জনে সাস নকৰিলা ।
এখনে গিলিবোঁ আমি চাহি থাক সবে তুমি
এহি বুলি কটাৰী লৈলা ।
কটাৰীৰ আগ হন্তে কণগুটি মুখে লৈয়া
ততিক্ষণে গিলিয়া পঠাইল
যোৰন্ত গোপালে আৱে ফল মূল শিফ পাত
ইহাৰ জগতে সবে গেলা । ১০৬৩
এহি কণগুটিৰে সে পাজি হোৱে গুৱা গাছি
ফল মূল শিফা পাত হয় ।
কণগুটি গিলিলাত গুৱা গাছি গিলা ভৈলা
আক আৱে জানিবা নিশ্চয় ॥
ইটো গুৱা গুটি আন পাজিবাক নপাৰয়
যি কাৰণে কণহীন ভৈলা ।

এহিমতে গোপালেয়ো আতে অপাই হৰিকথা
নানা ভাৱে কহিবাক লৈলা ॥ ১০৩৪
ভকতসকলে তথা কথাৰস পান কৰি
পৰম হৰিষে ৰহিলন্ত ।
গোপালেয়ো হৰিকথা অনুদিনে ভাঙে বাকি
সমস্তকে সুখী কৰিলন্ত ॥
ইসব চৰিত্ৰচয় সামৰি থৈলোঁহো এথা
শুনা আৰো থিৰ কৰি চিত্ত ।
গজলাৰ গজলাৰ যদুমণি বাপ আসিবাৰ কথা
যদুমণিৰ কিছুমান কৰিবো বিদিত ॥ ১০৩৫
প্ৰতি তিনটি বাপ যদুমণি ঐক যিবেলা আসিবে চাহ
উপদেশ গোপালে বলিলা হেন বাক ।
শুনা আৰে যদুমণি তিনি গোটা কাৰ্য্য আমি
বাধা কৰি পঠাওঁ তোমাক ॥
(১) দুপৰৰ এক গোটা কাৰ্য্য তুমি দুপৰৰ চাউল মুঠি
চাউল লধুৱাক জাগি নসা খিবা ।
লধু জিলৈ আৰো তমু বস্ত্ৰ সাজ যিথানি মিশ্ৰয় মানে
মাৰ্গাচিবা স্ত্ৰীক ভণ্ডাৰী নপাতিবা ॥ ১০৩৬
(২) স্ত্ৰীক ভকতক দেখামাত্ৰে প্ৰাণতো অধিক কৰি
ভঁৰালী শুশ্ৰূষা কৰিবা ভালমতে ।
নেপাতি এহিভাৱে ৰক্ষিবাক পাৰা গৈয়া তৈত যেৱে
ভকতক সমস্তকে পাইবাহা হাততে ॥
শুশ্ৰূষা কৰিবা আৰো তুমি সি ৰাজ্যত সম্পত্তিক অৰ্জিবাহা
(৩) সম্পত্তি তাতো মোৰ বণ্টন নেৰিবা ।
লাভ আমাৰ বাক্যক যদি ৰক্ষা কৰিবাক পাৰা
কৰিলেও তেহে মহা সুখতে বঞ্চিবা ॥ ১০৩৭

মোৰ বাক্য নেৰিবা

প্ৰিয় গোপালৰ হেন পৰম কৃপালু বাক্য
শুনি তাৰা হৰিষ লভিলা।
অনন্তে গোপালক পৰিয়া প্ৰণাম কৰি
চৰণৰ ধূলি শিৰে লৈলা ॥
গোপালৰ মহিমাক সুমৰি সুমৰি মনে
প্ৰেমে চিত্ত ধৰিতে নপাৰে।
গোপালৰ ৰূপ গুটি হৃদয়ে বান্ধিয়া লৈয়া
আসিলন্ত দেশে আপোনাৰে ॥ ১০৩৮

---

## ছবি

এক সময়ত বসি প্ৰসঙ্গত
গোপাল থেৱে আছিলা।
ভকতসৱৰ আগে ভৱিষ্যত
কথা কহিবাক লৈলা ॥
গোপালে যেৱোন্ত ভকতসকল
কহো মই তোমাসাত।

অসম সম্পৰ্কে ভৱিষ্যবাণী

অসম দেশত যৱন উঠিয়া
কৰিবে মৰ বিঘাত ॥ ১০৩৯
জয়ধ্বজ নাম নৃপতিও ভাগি
লুকায়া যাই ৰহিব।
ৰাজাৰ নগৰ পশিয়া যৱনে
সমস্তে চুন্ন কৰিব ॥
গ্ৰামী লোকমানে ঘৰবাৰী এৰি
পলাইবে পুনি মণাই

গোপালে বোলন্ত শুনিয়ো ঠাকুর
কহোঁ নাই অভিপ্ৰায় ।
বিষয় কথা সে কহিছোঁ যি কিছু
আন প্ৰয়োজন নাই ॥
ঠাকুৰেও আৰো বুলিবে লাগিলা
বিস্ময় মানিয়া থনে ।
পৰামৰ্শ কথা কহিবাৰ ঠাই
আছয় সমস্ত থানে ॥ ১০৪৪
বিষয় কথাৰ সজাতী জনক
বিচাৰ কৰি নপায় ।
আৰা যদি যা। ভৈল তোমাসাৰ
বিশ্বাস কথাৰ ঠাই ॥
যাতো আৰোসবে তত্ত্ব উপদেশ
শুদ্ধভাৱে আচৰিলা ।
এতেকে তোমাৰ বিষয় কথাৰ
সজাতৰ পাত্ৰ ভৈলা ॥ ১০৪৫
তাক এহিমতে প্ৰশংসা কৰিয়া
ঠাকুৰে গৃহক গৈলা ।
যাপ যে শ্ৰীৰাম সহিতে গোপালো
বাসাক যাগি আসিলা ॥
পুৰুষোত্তমৰ কথামতে ধৰপেটাত শুক-বিচাৰ পোৰ ভিঠা থানে পৰম আনন্দে
গৈয়া থেৰে একবাৰ ।
ঠাকুৰৰ বাক্য তত্ত্বসমূহ
কৰিলা শুক-বিচাৰ ॥ ১০৪৬
সিবেলা গোপাল তথাতে আছন্ত
তাৰায়ো থেৰে শুনিলা ।

সন্ন্যাসীক পাছ কৰিয়া গোপালে
আপুনি সিদ্ধান্ত দিলা ॥

গোপালৰ সিদ্ধান্ত "মাধৱ আমাৰ গুৰু, গুৰুৰো গুৰু শঙ্কৰদেৱ"

গোপালে বোলন্ত পৰম আনন্দ
ভাল পুছি আছা তুমি ।
দেৱ মাধৱক পৰম ঈশ্বৰ
গুৰু মানি আছোঁ আমি ॥ ১০৪৭
গুৰুৰো পৰম গুৰু যে শঙ্কৰ
কহিলোঁ আমি নিশ্চয় ।
ঠাকুৰে আতাক জেঠা পাঠ ধৰে
তাৰা বা কাক মানয় ॥
তোৰ ঠাকুৰেৰো শঙ্কৰদেৱক
নপৰে দুইৰো মনত ।
তোৰা দুই কাক আনিবে পাৰিছা
চাহিয়ো গুৰু মনত ॥ ১০৪৮
আমাত ই কথা পুছিবে নলাগে
আপুনি আত্ম সাৰিবা ।
ঊৰ্দ্ধবাহু হয়া বানা বান্ধি লৈয়া
আমাৰ কথা কহিবা ॥
গোপালে সন্ন্যাকো আশ্বাস কৰিয়া
চলি গৈলা নিজ থানে ।
পৰম-আনন্দো ঠাকুৰৰ থানে
গৈলা অসন্তোষ মনে ॥ ১০৪৯

* × × *

---

* অৰ্থাৎ পৰমানন্দ ঠাকুৰ, ( নাৰায়ণ ঠাকুৰৰ পুত্র ) বৰপেটাৰ পুৰুষোত্তম ঠাকুৰৰ আদেশ লৈ আহিছিল-সম্পাদক ।

## পদ

শুনা আতপৰে সামাজিক এক চিত্তে।
কেশৱ ঠাকুৰে যেন কৰিলা তহিতে॥
গোপালৰ শয়ন সময় যেবে ভৈলা।
আই আসি সিবেলা চৰণ পখালিলা॥ ১০৫৪
কেশৱক প্ৰতি তেৱে মাত লগাইলন্ত॥
পাদুকাৰে পানটি খুৰিক আনিবাক বুলিলন্ত॥
তালৰজোৰা শুনি তাৰা দুয়ো হাতে দুই পাটি লৈলা।
তাৰে দূষণ তাৰ দ্বাৰা তাক টান কৰিয়া বজাইলা। ১০৫৫
শুনিয়া গোপালে ৰব দুখ কৰিলন্ত।
ইহাৰ বাদ্যক ভকতগণে শুনিলন্ত॥
আতপৰে কোন আন আছয় দূষণ।
তাঙ্ক তাতে বুলিলন্ত পৰিহা বচন॥ ১০৫৬
আৰো এক গোটা কৰ্ম্ম ঠাকুৰে কৰিলা।
ভোজনৰ পাত পাৰিবাৰ ভিতো শুচিক ৰাখিলা॥
ভেটি ৰন্ধাত আপুনি গোপালে তাঙ্ক চাঁচি শুচাইলন্ত।
আপত্তি সি থানত তেৱে সে ভোজন কৰিলন্ত॥ ১০৫৭
সুন্দৰীদিয়াত এক দিনা গোপালে সুন্দৰী-দিয়া যাই।
ধূলাৰ্ণৱ- সেহি বেলা এক নাট পাতিলা গোসাঁই॥
লীলা ধূলাৰ্ণৱ থান লৈয়া পথত পাইলান্ত।
পূৰ্ব্ব দিশ হন্তে আৰো বতাস বহন্ত॥ ১০৫৮
তথাতে গোপালে আক স্তুতিয়া ৰহিলা।
লৰৰ দিবাক আজ্ঞা সবাকো কৰিলা॥
শুনিয়া ভকতসবে লৰৰ দিলন্ত।
তথাতে গোপালে ভাটী হুয়া ৰহিলন্ত॥ ১০৫৯

সন্তৰে ধূলা আসি শৰীৰ ঢাকিলা।
গোপালে হৰিষমনে গাত মলচিলা।
ভক্তৰ ভুওযেম গোবিন্দক পাছে ঘানিলন্ত।
ধূলা গ্ৰহণ সেহি ধূলা হৃদয়ত মচলি লৈলন্ত ॥ ১০৬০
তেৱে সে ভকতসৱে মন কৰিলন্ত।
গোপালৰ পাৱত পৰিয়া মাগিলন্ত।
ভকতজনক হৰি সদা দেখয়।
ভকতেও হৰি বিনে দেখি নজানয় ॥ ১০৬১
হেন ভাৱ গোপালে তাহাত দেখাইল।
আপোনাৰ গুহক এতেকে আসিলন্ত ॥
ইসব কথাক আৰে এখিমানে থওঁ।
দুইবৰুৱাৰ দুই বৰুৱাৰ চৰিত্ৰক কিছু কওঁ ॥ ১০৬২
কাহিনী জয়কৃষ্ণ ৰামদেৱ দুই মহাশয়।
নিতাতে গোধূলা আসি প্ৰসঙ্গ কৰয়।
গোপালে পুছিলা তেৱে তাৰা দুইজনতে।
নিশা ভৈলে তোৰাসব যাইবা কেনমতে ॥ ১০৬৩
গুহক লাগিয়া দেখোঁ বহুত অন্তৰ।
শুনি তাৰাসৱে দিলা সাদৰে উত্তৰ ॥
তিনি থান থান আমি আছোঁ ভোখা থৈই
তিনি গোটা অৱৰে তিনিটকা পাওঁগৈ ॥ ১০৬৪
শুনিয়া গোপালে তাৰ দিলা সমিধান।
ভক্ত পতীৰ কথা-শুনা পুৰুষৰ এহি নকি থান ॥
ভাবাদৰ হ'ব তোৰা যেহে জন মাৰা যাহাতে পৰ্থত।
লাগে হৃদয়ৰ ঈশ্বৰক এবাহা কাহাত ॥ ১০৬৫
কথা-শুনা পুৰুষৰ কাহোঁ যেন নয়।
একজনে সাত গোটা কিল পাইছয় ॥

তাৰ কি মন্ত্ৰৰ দিবে আছয় শকতি।
আৰো যেন শাণ্ডি নাৰী ভৈল গৰ্ভৱতী ॥ ১০৬৬
গৰ্ভভৰে নিতে হুয়া আসে আসকত।
হৰি-ভক্তসৱৰো জানিবা সেহিমত ॥
আৰো যেন কমে ডিম্ব মাহত ধাৰে।
প্ৰাপ্ত বৎসৰে তাক আনিতে নপাৰে ॥ ১০৬৭
চৰ সেইমতে দিয়া অস্থিত প্ৰেৰয়।
ধৰ্ম্ম গুনা পণ্ডিতসৱে জানা সেহি লক্ষ ॥
শুনি তাৰ সুবচনে মহা পৰবইলা।
সেহি দিনা হন্তে আৰো লৱৰ নেদিলা ॥ ১০৬৮
অৱশেষ — আৰো যে গোপালে সম্ম ভোজন কৰয়ন্ত।
এৰো যাবে — এজন ভকতে আসি লোক পুজিয়ন্ত।
দুপ্য — তোমানৰ অৱশেষ বুলিলা নেদিলা।
খোজন্তাজনৰ বহু সেৱক কহিলা ॥ ১০৬৯
নৰহৰি গুৰু এক কৰ্ম্ম কৰিলন্ত।
গোপালৰ পানটি খুৰিক দেখিলন্ত ॥
পাদুকা — সেহি ক্ষাম যাক্তে তাৰ মাথাক লগাইলা।
ভগলা বানে — তাতে বহু দোষ বুলি গোপালে কহিলা ॥ ১০৭০
জগৰ — পোৰাভিঠা লাগি দেন্ত ভকত পঠাই।
বৰাপটাৰ — ঘোষাৰ জাতক তৈত শুনি আসা যাই ॥
ঘোষাৰ জাত — তাৰাসৱে ঘোষা তৈত গায় কেন মতে।
তুমি সৱে শুনিয়া থাকিবা ভালমতে ॥ ১০৭১
তুমি সৱে আসি ঐত গাইবে পাৰা যেনে।
দিনা চাৰি শুনিয়া আসিবা সাৱধানে ॥

তোমা বোলে নাই বাপ সিমান শকতি ।
হেনয় জনৰ বাপ হৈব কোন গতি ॥ ১০৭৮
মোতে তোমা মনক গোপালে বুজিলন্ত ।
ঘোষা-পুথিখানি আনি তেওঁৰ সে দিলন্ত ॥
ঘোষা-পুথি — এহি ঘোষাখানি তুমি আগ কৰি থৈবা ।
আগত থৈ — তথা থৈয়া এহি ধৰ্ম্ম আপুনি কৰিবা ॥ ১০৭৯
উপদেশ — গোপালসৱ হেন যেবে আদেশ পাইলন্ত ।
দিবলৈ — বাপ অনিৰুদ্ধ ইহাক আসিলন্ত ।
...গতি — গোপালো হৰিষে যেৱ তথাতে ৰহিলা ।
তীৰ্থ ফুৰিবলৈ — তীৰ্থ ফুৰিবাক লাগি ভকত পাঠাইলা ॥ ১০৮০
আদেশ — বোলে যত শৰণ লৈবাক পাৰি নাই ।
মই দিলোঁ তোমে তাক লৈয়া ক [illegible] ॥
যাহাৰা সঙ্গৰ আছে তাক লৈয়া ৰঙ্গা ।
তীৰ্থক ভ্ৰমিয়া ঐক সত্ৰক আসিয়ো ॥ ১০৮১
বাপ যদুমণি বোলে মই বুজিলোঁ ।
আপোনাৰ যিবা আছে তাকে লৈয়া যাইবো ॥
এহি বুলি তাৰাসৱে তীৰ্থে চলি গৈলা ।
কতো দিনমাজে তথি পুনু হো আসিলা ॥ ১০৮২
তেবে কেনা মানে তাৰাসৱো আসিলন্ত ।
যদুমণিৰ — বাপ যদুমণিৰ মৰণ শুনিলন্ত । *
আকাঙ্কৰৰ — একতোলা সোণা একাদশত আছিলা ।
জনৰৰ — তাক নিয়া গোপালদেৱৰ আগে দিলা ॥ ১০৮৩
বোলে বাপ যদুমণি বিত্তখানি থৈছা ।
আপোনাৰ আদেশে তীৰ্থক চলি গৈলা ॥

---

* পাঠান্তৰ—হেন বেলা যদুৰ মৰণ শুনিলন্ত ।

তেতে যেন মৃত্যু তেন হেনয় শুনিলোঁ।
আপুনাৰ আগত এতেক আনি দিলোঁ॥ ১০৮৪
'মনহৈল গোপালে বোলন্ত এতো শঙ্কা নকৰিবা।
দুপনীয়া পৰন্তই দুপৰতে এথাতে দেখিবা॥
নাই"— যি কাৰণে বিশ্বাসি তোৰ কৰি থৈলা।
গোপাল ইয়ো কথাখানি তোমা এতেকে কহিলা॥ ১০৮৫
হেন জানি তেহো গৈলা আপোনাৰ থানে।
গোহাঁনে মাতক দিবা পাইলা বিদ্যমানে॥
তাহে যেন্তে আদেশ গোপালে কৰিলন্ত।
তেন্তসবকো আসি তথাতে পাইলন্ত॥ ১০৮৬
গোপালৰ পাৱে সবে প্ৰণাম কৰিয়া।
আছিলন্ত গোপালক শুশ্ৰূষা কৰিয়া॥
এহিমতে সাধুসঙ্গ ধৰ্ম্ম আচৰয়।
গোপালদেৱক মহা সন্তোষ কৰয়॥ ১০৮৭
গোপালৰ শুদ্ধ উপদেশ সবে পাই।
শৰীৰকো পাসৰি আছিল সমুদায়॥
প্ৰেম ৰসত ডুবি গোপালৰ প্ৰেমৰসে সবে ডুবিলা।
সকলো এক- এক জীৱ প্ৰাণ হৈয়া সবে থাকিলা॥ ১০৮৮
জীৱ-প্ৰাণ বুজিবাক নোৱাৰি যাবো বাকি নথাকিল।
কতো লোকসকল কুশলকাৰী হৈল॥
মহা বিচক্ষণ লোক গোপালে পাইলন্ত।
তাতো বাকি কথামৃত পান কৰাইলন্ত॥ ১০৮৯
যেন সাধু শস্যসৱ কৰিলা অৰ্জন।
পূহক চপাই আনি ভৈল ৰঙ্গ-মন॥

শিক্ষাহেত — সেহিমতে গোপালে ধৰ্ম্মৰ বস্ত্ৰ পাই।
সকলোৰ — একগুটি কৰি দিলা সত্তাকো পঠাই ॥ ১০৭০
বিদায় — গোপালেৰ সন্ততি ৰবিষ যত্নে ভেল।
ধৰ্ম্মৰ দোকান তেন্তে গোপালে তুলিল ॥
বৈকুণ্ঠ-যাত্ৰাৰ — বৈকুণ্ঠে যাইবাক প্ৰতি ইচ্ছা কৰিলন্ত।
ইচ্ছা — সাধুসকলক হেন বাক্য বুলিলন্ত ॥ ১০৭১
সত্যসকলৰ — এহি ধৰ্ম্ম তোমাসবাক মোৰে কহিব।
গতি দোদপ — সংসাৰী জীৱক মানি কুশল সাধিবা ॥
হেন বেলা একজন ঠাকুৰ আসিয়া।
গোপালক বুলিলন্ত কাকুৰ্ণ্য কৰিয়া ॥ ১০৭২
ধৰ্ম্ম পুত্ৰৰ — মোৰ বাপ জন্ম ধৰ্ম্ম নাহি জানো আমি।
প্ৰতি বাক্য — কোন বা উপায় আছে দিয়া মোক স্বামী ॥
শুনিয়া গোপালে হেন ব্ৰাহ্মণৰ বাক্য।
সক যে শুক্লৰ হাতে দিলোঁহো তোমাক ॥ ১০৭৩
ভকতক স্নেহ যদি পৰাহা কৰিব।
অৱশ্যে ভকত মোৰ তোমাক বঢ়িব ॥
আৰো তুমি এগুটীয়া চাউল নসাঙ্খিবা।
ভকতক পাইলে তাকো আদৰনি দিবা ॥ ১০৭৪
সুস্বভাৱে ভকতক বুলিবা বচন।
কিঞ্চিতেকো মানে নকৰিবা কোপমন ॥
দুপৰৰ সাজ গধূলাকো নৰাখিবা।
ভকতসবক তুমি এতেকে সেৱিবা ॥ ১০৭৫
এহিমতে তুমি ৰক্ষিবাক পাৰা যেবে।
সমস্ত লোকৰ সতকাৰ পাইবা তেবে ॥

বাপ সন্ন্যাসীৰ গাৱে অ উজি আছন্ত।
পুনৰ্ব্বাৰ গোপালেও বাক্য বুলিলন্ত ॥ ১০৯৬

সন্ন্যাসীবাপৰ প্ৰতি আজ্ঞা

গোপালে বোলন্ত বাপু শুনা দিয়া মন।
ইটো ভাৰ্য্যাপুত্ৰ মোৰ যত ধন-জন ॥
এহি সবে সমে ৰক্ষা কৰিবাহা তুমি।
পৃথিৱীক এৰি আৱে চলি যাওঁ আমি। ১০৯৭
আৰো এক বাক্য তেৱে বুলিলা গোসাঁই।
অনন্তৰ পৰা তুমি আসিবা ইঠাঁই ॥
ঐহি বুলি মৌনভাৱে ৰহিলা গোপাল।
বৈকুণ্ঠ যাইবাৰ তেৱে সময় মিলাল। ১০৯৮

গোপালদেৱৰ বৈকুণ্ঠ প্ৰয়াণ

সাত দিন সাত ৰাত্ৰি থৰি আছিলন্ত।
এতেকে বৈকুণ্ঠ চলি গোপাল গৈলন্ত ॥
ভকতসকলে বহু ক্ৰন্দন কৰিলা।
কতো মেলি মাথে সবে নিজম পৰিলা। ১০৯৯
হৰিনাম-কীৰ্ত্তনক উৎসৱ মিলিয়া।
গোবোলাক নিলা সবে মাথাত কৰিয়া ॥
তৈতে নিয়া কাষ্ঠ-সংস্কাৰক কৰিলন্ত।

ঈশ্বৰ হৰিপতিৰ মহাশোক

সেহি বেলা হৰিপতি হিয়া থাকুৰন্ত ॥ ১১০০
একজনে বুলিলন্ত সেহি বেলা যাই।
ঈশ্বৰ মানিলে আৰু কান্দিবে নপায়।
এহি বুলি তাৰা তৈতে অন্তৰ্দ্ধান ভৈলা।
বিস্ময়স্বৰূপে সবে গৃহক আসিলা ॥ ১১০১
বৈশাখ মাসৰ শুক্লা ষষ্ঠী যে তিথিত।

আত্যেষ্টি ক্ৰিয়া

ক্ৰিয়া-কৰ্ম্ম এথাতে কৰিলা বিপৰীত ॥

সমাপন ব্ৰাহ্মণসবক বহু দক্ষিণা দিলন্ত।
ক্ৰিয়া-অৱসানে মহোৎসৱ কৰাইলন্ত॥ ১১০২
ঠাকুৰক আনি তেৱে থৈলন্ত সত্বৰ।
গোপালৰ কথা আৰো ভৈল সমাপত॥

* * *

---

চৰিত্ৰ-লিখকৰ আত্ম-পৰিচয়

দুলৰি

বিকল্পী গোস্বামী নামে একজন
শাস্ত্ৰত বৰ পাৰ্গত।
কনৌজপুৰীয়া বিপ্ৰ-বংশ কনৌজপুৰত গঙ্গাৰ তীৰত
আছিলা সৱে পূৰ্ব্বত॥
সপ্তঘৰ দ্বিজ পণ্ডিত জানিয়া
পৰশুৰামে আনিলা।
কতো দিনমানে তথাতে থাকিয়া
পোড়াদিগ্ৰামে ৰহিলা॥ ৭৪৪
ৰূপসীকুছিত নৰনাৰায়ণে
যেৱে আনি পাতিলন্ত।
তাহান বংশত একজন লোক
উত্তম অতি ভৈলন্ত॥
মহা গুণানয় দেখি সৰ্ব্বজনে
ভকতীয়া নাম থৈলা।

তেঁহেত প্রাপ্তি ঈশ্বর পরম
সন্ততি তাঙ্ক লভিলা ॥ ৭৪৫

খৌরামোচরর রামচন্দ্রদের — দেব রামচন্দ্র * হৈলা অবতার
লোকর হিত চিন্তিয়া।

পরম পতিত পাপীক তারিলা
হরি-ভক্তি প্রচারিয়া ॥
ছাত্রশালে বহু শাস্ত্র পঢ়িয়া
তীর্থক্ষেত্র ভ্রমিলন্ত।
"[illegible]কুবিভক্ত সহিতে নামর
সত্রখানি পাতিলন্ত ॥ ৭৪৬
কালবারে থানে গোপালর মুখে
গুরুউপদেশ লৈয়া।
তথা হন্তে আসি খৌরামোচরত
সত্র পাতিলন্ত লৈয়া ॥
তানে চারিজন সন্ততি ভৈলন্ত
সমস্ত গুণে সম্পূর্ণ।

তেবার পুত্র চারিজন — তাসে পুত্র-নাতি যতেক ভৈলন্ত
সবে মহা বিচক্ষণ ॥ ৭৪৭
মোর নিজ নাথ শরীর সুন্দর
সিসরর — সকলে গুণর ধাম।

ভিতরত — গীত-কীর্তনত কুশল যিহেতু
গ্রন্থকারর — বোলে কীর্তনীয়া নাম ॥
পত্নু কীর্তনীয়া — বাপ রামচন্দ্র জাতি দাম্নাইবে
বিষ্ণু — বিষ্ণু যে নাম দিলন্ত।

---

* আগর ৪৮৬-৫১২ ৭৭৪ ৭৮২, ৮০৭-৮১৬, ৮২০-৮২৪, পদ দ্রষ্টব্য-সম্পাদক।

গীত কবিতাত ভকতসকলে
থাকে সর্ব্বসুখে গাত ॥ ৭৪৮
বাপ রামচন্দ্র বৈকুণ্ঠে চলিলা
উত্তর দেশ ত্যাগিলা।
পঞ্চটীয়া গ্রামে থাকি কতো দিন
কৌপাতী গ্রামে বঞ্চিলা ॥
তিনি জন ভাই তিনি সত্র পাতি
মহাধর্ম্ম প্রকাশিয়া।
লোকসকলর কুশল সাধিলা
হরি-ভক্তি দান দিয়া ॥ ৭৪৯
গ্রাম-অধিকারী একজন মুরারি
আরো জন হরিহর।
তাহাসকলর সঙ্গী লোকমানে
সবে ধর্ম্ম-তত্ত্বপর।
ভক্তসকলক বহুত প্রকারে
প্রতিপাল করিলন্ত।
যাহার রাজ্যত ভকতসকলে
মহাসুখে রহিলন্ত ॥ ৭৫০
মোর নিজনাথ কীর্ত্তনীয়া বাপ
মুরারির নিকটত।
মহা বিচক্ষণ সমক নিরখি
করিলা ধর্ম্ম বেকত ॥
যাহার বংশর ভকতসকল
যেন বিদ্যাধর-প্রায়।
সমস্ত লোকক বঞ্চিয়া কুবন্ত
হরি-নাম-গুণ গাই ॥ ৭৫১

সৰ্ব্বগুণান্বিত পৰম পণ্ডিত
ভৈল পুত্ৰ তিনিজন।
তিনি জন আৰো দুহিতা ভৈলন্ত
অম্বা শান্তী বিচক্ষণ ॥

তিনিজন শ্ৰেষ্ঠ ভ্ৰাতৃ আৰু গ্ৰন্থকাৰ

তিনি তনয়ৰ গুণ-কৰ্ম্মসম
পৃথিবীত কেহো নাই।
যাৰ গুণ-যশ মহন্তসকলে
বখানি থাকা সদায় ॥ ৭৫২
তাসম্বাৰ মধ্যে জন্মক লভিলোঁ
অধম মই কুমতি।
অমৃত সিন্ধুত যেন কালকূট
বিস ভৈল উতপতি ॥
সেহিমতে মই তাৰাসকলৰ
ভ্ৰাতৃ যে নাম ধৰিলোঁ।
মোৰ একো গুণ কহিতে নভৈল
একো ধৰ্ম্ম নাচৰিলোঁ ॥ ৭৫৩
তথাপি গোপাল দেৱৰ চৰিত্ৰ
ইচ্ছা ভৈল বৰ্ণাইবাৰে।
সি কথাক পদ- বন্ধে বিৰচিলোঁ
মোৰ মতি অনুসাৰে ॥
জানি সাধুসন্ত মূৰ্খ হেন জানি
নিন্দা ন বুলিবা মোক।
অজ্ঞানীৰ মোৰ জান পাছ দোষ
সন্ত ক্ষমা কৰিয়োক ॥ ৭৫৪
পৰম মুগুধ অধম পামৰ
পূৰ্ণানন্দ পাপমতি।

কায়-বাক্য-মনে বিষ্ণুর চরণে
মহোক দৃঢ় ভকতি ॥

* * * *

জয়তি গোপাল বিনোদ তোমার
কহি কোনে অন্ত পায় ।
পরম বিবেকী পণ্ডিতসকলো
চর ভৈল যার ঠাই ॥ ১১১০
পরম পামর মুগ্ধসমূহো
সরস্বতী বাসা লৈল ।
যাহার প্রসাদে মূর্খ পণ্ডিত
সবে সমগতি ভৈল ॥

* * *

## পদ

গোপালদেবর পরিনাতির অনুমতিয়ে চরিত্রলিখিত

গোপালদেবর পরিনাতি একজন ।
রামানন্দ ঠাকুর * পরম বিত্তোপন ॥ ১১০৪
সভামধ্যে মই এই কথাকে পুছিলোঁ ।
করিবাক প্রতি তাংতে অনুমতি পাইলোঁ ॥ ৺ ১১০৫

* * *

আহঁতগুরির শ্রীরামর পুত্র রামানন্দরচিত শঙ্করদেবর

আহতগুরির প্রাণ রামানন্দে
শঙ্করদেবর লীলা ।
পদমধ্যে তার রচনা করিয়া
সমস্তক্তে দরশাইলা ॥ ১১১৭

---

* এই রামানন্দ ঠাকুরেও গোপালদেবর অসম্পর্ণ চরিত্র একখনি সুকীয়া কৈ রচনা করি থৈ গৈছে । তৃতীয় ভাগ (২) দ্রষ্টব্য । —সম্পাদক ।

চৰিত্ৰৰ আদৰ্শ গ্ৰহণ

তাক শুনি মই গোপালদেৱৰ
বৰ্ণাইবে ইচ্ছা কৰিলো ।

× × ×

অপাৰ সমুদ্ৰ গোপালৰ গুণ
তাৰ কোনে পাৱে সীমা ।
আক মই ক্ষুদ্ৰ পতঙ্গে তাহাৰ
জানিবোঁ কিবা মহিমা ॥ ×× ১১২০

× * *

গ্ৰন্থকাৰৰ তথ্য-সংগ্ৰহ

যি কালৰ কথা সি কালৰ লোক
ইবেলি অনেকো নাই
তাসম্বাৰ মুখে যি লোকে শুনিলে
তাক লাগ পোৱা নাই ॥
মতি অনুৰাগে যি কিছু শুনিলোঁ
কৰিলোঁ তাকে বৰ্ণন ।
হেন জানি মোৰ অপৰাধ ক্ষমা
কৰা সৱে সাধুজন ॥ ১১২২
সাধুসকলৰ ক্ষমাসে ভূষণ
জানিবা নিশ্চয় কৰি ।
অপাৰ সংসাৰ সুখে হোৱা পাৰ
তাকি বোলা ৰাম হৰি ॥ ১১২৩

# শ্ৰীশ্ৰীগোপালদেৱৰ শেষ-লীলা

[ হৰিবল্লভ-ৰচিত চৰিত-পুথিৰপৰা ]

## দুলৰি

দেৱ গোপালৰ মনুষ্য শৰীৰ
এৰিবে ইচ্ছা কৰিল ॥

শেষ কালৰ নৰিয়া

যেনমত তিৰো- ভাৱ কৰিলন্ত
শুনা কথা আতপৰ ।
এহিমতে অনু- ক্ৰমে আসি ভৈলা
সত্তৰি যেন্তে বছৰ ॥ ৯৩
অণ্ডকোষস্থলে বেদনা ভৈলেক
তাৰ বিষে গাত্ৰে জ্বৰ ।
সমস্ত লোকৰ মনে চিন্তা দুখ
লাগিলেক বহুতৰ ॥
ভকতসব তথা বসিয়া সৰ্ব্বথা
হৰিৰ নাম গাৱন্ত ।
কমললোচন দেৱে সেহি বেলা
হেন কথা সুধিলন্ত ॥ ৯৪
তযু পুত্ৰ হুয়া কিছু নজানিলোঁ
একোবো নভৈলোঁ পাত্ৰ ।

পুত্ৰ কমল-লোচনৰ প্ৰতি উপদেশ

আমাক কোনোবা বাক্য বোলা আজি
আবে মই সোধো মাত্ৰ ॥
হেন শুনি দেৱ গোপালে বুলিলা
কৃপাযুক্ত হুয়া বাক ।

ভক্তসকলৰ হাতত অপিয়া
দিলোঁহো মই তোমাক ॥৯৫
আউৰ একগুটি বচন বোলোঁহো
শুনা তাক মন দিয়া।
তযু গৃহে যদি থাকয় মদিৰা
তণ্ডুল একখণ্ডীয়া ॥
সেহি সময়ত কোনো ভক্তজন
আসিল তোমাৰ ঠাই।
তাঁৰ অৰ্দ্ধ ভাগ দিয়া ভুঞ্জিবাহা
কহিলোঁ মই দঢ়াই ॥ ৯৬
একখানি গুৱা আছয় হাতত
পাইলা ভকতক লাগ।
তাৰ অৰ্দ্ধখানি বিভাগি দিবাহা
কহিলোঁ তোমাৰ আগ ॥

ভকতৰ সমান একো বস্তু নাই

ব্ৰহ্মাণ্ড ভিতৰে ভক্তৰ সমান
বস্তু আৰ নাহিকয়।
ইহ পৰলোকে ভক্তে সে বান্ধৱ
কহিলোঁ কৰি নিশ্চয় ॥ ৯৭
এহি ৰূপে যদি প্ৰৱৰ্ত্তিবা তুমি
সমস্ত কাৰ্য্য সিজিব।
ভক্তক আমাকো পাইবা এতেকতে
ভজিলো তেবে সিজিব ॥ * * ৯৮
আত অনন্তৰে সন্ন্যাসী ৰূপৰ
শৰীৰত আউজিলা।

ভকত খুজি তিনিবাৰ উচ্চাৰণৰ তাৎপৰ্য্য

ভকত ভকত ভকত খুজিলা
তিনিবাৰ উচ্চাৰিলা ॥
এহি বাক্য শুনি মহাজন সৱে
কৰিলা প্ৰশ্ন দুনাই।

ব্যাখ্যা ইটো অতএব অভিপ্রায় বাপ
তমিবাক বাঞ্ছা যায় ॥ ৯৯
শুনিয়া গোপালে কহিবে আসিয়া
কৃপাযুক্ত হয়া মন।
এহি মহা ধর্ম আচরি প্রবর্ত্তি
গেল পর্ব্বে দ্বিরাজন ॥
সম্প্রতি প্রবর্ত্তি আছে যিটো জনে
আচরিবে পরকালে।
সবারো চরণে প্রণাম করিলোঁ
জানিবা ইহাক ভাবে ॥ ১০০
আত অনন্তরে দেব গোপালেও
মৌন ভাব হয়া রৈলা।

গোপালদেবর রাম-কৃষ্ণ নাম তিনি বার স্মরি
বৈকুণ্ঠ-প্রয়াণ বৈকুণ্ঠে রোহণ কৈলা ॥ ১০১

কমললোচন দেবে করিলন্ত
আপুনি ক্রিয়া সকল।
দশা কর্ম্ম করি ভোজন করাইলা
দধি চিরা আউর কল ॥
মাস পূর্ণ ভৈল কার্য্য সম্ভলিল
দক্ষিণা দিলা বিপ্রক। * ১০২
শাস্ত্র-প্রণিহিত মত সংকৃত্য
সারশেষে করিলেক। * *
আত অনন্তরে শুনা নিরন্তর
পাছে যেন কথা ভৈলা।

গোপালদেবর আসম রাজ্যর কতো ভক্তসব
প্রয়াণর পাছত উজায়া সব আসিলা ॥ ১০৪
কমতাপুরত নামে পরীক্ষিত
আছিলেক মহারাজা।

সংগ্ৰামত ধৰি মগলে নিলেক
অনাথ ভৈলেক প্ৰজা ॥

* * ×

এহি আলচিয়া যত সন্তগণ
নিশ্চয় কৰিলা মতি।
আই ঠাকুৰক নিবাক লাগিয়া
আসম ৰাজ্যক প্ৰতি ॥ ১০৬

* * *

নামত অগৰ * এক সদাগৰ
ব্যৱসায় কৰিছিল। [ * অমৰ—পাঠান্তৰ ]
বাপ সন্ন্যাসীক তাহান নৌকাত
উজনি ৰাজ্যে আনিল ॥ ১০৭

* ×

আই ঠাকুৰৰ ঘৰ যদুমণিৰ সহত নিবাস

কতো দিন মানে উজায়া আসিয়া
গাজমুখে ৰহিলন্ত।
বাংশবাৰীৰ বাপ যদুমণি
এহি কথা শুনিলন্ত।
মহা ৰঙ্গমনে ভকতসব সঙ্গে
লোহিত তীৰে আসিলন্ত ॥ ১০৯

* * *

আই গোসাঁনীত কমল দেৱত
সুধিলা পাছে কথাক।
তাৰাসবে বোলে তোমাসব হাতে
দিয়াছে আজ্ঞা আমাক ॥ ১১১
তোমৰাসকলে যিটো বাক্য বোলে
কিয় নাচাৰৌ তাক।

* * *

পাছে যদুমণি তেতে ৰাখিলন্ত
অনেক কৰি সাদৰ।
আপোন নিকটে সজায়া দিলন্ত
থাকিবাক লাগি ঘৰ ॥ ১১৮

# মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ

## তৃতীয় ভাগ (১)

[ দ্বিজ ৰামগোপাল বিৰচিত ]

পদ

জয় জয় কৃষ্ণ পূৰ্ণব্ৰহ্ম নিৰাশ্ৰয়।
আৰম্ভণি  জয় জয় নিত্য নিৰঞ্জন নিৰাময়॥
অনাদি অনন্ত বিভু প্ৰভু চিৰন্তন।
নিৰ্গুণ পুৰুষোত্তম জগত-কাৰণ॥ ১

* * *

যিটো কৃষ্ণ পুৰুষ উত্তম আত্মৰত।
শঙ্কৰ স্বৰূপে তেন্তে ভৈলন্ত বেকত॥ ১০
জীৱ নিস্তাৰিবে প্ৰবৰ্ত্তাইলা মহাধৰ্ম্ম।
কৰিলা অকৰ্ত্তা জীৱ-নিস্তাৰণ কৰ্ম্ম॥
ধৰ্ম্মক থাপিয়া তিৰোভাৱক কৰিলা।
সেহি ধৰ্ম্ম প্ৰবৰ্ত্তাই মাধৱে ৰহিলা॥ ১১
মাধৱে ধৰ্ম্মক গোপালত থাপি থৈলা।
মাধৱে সে গোপাল স্বৰূপে ব্যক্ত ভৈলা॥

উপদেশ দিয়া নিস্তাৰিলা জীৱ যত।
গোপালদেৱৰ মুক্তি কি কৈবোঁ মহত্ব ॥ ১২

গ্ৰন্থকৰ্ত্তাৰ শিষ্য
আমাৰ পৰমগুৰু দেৱতা ঈশ্বৰ *।
ৰামানন্দৰ অন্তবৃত্তি
কৰিলন্ত পদক শঙ্কৰ-চৰিত্ৰৰ ॥
মাধৱৰ চৰিত্ৰক পদে নিবন্ধিলা।
সেহি সঙ্গে গোপালৰ চৰিত্ৰ বৰ্ণাইলা। ॥ ১৩
তাহান যি কিছু ৰৈল শেষ বৰ্ণনৰ।
কৰিবোঁ বৰ্ণন গোপালৰ চৰিত্ৰৰ ॥

× × ×

মাধৱদেৱৰ
মাধৱ আছন্তে এক চৰিত্ৰ পূৰ্ব্বৰ।
গোপালক প্ৰতি ক্ৰোধভাৱ মাধৱৰ ॥ ১৪

× ■ ×

দিৱসত হোৱা
গোপালদেৱৰ
প্ৰশিক্ষণৰ একাংশ
এক দিনা প্ৰতি কৰি হৰি-প্ৰসঙ্গক।
দেৱতা মাধৱ আইলা আপোন গৃহক ॥ ১৫
অগ্নিৰ সমীপে বসিছন্ত আসনত।
বুঢ়া আতাই ×× মাত্ৰ বসি আছা সমীপত ॥
সেহিবেলা হৰি-মন্দিৰৰ চতালত।
আছন্ত গোপাল কৰি আনন্দ মনত ॥ ১৬
ভক্তসৱে অন্যোঅন্যে কথাক কহন্ত।
একজনে যশোদাৰ ভাৱক দিলন্ত ॥
যেন মতে কৃষ্ণে স্তনপান কৰিলন্ত।

গোপালৰ উচ্চহাসা
শুনি গুৰুজনাৰ
অসন্তোষ
সেহি কথা প্ৰকটিয়া আনন্দে কহন্ত ॥ ১৭
শুনিয়া গোপালে উচ্চ কৰি হাসিলন্ত।
মাধৱে গৃহৰ পৰা হাসি শুনিলন্ত ॥
বোলন্ত শ্ৰীৰাম হাসা কৰে কোন জন।
যাৱা তুমি আসি মোত কৰা এতিক্ষণ ॥ ১৮

---

* এই চৰিত্ৰ-পুথিৰ প্ৰথম ভাগৰ পদকৰ্ত্তা দ্বিজ ৰামানন্দ। —সম্পাদক।

×× বুঢ়া শ্ৰীৰাম।

শুনিয়া শ্ৰীৰাম তেতিক্ষণে গৰিলন্ত।
নিৰীক্ষণ কৰি গোপালক দেখিলন্ত॥
গোপালেও শ্ৰীৰামক দৃষ্টি কৰিলন্ত।
শ্ৰীৰামক দেখি তেতিক্ষণে জানিলন্ত॥ ১৯
মনত বোলন্ত সিজিলেক মোত দায়।
সেহিসে কাৰণে চাইলা শ্ৰীৰাম আতাই॥
বুঢ়া আতাই আসি কহিলেক মাধৱত।
গোপালে সে বাপ হাসিলেক হেনমত॥ ২০
আৰ একো নুবুলিয়া মাধৱ ৰৈলন্ত।
সন্ধ্যা সময়ত পাছে গোপাল গৈলন্ত॥
প্ৰণাম কৰিয়া বসিলন্ত সমীপত।
ভক্তসৱো বসি আছা হুয়া অৱনত॥ ২১
সবাহাকে সম্বুধিয়া কথাক কহন্ত।
গোপালক প্ৰতি একো বাক্য নোবোলন্ত॥
প্ৰসঙ্গক প্ৰতি ভক্তসৱক পাঠিলা।
শুনিয়া ত্বৰিতে হৰি-মন্দিৰে চলিলা॥ ২২
মাধৱৰ আজ্ঞা শুনি সৱেও গৈলন্ত।
মাধৱ গোপাল মাত্ৰ বসিয়া আছন্ত॥
সেহি বেলা মাধৱে সম্বুধি গোপালক।
ক্ৰোধ-ভাৱ দেখাই বুলিলন্ত বচনক॥ ২৩
শুনিয়ো গোপাল কোনজন তেতিক্ষণে।
হাসিলেক উচ্চ কৰি নিঃশঙ্কিত মনে॥
মঞি সে হাসিলোঁ বাপ গোপালে কহিলা।
পুনৰ্ব্বাৰ গোপালক মাধৱে বুলিলা॥ ২৪
বোলন্ত গোপাল কিয় হাসিলা হেনয়।
হেনমতে হাসিবাক যোগ্য নাহি কয়॥

হৰি-বস্তু হাস্যক কৰন্তে সময়ত।
আছিল কি নাছিল তোমাসাৰ হৃদয়ত ॥ ২৫
গোপালে বোলন্ত বাপ হাস্য সময়ত ।
হৰি-বস্তু নাহিকয় মোৰ হৃদয়ত ॥
গুৰুৰ অনুগ্ৰহ আৰু নিগ্ৰহ
মাধৱে বোলন্ত বোলোঁ যিসব বচন ।
অনুগ্ৰহ নিগ্ৰহ কিবা মানা তযু মন ॥ ২৬
গোপালে বোলন্ত যদি নিগ্ৰহ বুলিবোঁ ।
অনুগ্ৰহ বুলি তেৱে কাহাক মানিবোঁ ॥
মাধৱে বোলন্ত তেৱে কৈবোঁ কিছু কথা ।
শুভৰ লক্ষণ কেনে হ'ব লাগে
মোহোৰ বচন তুমি মানিবা সৰ্ব্বথা ॥ ২৭
উচ্চ-হাসি উচ্চ-বাক্য উচ্চ যে গমন ।
ভকতজনৰ ইটো নুহিকা লক্ষণ ॥
পৰদ্ৰব্য পৰদাৰা পৰবিবাদক ।
গুৰুৰ থানত উচ্চ বচন হাস্যক ॥ ২৮
তেজিবেক শিষ্যে ইটো শাস্ত্ৰৰ নিৰ্ণয় ।
যুধিষ্ঠিৰ আগে আৰু নাৰদে কৈছয় ॥
জ্ঞান-দীপদাতা গুৰু ঈশ্বৰ সাক্ষাত ।
মৰ্ত্ত্য-বুদ্ধি ভৈল যাৰ বাক্য অসঙ্গাত ॥ ২৯
পঢ়িলে শুনিলে যত কৰিলেক কৰ্ম্ম ।
কুঞ্জৰৰ শৌচপ্ৰায় ভৈল সবে ধৰ্ম্ম ॥
প্ৰধান পুৰুষ ঈশ এন্তে ভগৱন্ত ।
যোগেশ্বৰসৱো যাৰ পদ বিচাৰন্ত ॥ ৩০
মায়া-বিমোহিত যিটো পৰম বৰ্ব্বৰ ।
হেনয় গুৰুক মনে মানে কৰি নৰ ॥
কহিছন্ত হেনমতে নাৰদে পূৰ্ব্বত ।
শঙ্কৰেও এহি কথা কহিছা বেকত ॥ ৩১

এহিমতে কহিলন্ত আক কথাচয় ।
শুনি গোপালৰ মনে গুচিল সংশয় ॥
মাধৱদেৱক সেৱা কৰি অনুক্ষণ ।
ৰৈলন্ত গোপাল হুয়া সন্তোষিত মন ॥ ৩২
শুনিয়োক সৰ্ব্বজন চৰিত্ৰ অপৰ ।
যেনমত বিনোদ মাধৱ গোপালৰ ॥
দেৱতা মাধৱে অন্ন ৰন্ধন কৰন্ত ।
বুঢ়া আতাই শ্ৰদ্ধাভাৱে আলক ধৰন্ত ॥ ৩৩
সেহিবেলা আসন আনিয়া সমীপত ।
গোপালো বসিয়া আছা হুয়া অৱনত ॥
গোপালে কৰন্ত প্ৰশ্ন হৰি-কথা যত ।
অহৰ্নিশে হৰি-কথা
মাধৱে প্ৰকটি কৰন্ত গোপালদেৱত ॥ ৩৪
অহৰ্নিশে হৰি-কথা আলাপ হোৱয় ।
হৰিবিনে আন একো কথা নাহিকয় ॥
মাধৱৰ গোপালৰ এহি সে বিষয় ।
ভুঞ্জন্তে বৈসন্তে হৰি-কথা প্ৰচাৰয় ॥ ৩৫
মাধৱদেৱৰ অন্ন-ভোজনক প্ৰতি ।
পত্ৰ আনিবাক গৈলা সূৰ্য্যা মহামতি ॥
পক্ষী কাকে নভৰ্ৎসা মুকুত আতিশয় ।
ধুতুৰাফুলীয়া পত্ৰ বিচাৰ কৰয় ॥ ৩৬
বিচাৰি ফুৰন্ত পত্ৰ নপায়া তহিত ।
মাধৱদেৱৰ অন্ন ভৈলেক অহিত ॥
পাক-পাত্ৰ মমাই বসি মাধৱ আছন্ত ।
সূৰ্য্যা আতাই পত্ৰ লৈয়া দেখন্ত নাসন্ত ॥ ৩৭
মাসা দেখি গোপালে মাতিলা উচ্চ কৰি ।
পত্ৰ লৈয়া শীঘ্ৰে আসা বুলি মাম ধৰি ॥

ওবা সূৰ্য্যা ওবা সূয্যা বুলিয়া মাতন্ত ।
পত্ৰ আনিবাৰ অৰ্থে ডাক দি বোলন্ত ॥ ৩৮
শুনিয়া মাধৱে বুলিলন্ত গোপালক ।
উচ্চ-বাক্য হেনমতে উচ্চভাৱে মাতাহা কিসক ॥
বুলিবলৈ নিষেধ এতমান আস্তব্যস্ত কিয় তোমাসাৰ ।
নপাইবোঁহো পাছে কিবা অন্ন ভুঞ্জিবাৰ ॥ ৩৯
শুনিয়ো গোপাল উচ্চ হেনয় বচন ।
বুলিলা কিসক সুবুলিবা আন ক্ষণ ॥
হৰি-ভক্তৰ লক্ষণ বিষ্ণু-ভক্তসৱে পাদপঙ্কজ স্তুতয় ।
হৰিৰ ভাৱক সদা কৰিয়া নিশ্চয় ॥ ৪০
হৰিৰূপে মগ্ন হুয়া থাকে তান মন ।
কদাচিতো নোবোলয় হেনয় বচন ॥
হৰিৰূপ ভাৱনা কৰয় অনুক্ষণ ।
মহাপ্ৰাপ্তি ভৈল তাৰ নচলয় মন ॥ ৪১
প্ৰমাণ লৈয়োক হৰিসিদ্ধৰ বচন ।
একাদশ স্কন্ধে কন্ত ভক্তৰ লক্ষণ ॥
ত্ৰৈলোক্য ৰাজ্যৰ প্ৰাপ্তি হোৱয় যদ্যপি ।
ভগৱন্ত-পাদপদ্ম নেৰয় তথাপি ॥ ৪২
লৱমাত্ৰ নেৰে যিটো হৰিৰ ভজন ।
উত্তম ভক্তৰ জানা সেহি সে লক্ষণ ॥
প্ৰেমজৰিবদ্ধ হুয়া হৰিৰ চৰণ ।
যাইবাক নপাৰি থাকা হৃদি অনুক্ষণ ॥ ৪৩
হেন জানি হৰিপদে থিৰ কৰি মন ।
সুবুলিবা আৰ তুমি হেনয় বচন ॥
এহি বুলি মৌনভাৱে মাধৱ ৰহিলা ।
অনুগ্ৰহ বুলি মনে গোপালো মানিলা ॥ ৪৪

মনত বোলন্ত কিনো কৃপা মাধৱৰ।
মহা অনুগ্ৰহ ক্ৰোধ-ভাৱ ঈশ্বৰৰ॥
ভৃত্য মানি মোক অনুগ্ৰহক কৰিলা।
ক্ৰোধ-ভাৱ নহয় অনুগ্ৰহ হে
ক্ৰোধ-ভাৱ মুহি ইটো উপদেশ দিলা॥ ৪৫
হেন মত মানি মৌনে গোপাল ৰহিলা।
সেহি বেলা সূৰ্য্যা আতাই পত্ৰক আনিলা॥
পত্ৰ পাৰি মাধৱে কৰিলা ভোজনক।
ৰহিলা গোপাল সেৱা কৰি মাধৱক॥ ৪৬
ক্ৰোধভাৱ তিনিবাৰ মাধৱে দেখাইলা।
মহা অনুগ্ৰহ বুলি গোপালে মানিলা॥
ইটো আখ্যানৰ কথা ৰৌক এহিমান।
শুনিয়োক আৰ যেন অপৰ আখ্যান॥ ৪৭

সুন্দৰীদিয়াত মাধৱ আৰু গোপাল

সুন্দৰীদিয়াত দেৱ মাধৱ আছন্ত।
ভাৱনাৰ অৰ্থে শুনা যেন বুলিলন্ত॥
নিশাভাগে মাধৱে শয়ন কৰিলন্ত।
সমীপে গোপালে সেৱা কৰি শুতিলন্ত॥ ৪৮
মাধৱে শয্যাত বাস ব্ৰহ্মমুহূৰ্ত্তত।
কৰিছন্ত হৰিৰূপ ভাৱনা মনত॥
শৰীৰে পুলক জন্মে হুয়া আনন্দিত।
কতো গদগদ বাক্যে দ্ৰৱ হুৱে চিত্ত॥ ৪৯
শ্ৰীকৃষ্ণে পূৰ্ব্বে যেনমতে আপুনাক।
ব্ৰহ্মমুহূৰ্ত্তত বসি কৰা ভাৱনাক॥
মাধৱেও তেনমতে ভাৱনা কৰিলা।

বেঙৰ আ'ৰাৱতো হৰিধ্বনিৰ ভাৱ

আপুনি আচৰি জীৰসৰক তাৰিলা॥ ৫০
সেহি সময়ত বেঙসৱে কৰে ৰাৱ।
শুনি মাধৱৰ মনে সম্পজিল ভাৱ॥

বোলন্ত গোপাল কিয় কৰিছা শয়ন।
উঠা উঠা শীঘ্রে তুমি নামে দিয়া মন ॥ ৫১
সমীপতে হৰিনাম কৰয় কীর্ত্তন।
উঠিয়া গোপালে পাছে বুলিলা বচন ॥
কৈবা কোনে নাম বাপ গাৱয় কহিতে।
বেঙসৱে আবাৰে কৰয় বিপৰীত ॥ ৫২
শুনিয়া মাধৱে বোল দিয়োক মনক।
ভাৱনা কৰিয়া গাৱে সাক্ষাতে নামক ॥
মাধৱৰ বাক্যেমনে ভাৱনা কৰিলা ।
সম্যকে নামক গাৱে গোপালে শুনিলা ॥ ৫৩
ৰামকৃষ্ণ গোপাল গোবিন্দ নামচয়।
ভাবিয়া শুনিলা যেন সাক্ষাতে গাৱয় ॥
গোপালে বোলন্ত বাপ ভাবিয়া চাহিলোঁ।
গাৱয় নামক যেন সম্যকে শুনিলোঁ ॥ ৫৪
পুনৰপি মাধৱে বুলিলা গোপালক।
ভাৱনা হে — সদায়ে ভাবিবা থিৰ কৰিয়া মনক ॥
ভৱৰ কাৰণ — ভাৱনা সে ভৱৰ কাৰণ বুলি কয়।
শাস্ত্র সমস্তৰ জানা এহি সে নির্ণয় ॥ ৫৫
পেশস্কৃতৰূপে যেন চিন্তি কীটচয়।
তেজি নিজ কলেৱৰ তদ্রূপ পাৱয় ॥
ভক্তসৱো সেহিমতে চিন্তি ঈশ্বৰক।
স্থূলদেহা তেজি পাৱে ঈশ্বৰ-ৰূপক ॥ ৫৬
যেন তন্তু বিস্তাৰিয়া কোষক কৰয় ।
আপুনাৰ তন্তুৰে আপুনি বদ্ধ হয় ॥
কর্ম্মবন্ধ — সেহিমতে জীৱসৱে কৰিয়া কর্ম্মক।
বাক যোক — কর্ম্ম-বাসনায়ে কৰে আত্মবন্ধনক ॥ ৫৭

বন্ধৰ মোক্ষৰ যত কহিলোঁহো কথা।
যেহি যিটো ৰূপ ভাবি থাকয় সৰ্ব্বথা॥
সেহি সিটো ৰূপ পাৱে শাস্ত্ৰৰ নিৰ্ণয়।
জানিয়া হৰিৰ পদে কৰিয়ো নিশ্চয়॥ ৫৮

* * *

মাধৱদেৱৰ গোপালৰ প্ৰতি শেষ আজ্ঞা

মাধৱে গোপালে বিনোদক কৰিলন্ত।
সেৱ্য-সেৱক ভাৱ আপুনি ভৈলন্ত॥
জীৱ নিস্তাৰিবে প্ৰতি যশ বিস্তাৰিলা।
গুৰুসেৱা মহাধৰ্ম্ম আচৰি দেখাইলা॥ ৬০
ধৰ্ম্মক প্ৰচাৰি জীৱসৱ তাৰিলন্ত।
বেহাৰক গৈয়া দেহা ত্যাগ কৰিলন্ত॥
বুঢ়া শ্ৰীৰামৰ আগে আজ্ঞা কৰিলন্ত।
ধৰ্ম্মৰ আচাৰ্য্য গোপালক পাতিলন্ত॥ ৬১

* * *

## দুলড়ি

মাধৱৰ আজ্ঞা লৈ শ্ৰীৰামৰ গোপালৰ গুচৰলৈ আগমন

মাধৱে পূৰ্ব্বত বুঢ়া শ্ৰীৰামক
যিটো আজ্ঞা কৰিলন্ত।
সেহি আজ্ঞা পাছে গোপালদেৱত
যেনমতে কহিলন্ত॥ ৬৫
মাধৱৰ আজ্ঞা মনে অনুসৰি
শ্ৰীৰাম তৈতে ৰহিলা।
ভক্তসৱ সমে পৰম সন্তোষে
ত্ৰিতয় মাস বঞ্চিলা॥
ভাদ্ৰ আশ্বিন কাৰ্ত্তিক যে এহি
তিনি মাস যেৱে গৈলা।
আঘোণ মাসত কামৰূপে যাইবে
শ্ৰীৰামৰ ইচ্ছা ভৈলা॥ ৬৬

ভকতসৱত বিদায় কৰিলা
শ্ৰীৰাম যে শুদ্ধমতি।
আঘোণ মাসৰ সাত দিন যাওঁতে
কৰিলা আনন্দে গতি।
মাধৱৰ আজ্ঞা শিৰত ধৰিয়া
বেহাৰক তেজি আইল।
দিন সাত আঠে নৱনগৰক
বুঢ়া-আতাই আসি পাইল ॥ ৬৭

পথত ঘটা বিবিধ কাৰ্য্য

সেহি নগৰত এক গৃহস্থৰ
গৃহে গৈয়া ৰহিলন্ত।
নাম-প্ৰসঙ্গক কৰিয়া তহিত
সিটো ৰাত্ৰি বঞ্চিলন্ত ॥
প্ৰভাততে উঠি শয্যাত বসিয়া
কৰিলন্ত প্ৰসঙ্গক।
নাম অৱসানে গৃহস্থে আসিয়া
বুলিলেক বচনক ॥ ৬৮

অভোজনৰ কাৰণ

শুনিযোক বাপ ভোজন কৰিতে
স্নানিতে তযু লাগয়।
কালিও ভোজন নভৈল যিহেতু
অত্যন্ত ক্ষুধা জন্ময় ॥
ভাল ভাল বুলি তেতিক্ষণে উঠি
স্নানক প্ৰতি চলিলা।
হংসাণ্ড গুটিক বিক্ৰিয়া থৈছয়
নদীৰ তীৰে দেখিলা ॥ ৬৯
হংসাণ্ডক দেখি খানিকো নাপেখি
অসন্তোষ কৰি মন।

স্নানক নকৰি বিষ্ণু বিষ্ণু স্মৰি
আসিলন্ত তেতিক্ষণ ॥
মনত বোলন্ত অন্য দেৱতাক
পূজিয়া ইটো আছয়।
ইহাৰ গৃহত মোহোৰ ভোজন
কৰিবাক যোগ্য নয় ॥ ৭০
এহি বুলি গৃহ- স্থক সম্বোধন
নকৰিয়া চলিলন্ত।
দৈত্যাৰি ঠাকুৰৰ গৃহত শ্ৰীৰাম — যাহান্ত পথত দৈত্যাৰি ঠাকুৰৰ
গৃহক গৈয়া পাইলন্ত ॥
বুঢ়া আতাই আসি- ছন্ত হেন কথা
ঠাকুৰে যে শুনিলন্ত।
পুত্ৰক কোলাত ধৰিয়া তেখনে
আগক বাঢ়ি গৈলন্ত ॥ ৭১
দেখন্ত পুত্ৰৰ কণ্ঠত ব্যাঘ্ৰৰ
নখক দিয়া আছয়।
মনত বোলন্ত যাক ডৰে আসো
সেহিসে ভেণ্ট হোৱয় ॥
পুত্ৰৰ স্নেহত থাকিয়া ঠাকুৰে
যিটো কথা কৰিছয়।
ব্যভিচাৰ কথা শঙ্কৰদেৱৰ
মত ইটো নুহিকয় ॥ ৭২
এহি বুলি বহু সম্ভাষা নকৰি
তেতিক্ষণে চলিলন্ত।
বৰপেটাক প্ৰতি কৰিলন্ত গতি
শ্ৰীৰাম বীৰ মহন্ত ॥

মধ্যাহ্ন বেলাত ৰৰ যে পেটাক
বুঢ়া আতাই গৈয়া পাইলা ।
বুঢ়া আতাই আসি- বাৰ কথা শুনি
ভক্তসৱো শীঘ্রে আইলা ॥ ৭৩
মধুৰ বচনে প্রিয় বার্ত্তা পুছি
ভোজনক কৰাইলন্ত ।
ভক্তসৱসঙ্গে পৰম সন্তোষে
দিনা দুই বঞ্চিলন্ত ॥
বোলন্ত মনত যিটো আজ্ঞা আতা
বুলিছন্ত গোপালক ।
প্রথমতে গৈয়া গোপালৰ আগে
কহোঁ সেহি বচনক ॥ ৭৪
তাহান আশয় লৈয়া পুনু আসি
কহোঁ হি আৱাসৱত ।
ভৱানীপুৰক গৈলন্ত শ্রীৰাম
ভাবিয়া হেন মনত ॥
ভৱানীপুৰক গৈয়া গোপালৰ
গৃহক পাছে পাইলন্ত ।
গোপালে পৰম আদৰ কৰিয়া
আগবাঢ়ি আনিলন্ত ॥ ৭৫
আসনক দিয়া সমীপে বসিয়া
প্রিয় বার্ত্তা পুছিলন্ত ।
শ্রীৰামে কুশল বার্ত্তা কহি মাধ-
ৱৰ আজ্ঞা কহিলন্ত ॥
শুনিয়ো গোপাল আতা ঈশ্বৰৰ
হয়াছে আজ্ঞা তোমাক ॥

ৰৰপেটাত গুৰু-আজ্ঞা প্রকাশ নকৰাৰ কাৰণ

গোপালৰ আগত গুৰু-আজ্ঞা প্রকাশ

জীৱসমস্তক উপদেশ দিয়া
ধৰ্ম্ম প্ৰৱৰ্ত্তাইবাক ॥ ৭৬

গোপালৰ প্ৰত্যাখ্যান

গোপালে বোলন্ত সিসব কাৰ্য্যৰ
যোগ্য আমি নুহিকোঁহো ।
ভৃত্য হুয়া আমি স্বামীৰ কৰ্ম্মক
কেনমতে কৰিবোঁহো ॥
শুনিযোক বাপ আতা ঈশ্বৰৰ
বাক্যত মোৰ- শৰণ ।
নুৱাৰিবোঁ নুৱা- ৰিবো কদাচিতো
বুলিলোঁ দৃঢ় বচন ॥ ৭৭
গোপালৰ বাক্য শুনিয়া শ্ৰীৰামে
বুলিবে পুনু লৈলন্ত ।

শ্ৰীৰামৰ দৃঢ়তা

শুনিয়ো গোপাল দঢ়াই দঢ়াই আতা
বাৰম্বাৰ বুলিলন্ত ॥
কৈবা গোপালত জীৱ- নিস্তাৰণ
শকতি তাস্ত আছয় ।
উপদেশ দিয়া জীৱসমস্তক
তাৰিবে কৈলোঁ নিশ্চয় ॥ ৭৮
ধৰ্ম্মৰ আচাৰ্য্য পাতিলোঁ তাহান্ক
এৰাইবাক নপাৰয় ।
জীৱ-বধ-পাপ তাহান্তে লাগয়
যদি বাক্য নকৰয় ॥
হেনমত আজ্ঞা জানিয়া আতাৰ
কৰিবে তবু লাগয় ।
মহন্তৰ আজ্ঞা কৰণেসে ধৰ্ম্ম
শাস্ত্ৰসমস্তত কয় ॥ ৭৯

গোপালে আৰৰ একো নুবুলিয়া
মৌন-ভাৱে ৰহিলন্ত।
গোপালৰ গৃহে শ্ৰীৰাম আতাই
ভোজনক কৰিলন্ত॥
গোপালে সন্তোষে শ্ৰীৰামে সহিতে
হৰিকথা চৰ্চ্চিলন্ত।
বৰপেটাত শ্ৰীৰামে তহিতে সিটো ৰাত্ৰি বঞ্চি
গুৰু-আজ্ঞা বৰপেটা আসিলন্ত॥ ৮০
প্ৰকাশ মাধৱৰ আজ্ঞা ভকতসৱত
মতাই আনি কহিলন্ত।
দেৱতা মাধৱে ধৰ্ম্মৰ আচাৰ্য্য
গোপালক পাতিলন্ত॥
গোপালে জ্ঞান যে উপদেশ কথা
কৈব সমস্তৰ আগে।
তোমৰাসৱৰো গোপালক অনু-
বৰ্ত্তি থাকিবাক লাগে॥ ৮১
শু'ন ভকতসৱে আতা ঈশ্বৰৰ
আজ্ঞা যেৱে হুয়া আছে।
ভাল ভাল আমি কিয় নকৰিবোঁ
বুলি গৃহে গৈলা পাছে॥
কোনো সিটো সময়ত কোনো জনে আৰ
কোনোৰ একো বাক্য নুবুলিল।
অবিশ্বাস পাছতে সে কতো জনে গৃহে আসি
আন কথা আলোচিল॥ ৮২
আতা যদি আজ্ঞা বুঢ়া আতাইৰ আগে
কৰিছন্ত গোপালক।

প্ৰথমে যেখনে আসিলা তেখনে
নকৈলা কথা কিসক ॥
ভৱানীপুৰক যায়া গোপালৰ
সঙ্গে কৰি আলোচন।
আমাসাৰ আগে কহয় মাধৱ
দেৱৰ বুলি বচন ॥ ৮৩
গোপাল আতাইৰ বুঢা যে শ্ৰীৰামৰ
পূৰ্ব্বৰ প্ৰীতি আছয়।
বুঢ়া আতাইৰ মুখে গোপালে সে জানা
ইটো কথা বোলাৱয় ॥
যদ্যপি মনত হেন মত আছে
ব্যক্তে কেহো নোবোলয়।
বৰপেটাক প্ৰতি আগমনাগমন
গোপালো কৰি থাকয় ॥ ৮৪
মাধৱদেৱৰ আজ্ঞা গোপালক
শুনিলাহা সৰ্ব্বলোক।
আত অনন্তৰে চৰিত্ৰ অপৰ
সাৱধানে শুনিয়োক ॥
নাৰায়ণ ঠাকুৰৰ বৰপেটালৈ আগমন
হৰি-মন্দিৰত আসিয়া ঠাকুৰ
নাৰায়ণ বসিছন্ত।
ঠাকুৰক দেখি ভকতসকল
শীঘ্ৰে আসি বসিলন্ত ॥ ৮৫
ভৱানীপুৰৰ পৰা গোপালেও
তৈকে লাগি আসিছন্ত।
ভকতসৱ সঙ্গে পৰম সন্তোষে
ঠাকুৰ বসি আছন্ত ॥

সেহি সময়ত আনন্দ মনত
ঠাকুৰ ধীৰ মহন্ত ।

*ভক্তসৱৰ প্ৰতি ঠাকুৰৰ প্ৰশ্ন—*

ভকতসৱত পৃথকে পৃথকে
প্ৰশ্ন এক কৰিলন্ত ॥ ৮৬
নাম ধৰি ধৰি সম্বোধন কৰি
সবাৰে মুখক চাই ।

*মাহঁতে কাক কেনেকুৱা স্নেহ কৰিছিল ?*

কাক কিবা স্নেহ আতা কৰিছন্ত
কহিয়োক সমুদায় ॥
শুনা ভক্তসৱ তোমৰাসৱৰ
আনন্দক থাকোঁ চাই ।
শুনি ভক্তসৱে কহিবে লাগিলা
যাৰ যেন অভিপ্ৰায় ॥ ৮৭

*ভক্তসকলৰ বিভিন্ন উত্তৰ*

কেহো জনে বোলে আতাৰ স্নেহক
কি কহিবোঁ ভয়ু ঠাই ।
ধন দিয়া মোক আনিছন্ত আতা
খাটনিৰ একৰাই ॥
কতো জনে বোলে শুনিয়োক বাপ
মোতোৰ স্নেহৰ কথা
সমীপো আনিয়া অন্ন বস্ত্ৰ দিয়া
পুসিছা মোক সৰ্ব্বথা ॥ ৮৮
আউৰ জনে বোলে মোক যেন স্নেহ
শুনিয়োক কৰিছন্ত ।
জলপাত্ৰ কম্ব- লক আদি কৰি
দিছা বস্ত্ৰ অপযান্ত ॥
কেহো বোলে দিব্য বসন দিছন্ত
পাট ভুনি আদি কৰি ।

সিটো স্নেহ বাপ শুজিবে নপাৰোঁ
কোটি কোটি জন্ম ধৰি ॥ ৮৯
কোহো জনে বোলে মধুৰ বচনে
মোক আতা মাতিছন্ত ।
কতো নাম ধৰি ঐক আসা বুলি
সমীপে মাতি আনন্ত ।
যাক যিবা স্নেহ কৰিছা মাধৱ
এহি মতে সবে কয় ।
ঠাকুৰে দেখন্ত একো নুবুলিয়া
গোপাল ৰহি আছয় ॥ ৯০
মনত বোলন্ত গোপালৰ মনে
কিবা অভিপ্ৰায় আছে ।
সেহি সে কাৰণে নমাতি আছন্ত
জানি মাতিলন্ত পাছে ॥
যাক যিবা স্নেহ কৰিছন্ত আতা
সবেও দেখোঁ কহয় ।
শুনিয়ো গোপাল কয় নম তাহা
মাতিবে তযু লাগয় ॥ ৯১
গোপালে সিদ্ধান্ত নতু দিয়ে ভক্ত-
সবে মাতিলন্ত আগে ।
গোপালৰ প্ৰতি গুৰুজনাৰ স্নেহ
শুনিয়োক বাপ আহান স্নেহৰ
কি কথা কৈবাক লাগে ॥
ভৱানীপুৰৰ পৰা যেতিক্ষণ
আসন্ত আৰা সত্ৰক ।
তেতিক্ষণে শীঘ্ৰে যাবা যাৱা বুলি
পাঞ্চন্ত আতা ভক্তক ॥ ৯২

গোপালক লাগি মৎস্য আনা গৈয়া
আনা গৈ আৰো দুগ্ধক
আপোনাৰ পিন্ধা বস্ত্ৰক দিছন্ত
কৰিছা আনো স্নেহক ॥

গোপালৰ উত্তৰ—

পাছে কতোক্ষণে গম্ভীৰ বচনে
গোপালে বুলিলা তাক ।
শুনিয়োক বাপ স্নেহ মোৰ মনে
নোবোলোঁ ইটো কথাক ॥ ৯৩

ৰাজ-গুৰু কণ্ঠ- ভূষণৰ আত্তা
গৃহৰ পৰা আসিয়া ।
ছয় মাস মোক যিটো অনুগ্ৰহ
কৰিলা গৃহে থাকিয়া ॥

"অপাৰৰ পাৰ পোৱা কৰাটি হে পৰম স্নেহ"

অপাৰৰ পাৰ কৰিলাহা মোক
জ্ঞান উপদেশ দিয়া ।
সেহি সে স্নেহক মোহোৰ মনত
মানোঁহো স্নেহ বুলিয়া ॥ ৯৪

বিষয়ৰ উপ- কাৰক গুৰুত
হন্তে লৈবে নুযুৱায় ।

পাৰমাৰ্থিক উপকাৰ হে সৰ্ব্বশ্ৰেষ্ঠ

পৰমাৰ্থ উপ- কাৰকে সে উপ-
কাৰ বুলি লৈবে পায় ॥
শুনি জনাৰ্দ্দন আত্তাই বুলিলন্ত
বুলিলা কিয় হেনয় ।
বিষয়ৰ উপ- কাৰক পূৰ্ব্বন্ত
পাণ্ডৱে লৈয়া আছয় ॥ ৯৫
শুনিয়া গোপালে বোলন্ত তাহাৰ
সিদ্ধান্ত তাহাত আছে ।

উদাহৰণ— প্ৰথমে সে উপ- কাৰ বুলি নৈলা
নলৈলা তাহাক পাছে ।
কৃষ্ণে যিটো জ্ঞান কাহলা গীতাত
সি জ্ঞান নভৈল যাৰে ।
উপকাৰসম্বো স্মৰিয়া অৰ্জ্জুনো
বিষাদ কৰিলা তাৰে ॥ ৯৬
যেতিক্ষণে আসি জ্ঞান উপজিল
নিৰ্ম্মল ভৈল আশয় ।
মনে উপকাৰ নস্মৰিলা আৰ
ভৈল আত্ম-পৰিচয় ।
পুনু নাৰায়ণ ঠাকুৰে বুলিলা
গোপাল শুনা বিচাৰি ।
উপকাৰ লৈবে নপায় হেন সাক্ষী
দিবাক পাৰি নপাৰি ॥ ৯৭
গোপালে বোলন্ত ইহাৰ প্ৰমাণ
লৈয়োক শাস্ত্ৰক চাই ।
নৃসিংহক প্ৰতি প্ৰহ্লাদৰ বাক্য
সপ্তম স্কন্ধত পায় ॥
নৃসিংহ বদতি শুনা দৈত্যপতি
বাখিলোঁহো মঞি তোক ।
অগ্নিয়ে দহন্তে তোহোক ৰাখন্তে
দহিলেক অগ্নি মোক ॥ ৯৮
সেহি সে কাৰণে মোহোৰ শৰীৰ
ভৈলেক তাম্ৰ-বৰ্ণীয়া ।
শূলে হানে সৰ্পে দংশন্তে তোহোক
ৰাখিলোঁ হো আবৰিয়া ॥

তোহোৰ দেহত বেদনা নভৈল
শৰীৰে মোৰ লাগিয়া ।
সেহি সে কাৰণে মোহোৰ শৰীৰ
ভৈল উকা বৰনীয়া ॥ ৯৯

বিষ জল পৰ্ব্ব- তত হন্তে মঞি
ৰাখিলোঁহো তোৰ প্ৰাণ ।
আনো নানা সঙ্ক- টত ৰাখিলোঁহো
মহা উপকাৰী জান ॥
প্ৰহ্লাদে বোলন্ত ইসব কথাক
নোবোলোঁহো উপকাৰ ।
মোৰ প্ৰাণ ৰক্ষ- ণাদি অতি তুচ্ছ
ইকথা কোন তোমাৰ ॥ ১০০

কৰ্ম্মবদ্ধ হুয়া নানা জীৱ যত
পৰিছয় সংসাৰত ।
ময়ো সেহিমতে পৰিবাক যাওঁ
সিসৱৰ প্ৰসঙ্গত ॥
প্ৰহ্লাদৰ প্ৰতি পৰমোপকাৰ মাতৃৰ গৰ্ভত আছন্তে মোহোক
নাৰদ-ৰূপক ধৰি ।
যিটো অনুগ্ৰহ কাৰলা তাকে সে
মানোঁ উপকাৰ কৰি ॥ ১০১

হেনমত বাক্য প্ৰহ্লাদে পূৰ্ব্বত
বুলিয়া যাতো আছয় ।
এতেকে সে বিষ- য়ৰ উপকাৰ
নৈবে যোগ্য মুহিকয় ॥
গোপালদেৱৰ বাক্য শুনি ভৈলা
গোপালৰ ভক্তসৱ নিকত্তৰ ।

উত্তৰত নাৰায়ণ ঠাকুৰৰ পৰম সন্তোষ

মহাপ্ৰেম আসি মিলিল মনত
নাৰায়ণ ঠাকুৰৰ । ১০২
বোলন্ত গোপাল ধন্য ধন্য তুমি
সাৰ্থক তয় বচন ।
ভাল সেৱা কৰি আছা মাধৱৰ
অভয় দুই চৰণ ॥
জানিলোঁ হো তুমি সেহি সে মাধৱ
ৰূপান্তৰে ব্যক্ত ভৈলা ।
এহিমতে বহু প্ৰশংসা কৰিয়া
ঠাকুৰো গৃহক গৈলা । । ১০৩
ভকতসকলো সিদ্ধান্তক লভি
আনন্দে গৈলা গৃহক ।
দিনা চাৰিমান বঞ্চিয়া গোপাল
গৈলা ভৱানীপুৰক ।

× × ×

পদ

ৰৰপেটাত নাৰায়ণ ঠাকুৰৰ বিনোদ

এক দিনা প্ৰতি নাৰায়ণ যে ঠাকুৰ ।
ৰৰপেটা সত্ৰে আসি কৰি শ্ৰম দূৰ ॥
ভোজন কৰিয়া কৰিলন্ত শয়নক ।
দেৱতা গোপাল আসি আছন্ত সত্ৰক ॥ ১০৮
ভক্তসৱো গৃহে গৃহে কৰিলা শয়ন ।
নিদ্ৰা কৰি আছা কাৰো নাহিকে চেতন ॥
নিশাশেষভাগে লভি ঠাকুৰে চেতন ।
চেতন লভিয়া নাম কৰন্ত স্মৰণ ॥ ১০৯

সেহি বেলা লোকে বহু আৰাৱ কৰয়।
মহাযত্ন কৰি সৱে ধান্যক ৰাখয় ॥
লোকৰ কোহলাল শুনি বুলিলা বচন।
ঠাকুৰে ভক্তক এক কৰি সম্বোধন ॥ ১১০
হেন মতে ৰিঙ্গা-ৰাৱ কৰে কি কাৰণ।
শুনিয়া সিদ্ধান্ত দিলা ভক্ত একজন।
মহিষে গণ্ডকে ধানা হৰিণে খাৱয়।
লোকসৱে মহাযত্ন কৰিয়া ৰাখয় ॥ ১১
অন্যোঅন্যে মতামতি কৰিয়া খেদয়।
সেহি সে আৰাৱ ৰাপ আন নাহিকয় ॥
পুনৰ্ব্বাৰ নাৰায়ণ ঠাকুৰে বুলিলা।
মহিষে গণ্ডকে ধানা খাৱয় কহিলা। ১১২
সেহি ধান্য হোৱয় নে হয় পুনৰ্ব্বাৰ।
আসয় নাসয় পুনু অঙ্কুৰ তাহাৰ।
শুনি ভক্ত বোলে তাৰ অঙ্কুৰ আসয়।
বিলম্বো সে হোৱে তাৰ কহিলোঁ নিশ্চয় ॥ ১১৩
শুনি ঠাকুৰৰ মনে ভাৱ সম্পজিল।
শৰীৰ পুলক মহা ভাৱ জনমিল ॥
জুৰে নয়নৰ নীৰ দ্ৰৱ ভৈল মন।
ভকতসৱক পাছে বুলিলা বচন ॥ ১১৪
শুনা ভক্তসৱ কিয় কৰিছা শয়ন।
নিচিন্তে আহাহা কিক লভিয়ো চেতন ॥
অসাৰ অনিত্য বস্তু সাৰ নাহি কয়।
তাৰ অৰ্থে লোকসৱে নিদ্ৰাক তেজয় ॥ ১১৫
পুনৰ্ব্বাৰ গজি ধানা দুইবাৰ আছয়।
মহাযত্ন কৰি দেখা তথাপি ৰাখয় ॥

ভাৰতবৰিষে ইটো মনুষ্য শৰীৰ ।
পুনৰ্ব্বাৰ পাইবোঁ হেন নাহিকয় থিৰ ॥ ১১৬
তথাপি নিচিন্তে কেনে কৰিছা শয়ন ।
উঠা উঠা শীঘ্রে সৱে লভিয়ো চেতন ।
হৰিমন্দিৰক প্ৰতি কৰিয়ো গমন ।
সৱে মিলি কৰোঁ গৈয়া নামৰ কীৰ্ত্তন ॥ ১১৭
ঠাকুৰৰ বাক্যে সৱে তেখনে লৰিলা ।
শেষ-নিশা হৰি-মন্দিৰক গৈয়া সৱেও বসিলা ॥
নাম-কীৰ্ত্তন কঠ পাৰি পংক্তি কৰি বসি সমস্তয় ।
গাইবাক লাগিলা নাম সন্তোষ-হৃদয় ॥ ১১৮
ঠাকুৰে লগাই নাম উচ্চ স্বৰ কৰি ।
ভক্তসৱে বেঢ়ি গাৱে ধৰিয়া চাপৰি ॥
পৰম সন্তোষে নাম গাৱে বিতোপন ।
দেৱতা গোপালো নাম কৰন্ত কীৰ্ত্তন ॥ ১১৯
প্ৰেমৰসে মগ্ন হুয়া নামক গাৱয় ।
অনুৰাগ জন্মি নাম চৰে অতিশয় ॥
মিলিল প্ৰভাত সূৰ্য্য উদিত ভৈলন্ত ।
প্ৰহৰেক মানে গায়া নামক থৈলন্ত ॥ ১২০
সেহি বেলা ঠাকুৰে বুলিলা বচনক ।
নামৰ অন্তত শুনিয়োক ভক্তসৱ দেখোঁ আনন্দক ॥
পাৰস্পৰিক অন্যোঅন্যে প্ৰীতি কৰা যাৰ যাত সঙ্গ ।
মহাপ্ৰীতি আশ্বাস-আশ্বাসি কৰা কৰি মন ৰঙ্গ ॥ ১২১
শুনিয়া ভকতসৱ তেখনে উঠিল ।
অন্যোঅন্যে আশ্বাসিয়া আনন্দে ধৰিল ॥
বুঢ়া-আতাই গোপালদেৱক আশ্বাসিল ।
অচ্যুতগুৰু পৰমানন্দক আলিঙ্গিল ॥ ১২২

বলোভদ্ৰে অনন্ত খুৰাইক সাবটিল।
হৰিহৰ আতাই বিৰকত মহাশীল॥
হৰি আতাই সমে মহাভাৱ সম্পজিল।
সনাতন কৃষ্ণ সমে আশ্বাস কৰিল॥ ১২৩
শুভঙ্কৰ জনাৰ্দ্দন আতাই বিচক্ষণ।
আশ্বাস কৰিলা দাহো সন্তোষিত মন॥
এহি অনুক্ৰমে ভক্তসৱ নিৰন্তৰ।
অন্যোঅন্যে আশ্বাসিল বাক্যে ঠাকুৰৰ॥ ১২৪
পৰম সন্তোষে অন্যোঅন্যে সাবটিয়া।
ক্ৰেন্দন কৰা পৃথিবীত বাগৰিয়া॥
দ্ৰৱ হৈল মনদেহ পুলক জন্মিল।
জুৰে নয়নৰ নীৰ লোম শিহৰিল॥ ১২৫
এহিমতে ভক্তসৱে কৰি বিনোদক।
পৰম সন্তোষে গৈলা আপোন গৃহক।
দেৱতা গোপালো লভি মহা আনন্দক।
নাৰায়ণসমে উঠি গৈলন্ত গৃহক॥ ১২৬

× × ×

## ছবি

শুনিয়োক সৰ্ব্বজন পুণ্যকথা বিতোপন
বৰপেটাসত্ৰে ভক্তগণ।
বৰপেটাৰ পৰা দেৱতা গোপাল সমে যুক্তি কৰি ভক্তসৱে
বংশী গোপাল পাঠিলন্ত ভক্ত তিনিজন॥ ২১৫
সহিতে আসম ৰাজ্যক লাগি যায়োক তোমৰা তিনি
ভক্ত প্ৰেৰণ বংশীগোপালৰ ঠাইক লাই।

কহিবা তাহান আগে মাধৱদেৱৰ সঙ্গে
আমনাগমন কিয় নাই ॥
মাধৱদেৱক পূৰ্ব্বে সেৱা কৰিলন্ত তেন্তে
সেহি কথা আছয় নাছয়।
মাধৱদেৱৰ ধৰ্ম্ম আচৰয় নাচৰয়
এহি কথা কহোক নিশ্চয় ॥ ২১৬
ভকতসবৰ আজ্ঞা আদৰস্বৰূপে ধৰি
তেতিক্ষণে লৰিয়া আসিল।
ৰামহৰি হৰিধন ৰামকৃষ্ণ তিনিজন
দেবেৰাপাৰক আসি পাইল ॥
বিয়লিকা বেলা আসি গোপালৰ সত্ৰ পাইলা
হৰি-সভা সেহি সময়ত।
দেখিলন্ত গোপালক ভক্তলোক সমন্বিতে
বসি আছা সভাৰ মধ্যত ॥ ২১৭
বসিলা সভাৰ এক হুয়া পাশ তাৰাসৱে
নিৰীক্ষণ কৰি কীৰ্ত্তনক।
সেহি বেলা বৰআতা * কৰিছন্ত কীৰ্ত্তনক
পিন্ধি পাট ফোটা কুণ্ডলক ॥ [ * বৰ যদুমণি ]
পুছিলন্ত তাৰাসৱে ভক্ত কিবা আন লোক
কীৰ্ত্তন কৰয় যিটো জন।
ভক্ত জানি বুজিলন্ত নটৰ লক্ষণ ইটো
নুহিকয় ভক্তৰ লক্ষণ ॥ ২১৮
যেতিক্ষণে বুজিলন্ত তেতিক্ষণে শুনিলন্ত
বৰআতা মহা বিচক্ষণ।
আমাকে সে বুজিলন্ত তাৰাসৱে ইটো বাক্য
নুহিকয় আনক বচন ॥

শঙ্কাযুক্ত হৈল মন    হৈলা পাছে কীৰ্ত্তনক
বসিলন্ত আসি সমীপত।
বাৰ্ত্তাক পুছিয়া পাছে    বংশীগোপালৰ কাছে
গৈয়া কহিলন্ত কথা যত॥ ২১৯
ৰবপেটা সত্ৰ হন্তে    আসিবাৰ কথা শুনি
তেতিক্ষণে উঠিয়া গৈলন্ত।
বসি পাছে চতালত    পাঞ্চি ভক্ত একজন
তেকে লাগি মতাই আনিলন্ত॥
ভকতসবৰ তৈৰ    কুশল বাৰ্ত্তাক পুছি
আগমন কাৰণ পুছিলা।
ভকতসবৰ যেন    তাৰাসৱে বচনক
পূৰ্ব্বাপৰে সমস্তে কহিলা॥ ২২০

ভক্তসকলৰ
প্ৰশ্ন—কোন
বিধ ভক্তি
আচৰণ কৰা
হৈছে?

নুবুলিয়া একো বাক্য    মৌনভাৱে ৰহিলন্ত
দেখি বুলিলন্ত পুনৰ্ব্বাৰ।
কোন বিধ ভকতিক    আচৰণ কৰা তুমি
কহিয়োক আগে আমাসাৰ॥
নাহিকয় তান বাক্য    নপাই পাছে সিদ্ধান্তক
ৰহিলন্ত হয়া নিৰুত্তৰ।

শ্ৰীৰাম আতা
ৰৰ যত্নমণিৰ
মনত সংশয়
উপস্থিত

সিদ্ধান্ত নেদিব দেখি    মনত সংশয় বৰ
হৈল যত্নমণি শ্ৰীৰামৰ*॥ ২২১
কেনমত বথা হটা    আৰাসকে সুধিলন্ত
নপাৰিল দিবে প্ৰত্যুত্তৰ।
জীৱসকলৰ কোনো    সংশয় মিলিলে আৰা
কেনমতে ছেদিবে মনৰ॥
নভৈল সংশয়-ছেদ    জীৱৰ তৰণ নাই
নিস্তাৰিবে কেমনে জীৱক।

[* গ্ৰন্থকৰ্ত্তাৰ পিতামহৰ]

গোপালে বুলিলা পাছে যায়োক তোমৰাসব
পঠাইবোঁহো পাছত ভক্তক ॥ ২২২
দিনা দুইমানে আছি গোপালৰ বাক্য শুনি
বংশী বৰপেটা সত্ৰক চলিলা।
গোপালৰ কটাৰী বসন নানা আনো বস্তু অপৰ্য্যন্ত
আতা বৰ দিয়া বৰ আতাক পাঠিলা ॥
যদুমণিক বৰ- গোপালৰ বাক্যে ভক্ত চাৰিজন সমেগৈয়া
পেটালৈ বৰপেটা সত্ৰক পাইলন্ত।
প্ৰেৰণ যাক লাগি যিবা বস্তু দিয়া পঠাইলন্ত তাৰা
বিভঞ্জিয়া সবাকে দিলন্ত ॥ ২২৩
কেহোজনে নাৰাখিলে ওলটাই পুনু দিলে
বস্তুজাত কটাৰী বসন।
দিনা দুইমান আছি ভৱানীপুৰক লাগি
বৰআতা কৰিলা গমন ॥
ভৱানীপুৰক গৈয়া যিটো বস্তু আছা নিয়া
গোপালৰ আগত দিলন্ত।
গোপালে বোলন্ত পুৰ্ব্বে তাহান বস্তুক আতা
নকৰিয়া স্বীকাৰ আছন্ত ॥ ২২৪
কেনমতে ইটো বস্তু স্বীকাৰ কৰিবোঁ আমি
পুৰ্ব্বস্থানে ইহাক নিয়োক।
আউৰ এক কথা মঞি প্ৰশ্ন কৰোঁ তোমাসাত
নিষ্ঠ কৰি মোত কহিয়োক ॥
একাদশ- একাদশ স্কন্ধে কোন ছয়জন ভক্ত কৈয়ো
স্কন্ধৰ ছয় কিবা তাৰাসবৰ সাধন।
ভক্তৰ বিচাৰ বৰআতা বোলে বাপ আছোক কহিবোঁ আমি
ইটো কথা নাহিকে শ্ৰৱণ ॥ ২২৫

[ পিছৰ ৫৪৬-৫৩১ পদ দ্ৰষ্টব্য ]

গোপালে বোলন্ত কিনো ভক্তি কৰা তোমাসবে
কহিবাক নপাৰ ইহাক।
যায়োক তোমৰাসব পুনৰ্ব্বাৰ আমাসাৰ
থানে আইলে পাইবাহা কথাক॥
গোপালদেৱৰ তেজে ধৰিষণ কৰিলেক
মনত নিশ্চয় তেতিক্ষণে।
(যদুমণিৰ দেৱৰা-পাহলৈ প্ৰত্যাৱৰ্ত্তন) লৈয়া ঘোষা পুথিখানি অসম ৰাজ্যক লাগি
বৰআতা কৰিলা গমন। ২২৬
দেৱৰাপাৰক পাই গোপালৰ আগে যাই
কহিলন্ত কথাক যেমন।
গৃহে গৈয়া অনন্তৰে আগে কৈলা শ্ৰীৰামৰ
গোপালদেৱৰ গুণগণ॥
শুনিয়োক গুৰু ঐত কি কাৰ্য্যে আছোঁহো আমি
থাকিবাক কিছু ফল নাই।
মামত গোপাল তাৰা ভৱানীপুৰত আছা
শঙ্কৰৰ ধৰ্ম্ম প্ৰবৰ্ত্তাই। ২২৭
পৰম মহন্ত শিষ্ট দম্ভ-দৰ্প-মোহহীন
লোভ-মোহ-ক্ৰোধ যাত নাই।
শাস্ত্ৰত কহয় যেন মহন্তৰ লক্ষণক
গোপালত সমস্তকে পায়॥
আসা যাওঁ তৈকে লাগি গোপালৰ ঠাইক আমি
আপুনাৰ মনে কেন হয়।
শ্ৰীৰামে বোলন্ত আতাই মোহোৰ মনত জানা
ইটো কথা হুইছয় নিশ্চয়॥ ২২৮
(শ্ৰীৰাম আৰু যদুমণিৰ) এহিমতে হুয়োজন কৰি পাছে আলোচন
গোপালত * বিদায় কৰিলা। [* বংশী গোপালত]

পশ্চিমলৈ যাত্ৰা

পশ্চিম দেশক লাগি যাইবাক খোজোঁহো আমি
শুনিয়া গোপালে নিবাৰিলা ॥
ভকতৰ মধ্যত মুখ্য তোৰাসৱ দুইজন
মোহোৰ স্নেহৰ আতিশয় ।
দুইহন্তত সবৱ আশা কিয় বোলা হেন বাক
নযাইবাহা বুলিলোঁ নিশ্চয় ॥ ২২৯
তাৰাসবে বুলিলন্ত আসিবোঁহো পুনৰ্ব্বাৰ
এহি বুলি আসিলা গৃহক ।
যুক্তি কৰি দুয়োজনে কিনিলন্ত তেতিক্ষণে
শাল্মলি কাঠৰ নৌকা এক ॥
নৌকাত উঠিয়া পাছে পাঞ্চজন ভক্ত সমে
কামৰূপে কৰিলা গমন ।
কৃষ্ণদাস চক্ৰপাণি জয়ানন্দ বনমালী
দামোদৰ এহি পাঞ্চজন ॥ ২৩০
যদুমণি শ্ৰীৰামৰ চতুৰ্ব্বিংশ অষ্টাদশ
সেহি বেলা বৰিষ প্ৰমাণ ।
ব্ৰহ্মপুত্ৰে ভটীয়াই যাহন্তে পথুকে চাই
থাকে ৰূপ মোহে পঞ্চ বাণ ॥
শ্ৰীৰাম নৌকাত বসি ভাগৱত যান্ত পঢ়ি
বৰআতা কৰন্ত শ্ৰৱণ ।
যহিতে বহন্ত যাই আনন্দে নামক গাই
তেবে কৰা ভোজন শয়ন ॥ ২৩১

* * *

## পদ

শ্ৰীৰাম যদুমণি দুয়ো আসি পুনৰ্ব্বাৰ ।
নাৰায়ণ ঠাকুৰক গৈলা চাহিবাৰ ॥

ঠাকুৰে দেখিয়া বহু সন্তোষ লভিয়া।
নাৰায়ণ আসা আসা সমীপক বুলিয়া বৈসায়া॥ ২৮৩
ঠাকুৰৰ পূৰ্ব্বাপৰ সমস্তে কথাক সুধিলন্ত
পৰামৰ্শ যেনমতে গৈলা যেনমতে আসিলন্ত॥
গ্ৰহণ ঠাকুৰৰ সঙ্গে বহু কৰি সম্ভাষণ।
বুলিলন্ত বাক্য সেহ বেলা দুয়োজন॥ ২৮৪
শুনিয়োক বাপ কহোঁ আশয় মনৰ।
কেনমতে পাৰ আমি হুইবোঁ সংসাৰৰ॥
কাত হন্তে আমাসাৰ হুইবেক নিস্তাৰ।
এহি সে কাৰণে আইলোঁ থানে আপোনাৰ॥ ২৮৫
এহিকথা শুনি কৈয়ো কৰিয়া নিৰ্ণয়।
হেন বা ভাবিতে কোনো উপায় হোৱয়॥
গদগদ ভাৱে ৰহি আছি কতোক্ষণ।
ঠাকুৰে বুলিলা বাক্য থিৰ কৰি মন॥ ২৮৬
ধন্য ধন্য তোমাসাৰ সাৰ্থক বচন।
বিচাৰ-পৰে সে গুৰু নোহে সৰ্ব্বজন॥
বিচাৰে সে ভজিবাক লাগে হেন জানি।
শুনিয়োক সাৱধানে মোৰ যেন বাণী॥ ২৮৭
* * * *
শুনিয়ো শ্ৰীৰাম শুনিয়োক যদুমণি।
আছয় বিশিষ্ট গুৰু সবৰ অগ্ৰগণী॥
সৰ্ব্ব-শক্তিধৰ সৰ্ব্বগুণৰ আকাৰ।
কথাৰসাগৰ আজ্ঞা পায়া মাধৱৰ॥ ২৯৩
নিস্তাৰ হুইবাক যদি লাগে তোমাসাৰ।
কথাসাগৰৰ ঠাইক লাগয় যাইবাৰ॥
শুনিয়া মনত ভৈলা কৌতুক বিস্তৰ।
দিনা তিনি মানে ৰহি থানে ঠাকুৰৰ॥ ২৯৪

আসিলন্ত পুনর্ব্বাৰ লাগিয়া সত্রক।
আছন্ত বাটক চাই গোপালদেৱক।
এহিমতে দিনা দশ আছন্ত বঞ্চিয়া।
ৰৰপেটাত — আসিলা গোপালদেৱ তহিকে * লাগিয়া॥ ২৯৫
গোপালদেৱ — ভৱানীপুৰৰপৰা দেৱতা গোপাল। [ * বৰপেটাক ]
আমনাগমন কৰি থাকা কতো কাল॥
মাস পক্ষ থাকি পুনু গৃহক যাৱন্ত।
দুই এক মাস থাকি সত্রক আসন্ত॥ ২৯৬
দুই এক কথা যদি লাগিয়া থাকয়।
আসিলে গোপালদেৱ সিদ্ধান্ত পাৱয়॥
গজলাৰ বাপ আসি আছন্ত লগত।
গোপালক সেৱা কৰি আছা প্ৰথমত॥ ২৯৭

* * * *

ভক্তসৱে দেখিলন্ত আসিল গোপাল।
আসনৰ হন্তে উঠিলন্ত ততকাল॥ ৩১৬
গোপালে সবাকে প্ৰিয় বচন বুলিযা।
বসিলন্ত আসনত আনন্দ কৰিয়া।
ভক্তসৱে বসিলন্ত সমীপ চাপিয়া।
আছন্ত গোপাল সবাহাকে সম্মুখিয়া॥ ৩১৭
গোপালৰ — গোপালক দেখি মহা কৌতুক লভিয়া।
লগত শ্ৰীৰাম — শ্ৰীৰাম যদুমণি দুয়ো সিবেলা আসিয়া॥
আৰু যদুমণিৰ — গোপালদেৱৰ সমীপত বসিলন্ত।
সাক্ষাৎ — দেখিয়া গোপালে পাছে প্ৰশ্ন কৰিলন্ত॥ ৩১৮
কৈৰপৰা তোৰাসৱ আসিলা কৈসানি।
নম্ৰভাৱে বুলিলন্ত দুয়োজনে বাণী॥

অসম ৰাজ্যৰ ৰাপ আমি দুয়োজন
দৈবপৰা আসি ঐত কৰিচাঁ বঞ্চন ॥ ৩১৯
আসম ৰাজ্যৰ সুধিলন্ত কথা যত।
প্ৰপঞ্চিয়া সমস্তে কহিলা গোপালত ॥
এহি মানে সিটো দিৱসৰ ভৈল কথা।
আন দিৱসত যেন শুনিয়ো সৰ্ব্বথা ॥ ৩২০
বসিয়া গোপালদেৱ থাকা প্ৰসঙ্গত।
হৰি-কথা প্ৰশ্ন কৰা সোহি সমস্ত ॥
যাৰ যেন কথা লাগি থাকয় মনত
গীতৰ ঘোষাৰ অৰ্থ কৰন্ত ভাৱত ॥ ৩২১
আনো যত কথা দেৱ গোপালে কহন্ত।
শ্ৰীৰাম যত্নমণি শুনিয়া থাকন্ত ॥
যেন বাৰিষাৰ মেঘে বৃষ্টিক কৰয়
অমৃত কলস যেন মুখক ঢালয় ॥ ৩২২
কথাৰসে মগ্ন হুয়া থাকা দুয়োজন।
শৰীৰ পুলক প্ৰেমযুক্ত অনুক্ষণ ॥
কাৰ্য্য-কাৰণক দেখি গোপালদেৱৰ।
ভৈল এক নিশ্চয় যত্নমণি শ্ৰীৰামৰ ॥ ৩২৩
মনত বোলন্ত গুৰু এন্তে সে আমাৰ।
আহ্ম সেৱিলে সে পায় অপাৰৰ পাৰ ॥
গুৰুৰ লক্ষণ যত সমস্তে আছয়।
বিচাৰি চাহিলোঁ এহেন্তে সে যোগ্য হয় ॥ ৩২৪

* * *

দিনেক গোপালদেৱ প্ৰভাতে উঠিয়া।
পথাৰক গৈলা জলপাত্ৰক ধৰিয়া ॥ ৩২৬
দেখিয়া শ্ৰীৰামদেৱ তৈকে লৰিলন্ত।
আসন্তে কদম্ব তলে লাগক পাইলন্ত ॥

নিৰ্জ্জন সময়ে নাহিকয় কাৰো গতি।
গোপালদেৱৰ আগে শ্ৰীৰাম বদন্তি ॥ ৩২৭
আসিলোঁহো আমি বাপ থানে আপোনাৰ।
কেনমতে নিস্তাৰ হুইবেক আমাসাৰ।
কেনমতে লাগ আমি পাইবো আপুনক।
গোপালৰ পৰামৰ্শ শুনিয়া গোপালে পাছে বুলিলন্ত বাক ॥ ৩২৮
এত দিনা তোৰাসৱে আছাহা অহিত।
গৈলে আৰাসৱে দুখ পাইব নিশ্চিত ॥
বুলিবেক গোপালে সে নিজেও ভণ্ডই
যেন মতে যাইবা কহোঁ তাহাৰ উপায় ॥ ৩২৯
মোৰ সঙ্গে যাইবে নলাগয় তোমসা।
একলগে দুইজন নযাইবাহা সৱ ॥
একলে সে কহিলোঁহো কৰিবা গমন।
আসিলা গোপালে বুলি সঙ্কেত বচন ॥ ৩৩০
শ্ৰীৰাম আসিলা হুয়া সন্তোষিত মন
বৰআতাৰ আগে পাছে বুলিলা বচন ॥
শুনিয়ো আতাই হুইছে এমন প্ৰকাৰ
শুনি বৰআতাৰ আনন্দৰ নাহি পাৰ ৩৩১
আছা দুই জন কৰি মহা আনন্দক।
গৈলন্ত গোপালদেৱ ভবানীপুৰক ॥

* * *

ভবানীপুৰত শ্ৰীৰাম শ্ৰীৰাম গৈলন্ত পাছে ভবানীপুৰক।
গধূলিকা বেলা গৈয়া পাইলন্ত ঘাটক ৩৪০
সেহি বেলা গজলাৰ বাপ আসিলন্ত।
দূৰ হন্তে দেখিলন্ত শ্ৰীৰাম আসন্ত ॥
লৰৰিয়া গোপালদেৱত জান দিলা।
শুনিয়া গোপালদেৱে তেখনে পাছিলা ॥ ৩৪১

পুনৰ্ব্বাৰ গৈলা পাছে ঘাটক লাগিয়া।
টালি-টোপোলাক লৈলা বন্ধত কৰিয়া॥
নৌকা হন্তে শ্ৰীৰাম উঠি আসিলন্ত।
গোপালদেৱৰ সমীপত বসিলন্ত॥ ৩৪২
গোপালে কুশল বাৰ্ত্তা পুছি অনন্তৰ।
ৰহিবাক লাগি পাছে দিলা এক ঘৰ॥
ৰহিলা শ্ৰীৰাম কৰি ভোজন শয়ন।
আউৰ দিনা শুনিয়োক কথাক যেমন॥ ৩৪৩
প্ৰভাতে গোপালদেৱ উঠিয়া আসন্ত।
ভকতসৱ সঙ্গে বসি প্ৰসঙ্গ কৰন্ত।
শ্ৰীৰাম গৈলন্ত নামঘৰক লাগিয়া।
নাম-প্ৰসঙ্গক বসি আছিলা শুনিয়া। ৩৪৪
সেহি বেলা নৰসিন্ধ পঢয় পুস্তক।
গোপালে প্ৰপঞ্চি কয় তাহাৰ অৰ্থক।
বহুভাবে কথা কৈয়া বুলিলা বচন।
কথা শুনি সন্তোষ লভিলা কোনজন। ৩৪৫
শ্ৰীৰামে বোলন্ত বাপ মনে আমাসাৰ।
মিলিল সন্তোষ পাৰ নাহিকয় আৰ॥
সন্তোষ লভিল যদি বোলন্ত গোপাল।
নাচিবাক লাগে তেবে উঠি ততকাল॥ ৩৪৬
শুনিয়া শ্ৰীৰাম কঠহন্তে উঠিলন্ত।
আনন্দতে তিনিবাৰ চাপৰি বাইলন্ত॥
দেখিয়া গোপালে বোলে হৈল এহিমানে।
পুনৰ্ব্বাৰ বসিলন্ত আসি নিজ স্থানে॥ ৩৪৭
শ্ৰীৰামেও শ্ৰদ্ধাভাবে আছিল শুনিয়া।
গৈলন্ত গোপালদেৱ গৃহক লাগিয়া॥

গৃহে গৈয়া কাঠ পাৰি চালিত বসিলা।
শ্ৰীৰামেও সমীপত বসিয়া ৰহিলা ॥ ৩৪৮
নিৰ্জ্জন সময় নাহিকয় কোনোজন।
শ্ৰীৰামৰ — সি বেলা গোপালদেৱে বলিলা বচন ॥
প্ৰতি — শুনিয়ো শ্ৰীৰাম তুমি স্থিৰ কৰি মন।
গোপাল — আমাসাৰ ঠাইক তুমি আইলা কি কাৰণ ॥ ৩৪৯
দেৱৰ প্ৰশ্ন — নাহিকয় আমাসাত কিছু গুণগণ।
মুহিকো মহন্ত গোষ্ঠী আমি অল্পজন।
তাঁতীৰ ছৱাল মুহিকোহো বৰলোক।
কোন গুণ দেখি আইলা মোক কহিযোক ॥ ৩৫০
শুনিয়া শ্ৰীৰামে পাছে বুলিলা বচন।
শ্ৰীৰামৰ — তিনি গোটা গুণ দেখি কৰিলোঁ গমন ॥
উত্তৰ — নাহিকয় আশ নাহিকয় অভিমান।
সংশয়ছেদক নাহি তোমাৰ সমান ॥ ৩৫১
সংশয়-পৰ্ব্বত মধ্যে পৰিয়া থাকয়।
কথা-মুদগৰ কোবে দূৰক কৰয় ॥
বিচাৰ কৰিয়া ইটো তিনি গুণ পাই।
এহি সে কাৰণে আইলোঁ আপুনাৰ ঠাই ॥ ৩৫২
গোপালে বোলন্ত যদি আছা গুণ পাই।
তোমাৰ আমাৰ এৰা-এৰি আৰ নাই ॥
এহি মান বুলি দেৱ গোপাল উঠিলা।
শ্ৰীৰামো গৃহক পাছে উঠিয়া আসিলা ॥ ৩৫৩
এহিমতে দিনা দুই আছন্ত বঞ্চিয়া।
যদুমণি আসিলন্ত তহিকে লাগিয়া ॥
বৰ যদুমণিৰ — বৰপেটা সত্ৰ হস্তে পাইলন্ত আসিয়া।
আগমন — সন্তোষক লভিলন্ত ভকতে দেখিয়া ॥ ৩৫৪

শ্রী াম সমস্থিতে গুয়া এক থান।
হা -কথা-অমৃত কৰা সদা পান॥
দে তা গোপালে কন্ত হৰি-কথা যত।
শু য়া ৎ কন্ত সভি আনন্দ মনত॥ ৩৫৫
ভে জনৰ বস্তুজাত গোপালে দিয়ন্ত।
ভে জন কৰিয়া হৰি-কথাক শুণন্ত॥
এ মতে দিনা সাত আছন্ত বঞ্চিয়া।
গং লাৰ গাপে পাছে বুলিলা আসিয়া॥ ৩৫৬

গঙলাৰ যদুমণিৰ বাক্যত শ্রীৰাম আক ৰৰ যদুমণিৰ অৰপোনাৰৈ গমন

শু য়েক আত ইসৱ বোলোঁহো বচন।
হ্ৰি কথাকে সে মাত্র কৰাহা শ্রৱণ॥
ভে জনক প্রতি কিয় নাহিকে যতন।
আ তাৰ তবে স বস্তু কৰিছা ভোজন॥ ৩৫৭
শু া মে নভাৱে ভূয়োজন বাহলন্ত।
প্র তসে উঠিয়া ভোজনক কৰিলন্ত॥
ভে জন কৰিয়া উঠি গৈলন্ত ত্বৰিত।
গে পালদেৱৰ াইক বিদায় কৰিত॥ ৩৫৮
দে খয়া গাপালদেৱে বুলিলা বাক্যক।
এ ত বোল প্রসঙ্গক নাসাহা কিসক॥
অ নতে কৃতাঞ্জলি কৰিয়া বদতি।
যা বাক খোজোঁহো বাপ বৰপেটা প্রতি॥ ৩৫৯
কি মান বস্তুজাত আছে আমাসাৰ।
যা ইবাক খোজোঁহো আমি তাকে আনবাৰ॥
শুনিয়া গোপালে পাছে বুলিলা বচন।
যা বাক লাগয় তোমাসাৰ কিকাৰণ॥ ৩৬০
মোহোৰ যি কিছু আছে বস্তু ধান্য ধন।
সাতে মিলিয়া তাক কৰোঁহো ভোজন॥

তথাপিতো যদি নোজোৰয় আপুনাক।
সবেও মিলিয়া তেবে কৰিবোঁ ভিক্ষাক॥ ৩৬১
তাৰাসবে আৰ একো নুবুলি বচন।
বৰপেটাক প্ৰতি পাছে কৰিলা গমন।
ভৱানীপুৰৰ যত গ্ৰামিক লোকক।
মতায়া অনাইলা দেৱ গোপালে সত্ৰক॥ ৩৬২

ভক্তৰ অৰ্থে গোপালৰ বিত্ত-সহায় কামনা

সবাতো গোপালদেৱে কথাক কহিলা।
আসম ৰাজ্যৰ ভক্তসকল আসিলা॥
খৰছা নাহিকে কিছু লাগে তাসম্বাৰ।
পাৰিলে দিবাক কিছু লাগে তোমাসাৰ॥ ৩৬৩
গোপালদেৱৰ পাছে শুনিয়া বচন।
যাৰ যেন চলে আনি দিলা তেতিক্ষণ॥
কতো ৰূপ কতো মহা শিকা আনি দিল।
গোপালদেৱৰ টেমা ৰূপে উপচিল॥ ৩৬৪
তাৰাসকলেও তৈত বঞ্চি ৰাত্ৰি এক।
ভৱানীপুৰক পম্মু আসিয়া পাইলেক॥
দেখিয়া গোপালদেৱে বুলিলা বচন।
তোমৰাসবে যে তৈকে কৰিলা গমন॥ ৩৬৫
তোমৰাসবৰ অৰ্থে হৰি মিলাইলন্ত।
এহি বুলি টেমামুখি দাডি দেখাইলন্ত॥
আকে ভাঙিছিঙি সবে কৰোহো ভোজন।
যেন তেন মতে দেহা হৌক প্ৰৱৰ্ত্তন॥ ৩৬৬
এহি বুলি মৌনভাৱে গোপাল ৰহিলা।
শুনি তাৰাসবে বহু সন্তোষ লভিলা॥
এহিমতে দুয়োজন আছি মহাসুখে।
শুনিলন্ত হৰি-কথা গোপালৰ মুখে॥ ৩৬৭
গোপালে কহিলা উপদেশ কথা যত।
শুনি কৌতুকৰ পাৰ নাহিকে মনত॥

* * *

## ছুলৰি

শুনিয়ো যেমন পাতিয়া শ্ৰৱণ
কথা আত অনন্তৰ।
ভৱানীপুৰক ইচ্ছা এৰিবাক
ভৈলা দেৱ গোপালৰ ॥
অনুপম স্থান কালঝাৰলৈ সত্ৰ স্থানান্তৰ
দেৱতা গোপালে ভকত সকলে
কৰি সৱে আলোচন।
নামে কালঝাৰ গ্ৰামমধ্যে সাৰ
যাইবাক কৰিলা মন ॥ ৩৭২
যাত সপ্ত খান আছয় আৰাম
নাহিকৈ যাক উপাম।
নৰনাৰায়ণ নৃপতি পূৰ্ব্বত
দিলা কালঝাৰ নাম ॥
পোৰ্লা যাৰ নাম নদী অনুপাম
বহে দক্ষিণক লাগি।
তাহাৰ তীৰত আছে লোক যত
সৱে মহা পুণ্যভাগী ॥ ৩৭৩
অনেক পাঢ়িযা তস্তিক বণিয়া
স্বৰ্ণকাৰ কৰ্ম্মকাৰ।
চূৰ্ণকাৰ মালী জোলা ধোবা তেলী
চৰ্ম্মকাৰ কুম্ভকাৰ ॥
ব্ৰাহ্মণ দৈৱজ্ঞ আনো যত যত
সবাৰো বসতি স্থান।
গোপালদেৱৰ সেৱক বিনাই
নাহিকয় যাত আন ॥ ৩৭৪

সৰ্ব্ব গুণান্বিত শস্যে মৎস্যে যুক্ত
ৰম্য স্থান বিত্তোপন।
ভকতসৱ সঙ্গে কালঝাৰ গ্ৰামে
কৰিলা পাছে গমন ॥
কালঝাৰ গ্ৰামে আছে লোক যত
উদ্যোগ সবে কৰিল।
গোপালদেৱৰ থাকিবাৰ ঘৰ
তেখনে সাজিয়া দিল ॥ ৩৭৫
কৰি পৰি পাটি সাজি চাৰি হাটী
নামঘৰ সাজি দিলা।
ভকতসকল লভিয়া গৃহক
আনন্দে সবে বঞ্চিলা ॥
গোপালে বোলন্ত একখানি কথা
লাগে আক কৰিবাক।

প্ৰতিমা-স্থাপন

এহি নামঘৰে থাপিবাক লাগে
এক গুটি প্ৰতিমাক * ॥ ৩৭৬
শুনি ভকতসৱে উঠিয়া তেখনে
কৰিয়া সবে বিচাৰ।
মহীপ গুৰুৰ ঘৰত আছয়
পাইলা বাৰ্ত্তা প্ৰতিমাৰ ॥
বাৰ্ত্তা পায়া পাছে ভকত সকলে
গোপালত কহিলন্ত।

* এইদৰে প্ৰতিমা-স্থাপন কৰোৱা কথাৰ গোপালদেৱৰ অন্য কেইখনি চৰিত-পুথিত একো উল্লেখ পোৱা নাযায়। মন কৰিবলগীয়া যে, প্ৰতিমাৰ অৰ্চ্চন-বন্দনাদি কাৰ্য্যত গোপালদেৱে নিজে একো অংশ গ্ৰহণ কৰাৰ কথা এই বিৱৰণতো পোৱা নাযায়। —সম্পাদক।

এক গোটা ৰূপ এক যোৰ বস্ত্র
দিয়া পঠাই থুজিলন্ত ॥ ৩৭৭
বসন ৰূপক পায়া তেতিক্ষণে
ব্রাহ্মণে প্রতিমা দিল।
পৰম উৎসৱে প্রতিমা আনিবে
গোপালে আজ্ঞা কৰিল।
গোপালৰ বাক্যে ভকতসকল
তেখনে সবে লৰিল।
চতুর্দ্দোল সাজি প্রতিমাক লৈয়া
কীর্ত্তন আগে কৰিল॥ ৩৭৮
কীর্ত্তন কৰিয়া প্রতিমা আনিয়া
সমীপক আসি পাইল।
কৰিয়া আদৰ দেৱতা গোপাল
আগক বাঢ়িয়া আইল॥
সেহি সময়ত বনমালী ওজা
দেখি দেৱ গোপালক।
গোকুলৰ চান্দ আসয় হেৰহু
বুলিয়া গাইল গীতক॥ ৩৭৯
হৰি-মন্দিৰৰ মধ্যত আসন
পাৰিয়া তাতে থাপিলা।
পৰিচর্য্যা কার্য্য কৰিবাক লাগি
সন্ন্যাসী গুৰুক দিলা॥
লোক সমস্তক ফুল-চন্দনক
দিবাহা কৰি যতন।
গোপালৰ আজ্ঞা শিৰত ধৰিয়া
দিলন্ত ফুল-চন্দন॥ ৩৮০

নামঘৰৰ যে উত্তৰ ফালত
ঘৰদেৱৰ গোপালৰ।
কালঝাৰ- দক্ষিণ ফালত একেলগে ঘৰ
ত্ৰত কাষ যদুমণি শ্ৰীৰামৰ ॥
চ'তে দিছি শ্ৰীৰামদেৱৰ আলক ধৰন্ত
আক দলি কৃষ্ণদাস শ্ৰদ্ধা কৰি।
বৰ যে আতাৰ জানিবাহা থাকা
চক্ৰপাণি আলধৰি ॥ ৩৮১
দেৱত গোপালে নাম-প্ৰসঙ্গক
দিলন্ত দুইজনক।
তিনি গোপালৰ বাক্যে বসিয়া সন্তুষ্টে
প্ৰসঙ্গ কৰা তিনি প্ৰসঙ্গক।
গজলাৰ বাপ থাকা ভিতৰন্ত
কৰা নৈৰ কৃতা কৰ্ম
মুখ্য মুখ্য যত ভকতসকল
শুনা তাসম্বাৰ নাম ॥ ৩৮২
পৰমানন্দ ৰামচন্দ্ৰ অনি-
ৰুদ্ধ আৰো নাৰায়ণ।
পুৰুষোত্তম ৰামচন্দ্ৰ সন-
তন এহি মুখ্য জন ॥
গোপালদেৱক কৰিয়া সেৱক
ভৈলা আসি মহাজন।
জয়ানন্দ ওজা বনমালী ওজা
বাসুদেৱ নাৰায়ণ ॥ ৩৮৩
হৰিগতি কৃষ্ণ জয়ৰাম ৰাম
মুৰাৰি হৰিচৰণ।

নিত্যানন্দ গোপী- গুৰু প্ৰাণহৰি
ভগৱন্ত সনাতন ॥
জয়ানন্দ গুৰু একাদশ হৰি
আতহি ৰাম চৰণ।
গোবিন্দ গুৰু হৰিদাস শিশু-
দাস আৰু নাৰায়ণ। ৩৮৪
এহি ভকতসৱ কৰয় সতত
নামঘৰে প্ৰসঙ্গক।
শ্ৰীৰাম যদু- মণিযে কৰন্ত
অনেকভাৱে প্ৰশ্নক ॥
ভকতসকল হুয়া নিশবদ
শুনি থাকে কৰ্ণ পাতি।
কৰি নিৰীক্ষণ থিৰ কৰি মন
অনুৰাগ জন্মি আতি ॥ ৩৮৫
গোপালদেৱত কৰা প্ৰশ্ন যত
সিদ্ধান্ত পান্ত তেখনে।
নানান দূষণ কতোহো কৰন্ত
গোপালে কৰা খণ্ডন ॥

বুঢ়াগুৰু পুৰুষোত্তম লগত শ্ৰীৰাম আৰু যদুমণিৰ তত্ত্ব বিচাৰ

গোপালদেৱক কৰিছা সেৱন
নামত পুৰুষোত্তম।
বুঢ়াগুৰু তাঙ্ক বোলে সৰ্ব্বলোক
বিৰক্ত সন্ত পৰম ॥ ৩৮৬
আন লগে এক কথা লাগিলেক
যদুমণি শ্ৰীৰামৰ।
বৈৰী ৰাজাৰ যোগীৰ গোপীৰ
বেদৰ চাৰিহজুৰ ॥

কিবা সমগতি আবাসকলৰ
আছয় কিবা বিষম।
সমানে সে গতি নাহিকে বিষম
কহিলা পুৰুষোত্তম॥ ৩৮৭
শুনিয়া শ্ৰীৰাম যদুমণি বোলা
বুলিলা কেন হেনয়।
পতি-পুত্ৰ এৰি গোপিকাসকলে
কৰিয়া এক নিশ্চয়॥
এক দেৱতাৰ মুখে কুৰুক্ষেত্ৰে
পায়া আছে উপদেশ।
কিয় দুইযে সম কিন্তু গোপীসৱ
আৱাত কৰি বিশেষ॥ ৩৮৮
এহি কথা লাগি কন্নাকই কৰি
গৈলন্ত তিনিও জন
গোপালৰ কাছে কহিলন্ত পাছে
এহি কথা নিবেদন॥
শ্ৰীৰাম যদু- মণি বোলা বাপ
ইটো কথা অঘটন।
গোপীৰ যোগীৰ বেদৰ বাক্যাৰ
দুইবেক সম কেমন॥ ৩৮৯
উপদেশপৰ গোপিকাসকল
দুইবেক লাগে বিশেষ।
গোপাল শুনিয়া গোপালে বোলা যিটো গোপী
দেৱৰ সিদ্ধান্ত পায়া আছে উপদেশ॥
সিটো গোপীসৱ সবাহাতে শ্ৰেষ্ঠ
জানিবা নিশ্চয় কৰি।

বেৰী ৰাজা যোগী বেদ ইটো তিনি
দুহিকয় সমসৰি ॥ ৩৯০
যিটো গোপীসৱ বান্ধি ৰৱাৰক
ৰাখিলা প্ৰযত্ন কৰি।
সেহি সে গোপিকা- সকল জানিবা
এহেন্তে সে সমসৰি ॥
পুৰুষোত্তম- গুৰুৰ লাগিল
সংশয় কিছু মনত
দুলিয়া সমান কহিলন্ত বাপ
আপুনি মোত পূৰ্ব্বত ॥ ৩৯১
গোপালে বোলন্ত শুনিয়োক গুৰু
কথাৰ কহোঁ কাৰণ।
প্ৰশ্নৰ দ্বাৰে সে কথাসৱ আসি
হোৱে জানা উদীৰণ ॥
তুমিয়ো তৈসানি ইসৱ কথাক
নপাৰিলা বুঝিবাক।
সেহি সে কাৰণে তোমাসাত মই
নকৈলোঁ ইটো কথাক ॥ ৩৯২
কল্পতৰু বৃক্ষ সবাতে সমান
যদ্যপি ফল আছয়।
মাগন্তা জনে সে পাৱয় কলক
আনে তাক নপাৱয় ॥
ক্ষীৰ-সাগৰত আছয় অমৃত
মথিলে সে পাৱে তাক।
যদি দুগ্ধে যুক্ত কামধেনু হয়
তাকো লাগে দুহিবাক ॥ ৩৯৩

মাগন্তা মথন্তা দোহন কৰন্তা
আমাসাত যাতো ভৈল।
সোহ সে কাৰণে জানা ইদানিক
ইটো কথা বাক্ত ভৈল॥
আনো প্রশ্ন যত কৰন্ত সতত
গোপালে প্রপাঞ্চ কম্ব।
নানান দূষণ কতোহো কৰন্ত
কৰিবেক কোনে অন্তত। ৯৪
ছোট দলে নামে এক বকৰাৰ
তনয় মহা ধৰ্ম্মিষ্ঠ।
জয়কৃষ্ণ আৰু নামে জয়কৃষ্ণ মহা গুণৱন্ত
কামদেৱ- ধৈৰ্য্যৱন্ত শান্ত শিষ্ট॥
বকৰাৰ কামদেৱ নামে আউৰ একজন
শৰণ শোভন সৰ্ব্ব কাৰ্য্যত।
দুইহন্ত বকৰা ভজিল আসিয়া
গোপালৰ চৰণত॥ ৩৯৫
দেৱতা গোপালে জ্ঞান উপদেশ
কহিলা প্রকট কৰি।
মহাভাগৱত ভৈল দুয়োজন
গোপালৰ বাক্য ধৰি॥
কৰিলন্ত সখি অনুৰাগ প্রীতি
অতিৰেক দুইহন্তৰ।
আমনাগমন সততে কৰন্ত
থানে দেৱ গোপালৰ॥ ৩৯৬
গোপালৰ মুখে হৰি কথা শুনি
থাকা গৈয়া দুয়োজন।

কোনো এক দিনা দেৱতা গোপালে
বুলিলা শুনা যেমন ॥
এত বেলি কিয় আছা তোমাসৱে
নকৰি গৃহে গমন।
গধূলিকা বেলা ভৈল আসি হেৰা
বুলিলা শুনি বচন ॥ ৩৯৭
তুই লৰৱৰ পথ আমাসাৰ
পাৰিবোঁ বাপ যাইবাক।
গোপালে বোলন্ত তোৰাসৱে ভাল
শুনিলা হৰি-কথাক ॥
হৰি-কথা শুনি লৰৱক দিয়া
গোপালদেৱৰ উপদেশ যাইবাক যদি পাৰাহা।
আমাসাৰ ঐত তোমাসৱে কিছু
হৰি-কথা শুনিলাহা ॥ ৩৯৮
গোপালৰ বাক্য শুনি তাৰাসৱে
কৃপা মনে মানিলন্ত।
লৰৱ দিবাক নপায় ভক্ত ভৈলে
হেন মত দেখাইলন্ত ॥
কামৰূপ আৰু অসমত ধৰ্ম্ম বিস্তাৰ কামৰূপ ৰাজ্যে ভ্ৰমিল আসিয়া
আনো নানা গ্ৰাম যত
আজি ইটো গ্ৰাম কালি ইটো গ্ৰাম
কৰিয়া ভৈল ভকত ॥ ৩৯৯
আসম ৰাজ্যৰ যত ভক্তসৱ
কৰিল আসি সেৱন।
তাসম্বাৰ কথা কৰিবেক অন্ত
কৰিয়া কোনে বৰ্ণন ॥

হৰিগতি বাপুৰ চৰিত্ৰ

আসম ৰাজ্যৰ লোক হৰিগতি
গুৰু নামে একজন।
পুৰুষোত্তম ঠাকুৰৰ সঙ্গে
কৰিল গৈয়া বন্ধন ॥ ৪০০
তৈৰপৰা পাছে কানঝাৰ গ্ৰামে
গোপালৰ থানে গৈলা।
গোপালদেৱক কৰিয়া সেৱন
হৰিগতি গুৰু ৰৈলা ॥
এক দিনা প্ৰতি কৰিলন্ত মতি
চাহিবাক ঠাকুৰক।
দেৱতা গোপালে ভকতসৱক
বুলিলন্ত ভোজনক ॥ ৪০১
কৰিয়া ভোজন কৰিলা গমন
ভকত সমে গোপাল।
সেহি সময়ত হৰিগতি গুৰুক
বুলিলন্ত ততকাল ॥
শুনা হৰিগতি থাকিয়োক তুমি
যাইবে তযু নলাগয়।
তোমাক দেখিলে ঠাকুৰৰ মনে
কিবা অসন্তোষ হয়। ৪০২
শুনি হৰিগতি গুৰু গোপালক
বুলিলা কৰি বিনয়।
আপুনাৰ সঙ্গে যাইবে বহু ইচ্ছা
মনত হুয়া আছয় ॥
গোপালে বোলন্ত যদি যাবা তুমি
নযাইবা আগক তান।

এহি বুলি লৰি গৈয়া অনন্তৰে
পাইলা ঠাকুৰৰ থান॥ ৪০৩

পুৰুষোত্তম ঠাকুৰৰ গৃহ পায়া চণ্ডাল°
ঠাকুৰৰ বসিলন্ত কঠ পাৰি।
গৃহন্ত ভকত সকলো গোপালৰ কাছে
গোপাল বসিলন্ত হুয়া শাৰী॥

সেহি সময়ত আছা ভিতৰত
ঠাকুৰ কৰি শয়ন।
বহু বেলি বসি আছন্ত গোপাল
তথাপি নাহি গমন॥ ৪০৪

ঠাকুৰৰ মাতৃ গোপালক দেখি
আথবেথ কৰি গৈই।
উঠ উঠ বাপু কিয় শুতি আছা
গোপাল আছন্ত ৰৈই॥

মাধৱৰ মহা স্নেহৰ গোপাল
আমাত অত্যন্ত ৰতি।
বহু বেলি বসি আছা বাট চাই
শীঘ্রে কৰিয়োক গতি॥ ৪০৫

মাতৃৰ বচনে উঠিয়া ঠাকুৰে
বস্ত্র পৰিধান কৰি।
গোপালক প্ৰতি পৰ্ণ তাম্বুলক
লৈলা সঁফুৰাত ভৰি॥

সেহি সময়ত হৰিগতি গুৰু
বাৰে আথবেথ কৰি যাই।
ব্ৰহ্মসঙ্গতি দুৱাৰখান মেলি বুলিবে লাগিল
ঠাকুৰৰ মুখ চাই॥ ৪০৬

শুনিয়ো ঠাকুৰ কি কৰাহা ঐত
আছাহা কিয় বসিয়া।
তোমাসাক চাইবে আসিছন্ত আন্ত
আছন্ত তৈত ৰহিয়া॥
হৰিগতি গুৰুৰ শুনিয়া বচন
ঠাকুৰ পুৰুষোত্তম।
বুলিবে বচন অত্যন্ত ক্ৰোধত
উঠিলন্ত অগ্নি সম॥ ৪০৭
শঙ্কৰৰ নাতি মোহোক ঠাকুৰ
বুলিয়া ভক্তি মাতস
মাধৱৰ শিষ্য গোপালক আজো
সম্বন্ধ ধৰি বোলস॥
শুনিছোঁ গোপাল ঈশ্বৰক বোলে
মানিছস সৰ্ব্বজন।
নযাইবোঁহো নযা- ইবোঁহো কদাচিতো
বুলিলোঁ দৃঢ় বচন॥ ৪০৮
ঠাকুৰৰ মাতৃ গোপালক আসি
বুলিলা মধুৰ বাক।
শুনিয়োক বাপ যায়োক তোমৰা
নেদয় আৰ দেখাক।
কিবা হেতু মন কষ্ট কৰি নাহে
যায়োক আৰ ইবাৰ।
শুনিয়া গোপালে উঠি তৈৰ পৰা
কৰিলন্ত নমস্কাৰ॥ ৪০৯
ইটো বেলা দেখা ঠাকুৰে নেদিল
কৰন্ত অধিক আৰ।

তথাপি ইহান গৃহক আসিলে
নাহিকে দোষ আমাৰ ॥
দেৱতা গোপাল আইলা তৎকাল
একো বাক্য নুবুলিয়া ।
আমনাগমন নৈভলেক আৰ
জানিবা সেহি ধৰিয়া ॥ ৪১০
ভক্তসৱ সঙ্গে কালঝাৰ গ্ৰামে
সুখদে বঞ্চি আছন্ত ।
কামেশ্বৰ গিৰি নামক সন্ন্যাসী
আইলা পশ্চিমৰ হন্তে ॥
গাৱে ভস্মধূলি কপিন বসন
এটা আৰু বাঘ-চৰ্ম্ম ।
দেৱী-উপাসক বেদে পাষণ্ড
নাস্তিকয় কিছু ধৰ্ম্ম । ৪১১
পৰীক্ষিত ৰাজা সিটো সন্ন্যাসীক
কৰিল বহু সৎকাৰ ।
যেই বাক্যে সিটো তাহাকে কৰয়
নকৰে কিছু বিচাৰ ।
ৰাজাৰ আগত সন্ন্যাসী বোলয়
শুনিয়োক নৰপতি ।
তোমাৰ ৰাজ্যত অন্যায় ভৈলেক
যাইবে লোক অধোগতি ॥ ৪১২
আশ্বিন মাসত ইটো লোকসৱে
নুপূজয় অম্বিকাক ।
পঞ্চ যজ্ঞ বলি-দান নকৰয়
নুপূজয় দেৱতাক ॥

কামেশ্বৰ সন্ন্যাসীৰ কথামতে বাধ্যতা-মূলকভাৱে দেৱী-পূজাৰ ৰাজ আদেশ

ভক্ত ভৈলোঁ বুলি সর্ব্ব ধর্ম্ম তেজি
নামক কৰে কীর্ত্তন।
শুনা মহাৰাজা কৰিয়ো বিচাৰ
নষ্ট ভৈল সর্ব্বজন॥ ৪১৩
সন্ন্যাসীৰ বাক্যে ৰাজা তেতিক্ষণে
আদেশিলা দূতগণ।
গ্রামে গ্রামে যায়া দেৱী অম্বিকাক
কৰায়ো সবে পূজন॥
মোহোৰ বচনে দেৱীৰ পূজাক
নকৰয় যিটো জন।
অৱশ্যে তাহাক কাটিবোঁহো মন্ত্রি
বুলিলোঁ দৃঢ় বচন॥ ৪১৪
ৰাজাৰ আদেশে দিশে দিশে গৈল
অসংখ্যাত দূতগণ
গোপাল- দেৱৰ পৰামর্শ দেৱতা গোপালে শুনিলন্ত পাছে
ৰাজাৰ হেন বচন॥
শুনি তেতিক্ষণে ভক্তসব সঙ্গে
কৰিলন্ত আলোচন।
ইহাৰ উপায় নাহিকয় আন
কৰা সবে পলায়ন॥ ৪১৫
সেহি সময়ত সুধিয়া পঠাইল
মথুৰাদাসে কথাক।
কি হুইবে উপায় কিবা কৰে তাৰা
কি বোলে বাক্য আমাক॥
শুনিয়া গোপালে বোলন্ত উপায়
আৰ আন নাহিকয়।

পলানে সে কাৰ্য্য এহিসে আমাৰ
যুগুতি হুয়া আছয় ॥ ৪১৬
শুনিয়া মথুৰা- দাসে বোলে হিয়া
পাইসোঁহো তাৰাৰ যেন।
ইহাত থাকিবোঁ কহিকো নযাইবোঁ
পলাইবোঁহো মঞি কেন ॥
এহি কথা পাছে শুনিযা গোপালে
বুলিলন্ত বচনক।
মপলায়া সিটো গৰ্ব্ব বচনৰ
অৱশ্যে পাইবে ফলক ॥ ৪১৭
এহি বুলি পাছে উঠি ততকালে
নামঘৰ ভঙ্গাইলন্ত।
ভকতসবক ভাঙ্গিয়া ঘৰক
পলাইবাক বুলিলন্ত ॥
আমাক লাগিয়া নচাইবাহা বাট
নলৈয়া লগ কাহাৰ।
যিটো যেন মতে পাৰাহা সম্ভৱে
কৰা কাম পলাইবাৰ ॥ ৪১৮
এহিবুলি দেৱ গোপালে গৃহক
যায়া কৰি ভোজনক।
মধ্যান বেলাত নজনায়া কাতো
কৰিলন্ত গমনক ॥
ঘোৰ অৰণ্যত প্ৰবেশিয়া তৈত
দেৱতা গোপাল বৈলা।
অহিতে শ্ৰীৰাম যদুমণি দোহো
গোপালৰ গৃহে গৈলা ॥ ৪১৯

গোপাল দেৱক নেদেখি গৃহত
আথেবেথে আসিলন্ত।
সন্ন্যাসী গুৰু বৰগুৰু সমে
তেতিক্ষণে লৰিলন্ত ॥
লৰি চাৰিজন কৰিলা গমন
উত্তৰ দিশক লাই।
মন্ন নগৰৰ এক গৃহস্থৰ
গৃহক পাইলন্ত যাই ॥ ৪২০

* * *

প্ৰাতসে উঠিয়া বসি চাৰিজনে
কৰিলন্ত আলোচন
কৈক গৈল আতা নপাইলোঁ উদ্দেশ
কৰোঁহো কৈক গমন।
চণ্ডামঙ্গ-ঘৰা গ্ৰামক লাগিয়া
কিবা আতা গৈইছন্ত।
আমি সবো আসা তৈকে লাগি যাওঁ
এহিবুলি লৰিলন্ত ॥ ৪২৯

* * *

পদ

গোপালদেৱৰ আবে শুনিয়োক কথা।
অৰণ্যত পশিয়া আছন্তে ভৈল যথা ॥ ৪২৭
মনুষ্যৰ সমাগম নাহিকে কানন।
সিটো ৰাত্ৰি তৈতে পাছে কৰিল বঞ্চন ॥
সেহি সময়ত মেঘে কৈলা অন্ধকাৰ।
ঘোৰ বাত-বৃষ্টি ভৈল নাহিতুল্য যাৰ ॥ ৪২৮
তিতিলেক সৰ্ব্বঅঙ্গ সকলে বসন।
নাহিকে উপায় কৰিবাক নিবাৰণ ॥

তাৰ যে চৰণ বাসুদেৱ দুইজন ।
উঠি গায়া তেতিক্ষণে আনিলন্ত বন ॥ ৪২৯
মহাযত্ন কৰি ঘৰ বনৰে সাজিলা ।
তাহাত প্ৰবেশি দেৱ গোপাল ৰহিলা ॥
সেহি সময়ত মহে কৰন্ত দংশন ।
মহা কায়-কষ্ট মনে কৰিলা বঞ্চন ॥ ৪৩০
হৰিকথা শুধিবাক গোপালে বোলন্ত ।
বিস্তৰ কথাৰ শ্লোক দুইহন্তো নোহন্ত ॥
গীতক গাইবাক পাছে আজ্ঞা কৰিলন্ত ।
গোপালৰ বাক্যে গীত দুইহন্তো গায়ন্ত ॥ ৪৩১
গীতক শুনিয়া দেৱ গোপাল আছিলা ।
মহা কায়-কষ্টে সিটো ৰাত্ৰিক বঞ্চিলা ॥
প্ৰভাতে উঠিয়া মনে কৰি আলোচন ।
কৰিলন্ত পুনু কালঝাৰক গমন ॥ ৪৩২
অলক্ষিতভাৱে আসি ভৈলন্ত প্ৰবেশ ।
নামত ভালুকা এক গৃহস্থ বিশেষ ॥
তাহান গৃহত গুপ্তে গোপাল ৰহিলা ।
কেহোজনে নাজানিলা গ্ৰামতে বঞ্চিলা ॥ ৪৩৩

*    *    *

এহিমতে আছা যেৱে কৰিয়া বঞ্চন ।
চণ্ডামহ-ঘৰা গ্ৰামে আছে চাৰিজন ॥ ৪৪৩
হেনমত বাৰ্ত্তা পাছে গোপালে পাইলন্ত ।
আসিবাক লাগি তৈক বাৰ্ত্তা পঠাইলন্ত ॥
গোপালৰ বাক্যে কালঝাৰক আইলন্ত ।
গ্ৰামৰ মূৰত এক গৃহত বৈলন্ত ॥ ৪৪৪
দিন ভাগে সেহি গৃহে থাকন্ত লুকাই ।
পণবীয়া ৰাত্ৰি ভৈলে যান্ত দেৱ গোপালৰ ঠাই ॥

অবসৰাতো হৰিকথা চৰ্চা

গোপালৰ মুখে হৰি-কথাক শুনন্ত।
পুনৰ্ব্বাৰ আসি সেহি গৃহতে থাকন্ত ॥ ৪৪৫
দেখিয়া গোপালে পাছে বুলিলা বচন।
একেলগে নাসিবা তোমৰা চাৰিজন ॥
দুইজন কৰিমাত্ৰ কৰিবা গমন।
গোপালদেৱৰ পাছে শুনিয়া বচন ॥ ৪৪৬
শ্ৰীৰাম যদুমণি যান্ত এক দিন।
বৰগুৰু সন্ন্যাসী গুৰু যাৰা দুই ভিন ॥
শ্ৰীৰাম যদুমণি এক দিনা প্ৰতি।
হৰ গৰিযাক ফাৰি কৰিলন্ত গতি। ৪৪৭
গৈলন্ত শ্ৰীৰাম সেহি পথে প্ৰবেশিয়া।
যদুমণি ৰৈলা তাতে যাহবে নপাৰিয়া ॥
বৃহত শৰীৰ নযায়ঃ সিটো পথে।
যাইবাক নপাৰি মাতিলন্ত আথে বেথে। ৪৪৮
তোমৰা সে গৈলা মঞি ৰৌলোঁহো বাজিয়া।
আসিয়া শ্ৰীৰামে টাটী দিলন্ত ফালিয়া ॥
তেৱে সে যাইবাক পাৰিলন্ত ভিতৰক।
সেহি পথে যায়া পাছে পাইলা গোপালক ॥ ৪৪৯
বহু ৰাত্ৰি হৰি-কথা শুনি আছিলন্ত।
অনন্তৰে ৰহিবাক থানক আইলন্ত ॥

* * *

যিটো দিন দুইজন কৰন্ত গমন।
সিটো দিনা বহু কথা হোৱে প্ৰচৰণ ॥
যিটো দিনা তাৰাসব নাযান্ত দুইজন।
সিটো দিন বহু কথা নোহে উদীৰণ ॥ ৪৫৪

দেখিয়া গোপালদেৱে বুলিলা বচন।
একে লগে আসাহা চতুৰ দুইজন॥
তাৰা দুইৰ এক তোমৰাৰ একজন।
আজি ধৰি কৰিলোঁহো কৰিবা গমন॥ ৪৫৫
গোপালদেৱৰ বাক্য ধৰি সেহি দিন।
ধৰ আতা ধৰগুৰু যাস্ত দোহো তিন॥
শ্রীৰামগুৰু সন্ন্যাসী যে গুৰু দুই।
আমনাগমন কৰা একলগ হুই॥ ৪৫৬
এহিমতে শুখভাৱে মাসেক আছন্তে।
পশ্চিমীয়া আসিল বৈৰাগী এক পশ্চিমৰ হন্তে॥
বৈৰাগী ৰাজাৰ আগক সিটো কৰিলা গমন।
পণ্ডিতৰ ৰাজাক সন্মুখি পাছে বুলিলা বচন॥ ৪৫৭
লগত হৰি-পৰায়ণ সিটো পৰম ভকত।
সন্ন্যাসীৰ দেৱীক পূজাৱে কথা শুনি হেনমত॥
বাদানুবাদ শুনা মহাৰাজা কিয় কৰা হেন মত।
অধৰ্ম্ম মিলিল দেখোঁ তোমাৰ ৰাজ্যত॥ ৪৫৮
হৰি-দেৱকাত পশি আছয় শৰণ।
তাহাক কৰায়া কেন দেৱীক পূজন॥
শুনি ৰাজা তেতিক্ষণে দূতক পাঠিলা।
সন্ন্যাসীক আনিবাক আদেশ কৰিলা॥ ৪৫৯
ৰাজাৰ বচন শুনি সন্ন্যাসী আসিল।
সভাৰ মধ্যত চৌকী পাৰিয়া বৈঠিল॥
দেখি ৰাজা বৈৰাগীৰ কথাক কহিলা।
বৈৰাগী সহিতে বাদ কৰিতে বুলিলা॥ ৪৬০

শুনিয়া সন্ন্যাসী পাছে শ্লোকক পঢ়িল।
দেৱী সত্য নানা হেন শ্লোকক পঢ়িল॥
বৈৰাগীয়ে নানা শ্লোক কৰিলা পঠন।
তাহাৰ কথাক শ্লোকে কৰয় খণ্ডন॥ ৪৬১
হৰি সে চৈতন্য হেন শ্লোকে দেখাৱয়।
তথাপিতো সন্ন্যাসীয়ে ভঙ্গ নমানয়॥
ভঙ্গ নদৈবাক দেখি বৈৰাগী বুলিল
শুনিয়োক ৰাজা দুইৰ পৰীক্ষা লাগিল॥ ৪৬২

দুইখো ধৰ্ম্ম-পৰীক্ষা

ইহাৰ কাপন বস্ত্ৰ মোহোৰ মালাক।
অগ্নিত পেলায়া দিয়া কৰোঁ পৰীক্ষাক॥
বিচাৰি দিয়োক অগ্নি সভা বিদ্যমান।
সত্য অসত্যৰ হোক প্ৰত্যেকে প্ৰমাণ॥ ৪৬৩
শুনি ৰাজা তেতিক্ষণে আদেশ কৰিল
সভাৰ মধ্যত অগ্নি আনিবাক দিল॥
ঘৃত দিয়া সভা মধ্যে অগ্নিক জ্বলাইল।
কপিন বসন মালা অগ্নিত পেলাইল॥ ৪৬৪
সন্ন্যাসীৰ কপিন বসন ভস্ম ভৈল।
বৈৰাগী ভক্তৰ মালা পূৰ্ব্বৰতে ৰৈল।
সভাসদ সমে ৰাজা বিস্ময় ভৈলেক।
নামধৰ্ম্ম সত্য হেন মনে মানিলেক॥ ৪৬৫
সন্ন্যাসীক খেদাইবাক দূতক পাঠিল।
নগৰৰ বাজ কৰি তেখনে খেদিল॥

পুনৰাই নামধৰ্ম্মৰ প্ৰচাৰ

বৈৰাগীক বহু ৰাজা প্ৰশংসা কৰিল।
সেহি দিনা ধৰি ইটো কথাক তেজিল॥ ৪৬৬
যিটো দূতগণে পূজা কৰাই ফুৰিছিল।
দূতক পঠায়া পাছে তাহাক আনিল॥

তৈল স্বচ্ছ নির্ম্মল নাহিকে কিছু আৰ।
জগতত নামধৰ্ম্ম তৈলেক প্ৰচাৰ ॥ ৪৬৭
দেৱতা গোপাল পাছে তৈলন্ত বেকত।
সমীপ চাপিল আসি ভক্ত যত যত ॥
আনো ভক্ত যৈত যিবা আছিল পলাই।
লৈয়া গৃহ কৈলা সৱে হৰিগুণ গাই ॥ ৪৬৮
কৈলন্ত গোপাল গৃহ সাজি অনন্তৰে।
একাদশ আতাইৰ যে বাৰীৰ ভিতৰে ॥
ভক্তসবো কৈলা পাছে সাজিয়া ঘৰক।
পূৰ্ব্বৰতে কৰা সৱে নাম-প্ৰসঙ্গক ॥ ৪৬৯

গজলাৰ যদুমণিৰ নামঘৰ-নিৰ্মাণ-প্ৰচেষ্টা

গজলাৰ বাপ বিষয়ত বিচক্ষণ।
নামঘৰ সাজিবাক কৰিলন্ত মন ॥
কৰিলন্ত ভোজন উঠি প্ৰভাতত।
আঠজন ভকতক লৈলন্ত লগত ॥ ৪৭০
খুঁটা চৌতি আনিবাক লৈলন্ত কুঠাৰ।
গোপালক গৈয়া কৰিলন্ত নমস্কাৰ।
দেখিয়া গোপালদেৱে বুলিলা বচন।
প্ৰাভসতে কিয় আজি কৰিলা ভোজন ॥ ৪৭১
আস্ত্ৰ ব্যস্ত দেখোঁ আজি হাতত কুঠাৰ।
শুনিয়া বুলিলা বাক্য কৰি নমস্কাৰ ॥
নামঘৰ একখানি সাজিবাক প্ৰতি।
খুঁটা চৌতি আনিবাক কৰি আছোঁ মতি ॥ ৪৭২
শুনিয়া গোপালে পাছে বুলিলা বচন।
শুনিয়োক যদুমণি থিৰ কৰি মন ॥
দিন গোট যায়া যেৱে সূৰ্য্য অস্ত গৈল।
আজিৰ দিবস তেৱে বোলোঁ দেহা কৈল। ৪৭৩

ভৈলেক প্ৰভাত ৰাত্ৰি গোট গৈল যেৱে ।
ইটো ৰাত্ৰি বৈলোঁ বুলি মনে মানো ভেৱে ॥
ধৰিয়া আছয় কালে আমাৰ কেশত ।
মিছা দেহ সমৰিতে কিসৰ মহত ॥ ৪৭৪

চৌতি-খুঁটা দিয়া যদি সাজিলে ঘৰক ।
বঢ়া ভক্তি ভৈলে তেৱে লাগয় যত্নক ॥
একমান জোটপোট লাগে কি কাৰ্য্যত ।
যেন তেন মতে কাল হোক উপগত ॥ ৪৭৫
বাংশৰ খুঁটাক দিয়া একখানি ঘৰ ।
সাজিয়োক যদুমণি নাম-প্ৰসঙ্গৰ ॥
গোপালৰ বাক্যে ঘৰ তেখনে সাজিলা ।
ইকৰা আনিয়া চতুষ্পাশে বাৰ দিলা ॥ ৪৭৬

শ্ৰীৰামৰ প্ৰতি গোপাল

সেহি সময়ত আসি শ্ৰীৰামে বুলিলা ।
নভৈলেক ভাল কোন জনে বাৰ দিলা ॥
আউৰ গোটা চাৰি গাছি দিবাক লাগিল ।
শুনিয়া গোপালদেৱে তেখনে বুলিল ॥ ৪৭৭
কৈৰ পৰা অসন্তোষী আসি পাইলি আৰ ।
শুনিয়া শ্ৰীৰামে বুলিলন্ত পুনৰ্ব্বাৰ ॥
বুলিলন্ত ইটো বাপ বাক্য প্ৰতি কাক ।
গোপালে বোলন্ত মোবোলোঁহো তোমাসাক ॥ ৪৭৮
অসন্তোষীকে সে মঞি বুলিলোঁ বচন ।
দেখন্ত শ্ৰীৰামে নাহিকয় আমজন ॥
বোলন্ত কিয় বা বাপ হেনয় বচন ।
গোপালে বুলিলা বাক্য হাস্য কৰি মন ॥ ৪৭৯
এতেক কৰিবে গুৰু কিসক লাগয় ॥
অসন্তোষ সবাহাতে কৰিলে মিলয় ॥

সমস্তে কাৰ্য্যত হুযো সন্তোষ-হৃদয়।
যেন তেন মতে কাল নিবাক লাগয়॥ ৪৮০
সিমানকো খণ্ডিবাক গোপালে বুলিলা।
শুনিয়া শ্ৰীৰামদেৱে সন্তোষ লভিলা॥
শুনিয়োক কথা আৰো এক দিনা প্ৰতি।
বসিছা গোপাল ভক্তসকল সহিতি॥ ৪৮১
সেহি সময়ত আইল লোক একজন।
নীলাচল হন্তে সিটো কৰিছা গমন॥
ৰাজাৰ বকৰা এক পঠাই দিলে তাক।
বহু বস্তু দিয়া কামাখ্যাক পূজিবাক॥ ৪৮২
কামাখ্যা পূজিয়া সিটো যাহন্তে পথত।
কামাখ্যাৰ নিৰ্ম্মালিৰ বাবে সমস্যা আকাস্মিকে ভৈল সিটো প্ৰবেশ সত্ৰত।
দেখিয়া গোপালদেৱ বসিবে বুলিলা।
কঠ পাৰি গোপালৰ আগত বসিলা॥ ৪৮৩
কামাখ্যাক পূজা কৰি আসিছা আছয়।
সেহি নিৰ্ম্মালিক সিটো দিবাক খোজয়॥
বোলয় নিৰ্ম্মালি বিলায়োক একজন।
শুনি গোপালৰ ভৈল শঙ্কাযুক্ত মন॥ ৪৮৪
কি হুইবে উপায় মনে বোলন্ত ইহাত।
নলৈলে নিৰ্ম্মালি ইটো কহিবে ৰাজাত।
এহিমতে অৰগাই গোপাল উঠিলা।
আথবেথ কৰি গৈয়া গৃহ প্ৰবেশিলা॥ ৪৮৫
ৰৰআতা গোপালক উঠিবে দেখিয়া।
লাস কৰি ভৈৰ হন্তে গৈলন্ত উঠিয়া॥
শ্ৰীৰামে বুলিল পাছে তাহাক বচন।
শুনিয়োক কহোঁ মঞি কথাৰ কাৰণ॥ ৪৮৬

যাঁহার আদেশ তুমি পূজাক কৰিছা ॥
তাহাক উদ্দেশি তুমি নিৰ্ম্মাল আনিছা ॥
তান নাম-গোত্ৰ লৈয়া পূৰি সকামক।
আশীৰ্ব্বাদ কৰি দিছে ইটো নিৰ্ম্মাল্যক ॥ ৪৮৭
তাহাঙ্ক নিৰ্ম্মালি ইটো দিবাক লাগয়।
আনক দিবাহা যদি ফল নধৰয় ॥
শুনি যিটো বোলে তুমি বুলিলাহা ভাল।
শ্ৰীৰামৰ — এহি বুলি বান্ধি লৈয়া উঠি ততকাল ॥ ৪৮৮
কথাত — শুনি গোপালৰ পাছ নাহি আনন্দৰ।
গোপাল- — ভকতসকল মধ্যত হাঁসিলা বিস্তৰ
দেৱৰ — শ্ৰীৰামক বহু ভাৱে প্ৰশংসা কৰিলা
সন্তোষ — ধন্য ধন্য শুক তুমি সাৰ্থক বুলিলা ॥ ৪৮৯
প্ৰকাশ — এক দিনা প্ৰতি বৰআতা ধৰ্ম্মশীল।
গোপালদেৱৰ আগে বিদায় কৰিল।
বৰযদুমণিৰ — আসম-ৰাজ্যক প্ৰতি খোজোঁহো যাইবাক।
প্ৰতি — ৰহিলা গোপাল কিছু সুবুলিয়া বাক ॥ ৪৯০
গোপাল- — প্ৰাতসতে ভোজনক কৰিয়া গৈলন্ত
দেৱৰ — গোপালদেৱক নমস্কাৰ কৰিলন্ত।
উপদেশ — দেখিবা গোপালদেৱে বুলিলা বচন।
শুনিয়োক যদুমণি কৰিয়ো গমন ॥ ৪৯১
"শত্ৰু-মিত্ৰ — শত্ৰু-মিত্ৰ দুইহন্তক কৰিবাহা সম।
দুয়োতে — তেৱে সে কৃষ্ণত হুইব ভক্তি নিৰুপম ॥
সমভাৱাপন্ন — তেজন্তা জনক তুমি কৰিবা তেজন।
হ'বা" — নেতেজাক নেতেজিবা বুলিলোঁ বচন ॥ ৪৯২
ভকতসবক পাছে কৰি সম্বোধন।
আসম-ৰাজ্যক প্ৰতি কৰিলা গমন ॥

শ্ৰীৰাম আৰু ভক্তসৱ সমে উঠি শ্ৰীৰাম গৈলন্ত।
ৰৰযদুমণিৰ বহু দূৰ মান আগ বঢ়ায়া থৈলন্ত ॥ ৪৯৩
সংপ্ৰীতি যেন প্ৰাণ খসি যায় প্ৰিয় বিৰহত।
ভৈলন্ত আকুল নাই বচন মুখত ॥
ভৈল প্ৰেমযুক্ত মন লোম শিহৰিল।
দুয়োজনে অন্যোঅন্যে আশ্বাস কৰিল ॥ ৪৯৪
সাৱটি ধৰিয়া বহু ক্ৰন্দন কৰিল।
চক্ষুৰ লোতকে সৱে শৰীৰ তিতিল ॥
কতো বেলি মান আছি ভৈল সন্মুক্ষণ।
ভকতসৱৰ দেখি আচৰিত মন ॥ ৪৯৫
তাৰাসকলৰ ভাৱ দেখি সৱাহাৱে।
চক্ষুৰ লোতকসৱ বহি যায় ধাৱে ॥
তৈৰ পৰা উলটিয়া গৈলন্ত গৃহক।
ৰৰযদুমণিৰ গোপালদেৱৰ গুনা যেমন ভাৱক ॥৪৯৬
প্ৰতি যেতিক্ষণে বৰআতা কৰিলা গমন।
গুৰুজনৰ গোপালদেৱৰ আৰ নাহিকে বচন ॥
আসক্তি যদুমণি যদুমণি বুলি সৰ্ব্বক্ষণে।
কঠত পৰিলা ঢলি বিষাদিত মনে ॥ ৪৯৭
কতোক্ষণে সন্মুক্ষণ হুয়া বসিলন্ত।
হেনমত ভাৱে আসক্তিক দেখাইলন্ত ॥
বৰআতা আসিলন্ত লাগিয়া পূৰক।
দিনা দুই তিনি মানে পাইলা দৰঙ্গক ॥ ৪৯৮
চকী টান কৰিছন্ত সেহি সময়ত।
চকী পাৰ্ব মৃদ্ধবাজাৰ দিনে পাছে আধেক নামত ॥
হোৱাত বাধা পলাইছয় সিটো তাৰ বিচাৰ হুইছয়।
ঘটাত আমনাগমন কেহো জনে নকৰয় ॥ ৪৯৯

ৰৰযদুমণিৰ প্ৰত্যাগমন উলটি গৈলন্ত নপাৰিয়া আসিবাৰ।
বিয়লিকা বেলা গৈয়া পাইলা কালঝাৰ॥
বসিছা গোপালদেৱ সকল ভকত।
কহিবে লাগিলা বহু পৰি চৰণত॥ ৫০০
গোপালৰ চক্ষুৰ লোতক বহি যায়।
তন্তি বৈলা ভক্তসৱো নয়ন জুৰায়॥
উঠা উঠা বুলি হাতে মাথাত ধৰিলা।
উঠি গৈয়া শ্ৰীৰামৰ লগত বসিলা॥ ৫০১
যেন মতে গৈলা আসিলন্ত যেন মত।
সমস্তে কথাক কহিলন্ত গোপালত॥
অন্ধকাৰ দেখিলোঁহো লাগিয়া পূৰক।
পশ্চিমৰ প্ৰতি দেখিলোঁহো প্ৰকাশক॥ ৫০২
যাহন্তে পথত গৈয়া ৰহো যি সত্ৰত।
নপৰয় মন দেখোঁ শুনোঁ কথা যত॥
গোপালে বোলন্ত যদুমণি শুনিয়োক।
কেনমত দেখিলা শুনিলা কহিয়োক॥ ৫০৩
আমাৰ কথায়ো আন কথায়েবে কেন।
ৰৰআতা বোলা স্বৰ্গ পৃথিবী যেহেন।
তেহেন অন্তৰ বাপ আন সমস্তয়।
কিবা কহে কিবা গাৱে কৰ্ণে নপশয়॥ ৫০৪
গোপালে বোলন্ত শুনা কথাৰ নিৰ্ণয়।
যেন পোৰামাটি কৈতো মিল নযায়য়॥
তোৰাসৱো জানিবাহা তেমন নিশ্চয়।
এতেকে সে আন কথা কৰ্ণে নপশয়॥ ৫০৫
গৈলন্ত গৃহক উঠি সন্তোষ লভিয়া।
গোপাল- ভক্তসৱো গৈলা পাছে গৃহক জাগিয়া।

বেৰৰ — শুনিয়োক কথা যেন আত অনন্তৰ।
নাপৰীয়া — তেল নাপৰীয়া কিছু দেয় গোপালৰ॥ ৫০৬
ভকতসবে বুলিলন্ত গোপালৰ আগে।
কিবা ভোজনক আপুনাৰ মনে লাগে॥
গোপালে বোলন্ত আন ইচ্ছা নাহিকয়।
তিতা বস্ত কিছুমান মনত ধৰয়॥ ৫০৭
গোপালদেৱৰ হেন বচন শুনিয়া।
বৰগুৰু বৰআতা শ্ৰীৰাম উঠিয়া।
বৰগুৰু আদিৰ — ভোজন কৰিয়া লৰিলন্ত ততিক্ষণ।
বেতগাজ — বেতগাজ আনিবাক কৰিলন্ত মন॥ ৫০৮
অন্বেষণ — নৌকা একখানি লৈয়া কৰিলা গমন
বেতগাজ সমীপক পাইলা তিনিজন॥
বৰগুৰু বৈঠা ধৰি নেওকা লোটাইলন্ত।
শ্ৰীৰামে অস্ত্ৰক ধৰি আগক গৈলন্ত॥ ৫০৯
অস্ত্ৰ ধৰি কাটিবাক কৰিলা যতন।
প্ৰচুৰ কণ্টকে কৰে হস্তক বিন্ধন॥
বৰআতা সমীপক গৈয়া ধৰিলন্ত
যেন তেন কৰি দুই ডাল কাটিলন্ত॥ ৫১০
জয়কৃষ্ণ — সেহি বেলা জয়কৃষ্ণ বকৰা আসন্ত।
বকৰাৰ — দূৰহন্তে আৱাসকলক দেখিলন্ত॥
সংযোগ — আশ্চৰ্য্য মানিয়া তাৰা বুলিবে লাগিলা।
তিনি নৰোত্তম কিয় অঁহকে আসিলা॥ ৫১১
শ্ৰীৰামে বোলন্ত আতাই আমি তিনি জন।
বেতগাজ নিবে আইলো আতাৰ কাৰণ।
শুনি জয়কৃষ্ণ আতাই বুলিলা বচন।
মোহোৰ নাৱক আসিয়োক তিনিজন॥ ৫১২

আবাসরে গৈয়া সেহি নাবত বসিলা।
গাজ আনিবাক এক দাসক বুলিলা॥
একবোঙ্গা মান কাটি তেখনে আনিলা।
তান দাস দুয়ো উঠি নাৱক মেলিলা॥ ৫১৩
সেহি সময়ত হবি-কথাক বুলিলা।
গুৰু-সেৱা মহাধৰ্ম্ম প্ৰকটি কহিলা॥
গুৰু-সেৱা মাহাত্ম্যক অন্যোঅন্যে কৈয়া।
পোৰ্ল্লানদী ভটীয়াই ঘ'ট পাইলা গৈয়া॥ ৫১৪
নিদ্ৰা হন্তে উঠিয়া গোপালো বসিছন্ত।
কৈক গৈলা তাবাসৱ বুলি বিচাবন্ত॥
সেহি বেলা গৈয়া আগে ভৈলা উপস্থিত।
দেখিয়া সুধিলা কথা গোপালে ত্বৰিত॥ ৫১৫
এত বেলি তোবাসৱ কহিক গৈছিলা।
আথেবেথে কঠ পাবি বসিয়া কহিলা॥
তিতা ভোজনক কথা শুনি আপুনাব।
ভাতে সে গৈলোঁহো বাপ তিতা আনিবাব॥ ৫১৬
গোপাল দেৱৰ ক্ৰোধ-ভাৱ — ক্ৰোধভাৱ ধৰি দেৱ গোপালে বুলিলা।
ইকাৰ্য্যক তোবাসৱে কিসক চলিলা॥
কোনে যাইবে বুলিলন্ত তোবাসকলক।
শ্ৰমদুখ বহু পাইলা কৈলা হা কিসক॥ ৫১৭
প্ৰসঙ্গ কৰিবা হবি-কথাক সুধিবা।
ভক্তসৱ সঙ্গে বসি আনন্দে থাকিবা॥
এহি বুলি মৌনে দেৱ গোপাল বহিলা।
সেৱ্য-সেৱকভাৱে বিনোদ কৰিলা॥ ৫১৮

* * *

## ছুলৰি

এহি অনুক্ৰমে নানান কথাক
কহিলন্ত প্ৰপঞ্চিয়া।
ভকতসকল থিৰ কৰি মন
আছিল কৰ্ণ পাতিয়া॥
সেহি সময়ত দেৱতা গোপালে
বুলিলা এক বচন।
শুনিয়োক গুৰু তুমা যদুমণি
কথাত দিবা হা মন॥ ৫২৫
তোমৰাসবৰ কহিবে লাগিবে
কথা লোক সমস্তত।
শুনিয়া শ্ৰীৰাম যদুমণি বুলি-
লাহা হুয়া অৱনত॥
সিসব কাৰ্য্যৰ কোন আমি যোগ্য
হেনয় কিয় বচন।
আপুনাক মঞি নুহিকো সমৰ্থ
আনত কি প্ৰয়োজন॥ ৫২৬
গোপালে বোলন্ত কিয় বুলিলাহা
নাহিকয় প্ৰয়োজন।
তোমৰাসকলে নকৈলে এতেকে
কৰোঁ মঞি কি কাৰণ॥
গুৰু নকহিবা তুমি নকহিবা
কহিবেক কোনে আৰ।
ইসব কাৰ্য্যৰ যোগ্য তুমি সব
শক্তি আছে তোমাসাৰ॥ ৫২৭

ধৰ্ম্মাচাৰ্য্য হুইবলৈ শ্ৰীৰাম আৰু যদুমণিৰ প্ৰতি আজ্ঞা

গোপালৰ বাক্য শুনিয়া বৈলন্ত
স্বৰুলিয়া কিছু আৰ।
সভা বিদ্যমানে দেৱতা গোপালে
আদেশিলা সেহিবাৰ॥
আউৰ যেনমত বুলিলা বচন
শুনিয়োক কহোঁ তাক।
প্ৰসঙ্গৰ হন্তে উঠিয়া গোপালে
লৰিলন্ত ফুৰিবাক॥ ৫২৮
চলাই চৰণ আমনাগমন
কৰিয়া সদা ফুৰন্ত।
গোপালক যাইবে দেখিয়া শ্ৰীৰাম
পাছে পাছে চলি যান্ত॥
সেহি সময়ত পাত আতাইবাক
ৰৰআতা লাগিছন্ত।
গীত ঘোষা খানি লিখিবাক লাগি
মনে ইচ্ছা কৰিছন্ত॥ ৫২৯
গোপালে দেখিয়া সমীপক যায়া
পাইলা কৰি নিৰীক্ষণ।
একো হুৰুলিয়া আসি শ্ৰীৰামৰ
বুলিলা আগে বচন॥
অস্ত্ৰ-শস্ত্ৰখানি লৈবে লাগিছয়
যত্নমণি যত্ন কৰি।
পূৰ্ব্ব প্ৰদেশত এক গুটি যুদ্ধ
দিবে অস্ত্ৰ-শস্ত্ৰ ধৰি॥ ৫৩০
আসম ৰাজ্যক নযাইবা হা তুমি
থাকিলা এহি থানত।

ইহাতে থাকিয়া সমস্তকে পাইবা
বাঢ়িবে যশ লোকত ॥
হেন মত বাণী বুলিয়া গোপাল
গৈলন্ত লাগি গৃহক।
একো সুবুলিয়া বৈলন্ত শ্ৰীৰাম
ধৰিয়া মনে বাক্যক ॥ ৫৩১
বৰ আতা আগে শ্ৰীৰাম আসিয়া
কহিলা সবে কথাক।
শুনিয়ো আতাই এমন প্ৰকাৰ
বুলিছন্ত আতা বাক ॥
এহিমতে সুখে শুনিয়ো আছন্তে
আৰৰ কথা যেমন।
প্ৰবোধ চন্দ্ৰৰ কথা-প্ৰসঙ্গ দেৱতা গোপাল বসিয়া আছন্ত
সুবুলি একো বচন ॥ ৫৩২
মনত বোলন্ত প্ৰবোধ চন্দ্ৰৰ
কথা কৰা নাহিবয়।
আসম্বাৰ আগে কহিবাক লাগে
মনে আজি ধৰিছয় ॥
হেনমনে গুণি তাহাক উদ্দেশি
লৰাইলন্ত হস্ত খানি।
হস্ত লৰাইবাক দেখি বৰ আতা
বুলিলন্ত শীঘ্রে বাণী ॥ ৫৩৩
হস্তখানি বাপ কিয় লৰাইলাহা
কহিবে লাগে কাৰণ।
নিবন্ধক দেখি অল্প হাস্য কৰি
বুলিলা পাছে বচন ॥

হস্ত লবাইবাক একো কৰিবাক
নপায় আসন্বাৰ আগ।
কৃষ্ণ মিশ্ৰৰ কথায়ে পূৰ্ব্বৰ
জানিবা পাইলেক লাগ॥ ৫৩৪
বৰ আতা বোলা কোন কৃষ্ণ-মিশ্ৰ
কি কথা বাপ তাহাৰ।
গোপালে বোলন্ত ভাল বুলিলা হা
নতু পাৰে শুনিবাৰ॥
এহি বুলি বহু প্ৰপঞ্চে আৰম্ভি
কহিবাক ধৰিলন্ত।
কৃষ্ণ-মিশ্ৰ নাম পৰম পণ্ডিত
বাৰানাসী আছিলন্ত॥ ৫৩৫
কোনো একদিনা ছাত্ৰসকলক
পঢ়ায়া তেন্তে আছিল।
পঢ়ায়া আছয় শিষ্যসব মধ্যে
সি বেলা গুৰু হাসিল॥
হাসিবাক দেখি শিষ্য সমস্তৰ
সংশয় মনে লাগিল।
কিয় হাসিলন্ত গুৰু কহিয়োক
আমাতে বুলি ধৰিল॥ ৫৩৬
গুৰু নকহয় শিষ্য সমস্তই
তথাপি ধৰি নেৰয়।
এৰাইবে নপাৰি শিষ্য সমস্তৰ
আগে কৈলা কথাচয়॥
হস্তিনাপুৰত ব্ৰাহ্মণী বিধৱা
কৰিছে মৎস্য বন্ধন।

পুত্ৰ সমস্তক লাগি বান্ধিছয়
কৰিল মৎস্য শুজন ॥ ৫৩৭
সেহি সে কথাত হাঁসলোঁ হো মাঞে
আন কথা নাহিকয় ।
দূৰশ্ৰৱণ দূৰদৰ্শন
সিদ্ধিক ভেম্বে জানয় ॥
সেহি কৃষ্ণ মিশ্ৰে কৰিয়া আছয়
প্ৰবোধ চন্দ্ৰ নাটক ।
তাহাৰ কথাক কহিলা গোপাল
সবাৰো পূৰি মনক ॥ ৫৩৮
প্ৰবোধ চন্দ্ৰৰ কথাক শুনিয়া
সবাৰো আশ্চৰ্য্য মন ।
ধৰ্ম্ম অধৰ্ম্মৰ বাদ ৰূপকথা
শুনিবাক বিতোপন ॥

গোপাল দেৱৰ কথামৃত

একে ৰসময় আৰু গোপালৰ
মুখতঃ স্বাদ লাগয় ।
যেন মধুমাখী তিতা ৰস আদি
সবাৰো ৰস আনয় ॥ ৫৩৯
মুখ দিলে মাত্ৰ সবে মধু হয়
ৰসযুক্ত আতিশয় ।
সেহি মতে যত কথাক কৰন্ত
অমৃত সমান হয় ॥
পুৰাণ ভাৰত কাব্য-কথা যত
কতো হো কন্ত চৰিত ।
জ্ঞানীৰ কৰ্ম্মীৰ ভকৃৰ বিভাগ
কৰন্ত আনন্দচিত্ত ॥ ৫৪০

নির্গুণা অন্ত- বঙ্গা ভাগৱতী
সংসাধনা ভক্তি আৰ ।
মহাফল ভক্তি- যোগ যে সগুণা
একান্তী ত্রিবিধ যাৰ ॥
সপ্রেমা কেৱলা যুগ ধৰ্ম আৰ
পৰম ধৰ্ম্ম মহাধৰ্ম্ম ।
খণ্ড খণ্ড কৰি বিভাগি কৰন্ত
খণ্ডিয়া নানান কৰ্ম্ম ॥ ৫৪১
এহিমন্তে যত কথাক কৰন্ত
কৰিবেক কোনে অন্ত ।

* * *

## পদ

শুনিয়োক আউৰ যেন কথা কহিলন্ত ।
যতুমণি গোপালত প্রশ্ন কৰিলন্ত ॥ * * ৫৪৩
যতুমণি বুলিলন্ত আগে গোপালৰ ।
আছয় মনত বাপ সংশয় পূৰ্ব্বৰ ॥
আসম-ৰাজ্যৰ পৰা যিটো সময়ত ।
কটাৰী বসন লৈয়া আসিলোঁ পূৰ্ব্বত ॥ ৫৪৪
[ আগৰ ২২৫-২২৬ পদ দ্রষ্টব্য]

* * *

একাদশ স্কন্ধে কোন ভক্ত ছয়জন ।
কহিয়োক কিবা তাবাসৱৰ সাধন ॥
কহিবে নাপাৰি পুছিলোঁহো আপোনাক ।
আপুনিয়ো পাইবা বুলি থৈলা সিবেলাত ॥ ৫৪৬
সেহি কথা কৈবে বাপ লাগয় এখন ।
একাদশ স্কন্ধে কোন ভক্ত ছয়জন ॥

(মার্জিনত: ৰৰ যতুমণিৰ পূৰ্ব্বৰ প্রশ্ন; একাদশ স্কন্ধৰ ছয়ভক্ত কোন কোন ?)

কিবা নাম কিবা সাধ্য কিসৰ সাধন।
কহিয়োক বাপ শুনিবাক ইচ্ছা মন॥ ৫৪৭
শুনিায় গোপালদেৱে হাস্য কৰিলন্ত।
ভাল ভাল বুলি কহিবাক লগিলন্ত॥
একাদশ স্কন্ধে আছে ছয় অধ্যায়ত।
দেৱতাসৱৰ স্তুতি কৃষ্ণৰ আগত॥ ৫৪৮
শুনিয়োক কহোঁ আৱে নাম তাসম্বাৰ।
মোক্ষ-কামী সমান ঐশ্বৰ্য্যকামী আৰ॥
বৈকুণ্ঠ লোকৰ কামী সকামী স্বৰ্গৰ।
সিদ্ধিকামী ভাগৱতী ভকত অপৰ॥ ৫৪৯
কহিলোঁহো নাম এই ভক্ত ছয়জন।
শুনিয়োক আৱে তাৰাসৱৰ সাধন॥
মোক্ষ-কামী — মোক্ষ-কামী হৃদয়ত কৰয় সাধন।
ব্ৰহ্মযুক্ত হৃদয়ত কৰয় চিন্তন॥ ৫৫০
এতেকে মোক্ষক দেন্ত তাঙ্ক নাৰায়ণ।
মোক্ষপ্ৰাপ্তি সাধ্য হৃদিচিন্তন সাধন॥
সমান ঐশ্বৰ্য্যকামী — সমান ঐশ্বৰ্য্যকামী কৰয় সাধন।
হৰিৰ সমান ঐশ্বৰ্য্যক কৰি মন॥ ৫৫১
বাসুদেৱ অনিৰুদ্ধ প্ৰদ্যুম্ন সংকৰ্ষণ।
এহি চাৰি মূৰ্ত্তি সদা কৰয় পূজন॥
সমান ঐশ্বৰ্য্য তাঙ্ক দেন্ত জনাৰ্দ্দন।
ঐশ্বৰ্য্যৰ প্ৰাপ্তি সাধ্য পূজন সাধন॥ ৫৫২
বৈকুণ্ঠ-কামী — বৈকুণ্ঠ-সকামী পূজা কৰয় সতত।
প্ৰাতসত মধ্যাহ্নত সন্ধ্যা সময়ত॥
ত্ৰিকালত পূজা কৰে হৰি-দেৱতাক।
বৈকুণ্ঠ-লোকক হৰি দিয়ন্ত তাহাক॥ ৫৫৩

বৈকুণ্ঠ-লোকত সুখে কৰয় বঞ্চন।
বৈকুণ্ঠ-লোকে সে সাধ্য পূজা সে সাধন॥
স্বৰ্গকামী বৈকুণ্ঠ-কামীৰ যেন কহিলোঁ লক্ষণ।
স্বৰ্গকামী ভকতৰ শুনিয়ো যেমন॥ ৫৫৪
স্বৰ্গলোক-কামী কৰে যজ্ঞ আৰম্ভণ।
ঘৃতাহুতি ধৰি সাৱহিত কৰি মন॥
স্বৰ্গকামে ঈশ্বৰৰ চিন্তিয়া চৰণ।
বেদ-ব্যৱহাৰে কৰে অগ্নিত হৱন॥ ৫৫৫
স্বৰ্গ-পদ দেন্ত হৰি সকামী ভক্তক।
তাহাৰ সাধন যজ্ঞ সাধ্যয় স্বৰ্গত॥
অণিমাদি সিদ্ধি কামী অণিমাদি সিদ্ধি-কামী ভক্তৰ সাধন।
জানিবাহা যোগাভ্যাস কৰে সৰ্ব্বক্ষণ॥ ৫৫৬
অনিমাদি অষ্ট সিদ্ধি পাইবে কৰি মন।
যোগ ধৰি ধ্যান কৰে হৰিৰ চৰণ॥
যোগ অভ্যাসতে তুষ্ট হুয়া ভগৱন্ত।
অষ্টসিদ্ধি ঐশ্বৰ্য্যক আপুনি দিয়ন্ত॥ ৫৫৭
যোগাভ্যাস কৰণ সাধন বুলি কয়।
অষ্ট-সিদ্ধি-প্ৰাপ্তি সাধ্য জানিবা নিশ্চয়॥
আৰে শুনা ভাগৱতী ভক্তৰ লক্ষণ।
ভাগৱতী সদা প্ৰতিমাক মাত্ৰ কৰয় পূজন॥ ৫৫৮
পূজাদ্বাৰে হৱে সিটো মহাভাগৱত।
ঈশ্বৰ কৃষ্ণৰ নাম গাৱয় সতত॥
পূজা সে সাধন সাধ্য নামক কীৰ্ত্তন।
একাদশ স্কন্ধে এই ভক্ত ছৱজন॥ ৫৫৯
শুনি সন্তোষিত ভৈল সৱাহাৰে মন।
কৰিলোঁ বৰ্ণন যেন শুনিলোঁ শ্ৰৱণ॥

আউৰ যেন মত কথা কৰোঁহো বৰ্ণন ।
সভাসদ লোকসৱ কৰিযো শ্ৰৱণ ॥ ৫৬০
নবীন বেঙ্গনা কিছুমান মিলিছিল ।
(ভকতক) অল্পমান দেখি আই কাহাক নেদিল ॥
(নিদিয়াকৈ) সেহি বেঙ্গনক আই ৰন্ধন কৰিলা ।
(কথা ভোজন) ভোজন কৰিবে দেৱ গোপালে বসিলা ॥ ৫৬১
(বৰ্জ্জন) বেঙ্গনৰ ব্যঞ্জনক আনি আই দিলা ।
দেখিয়া গোপালে কৈৰ পুলিযা পুছিলা ॥
বোলন্ত বেঙ্গন কিছু আছিল মিলিয়া ।
ৰান্ধিলোঁ তাহাক কিছু নাছিল দেখিয়া ॥ ৫৬২
গোপালে বোলন্ত কিছু ইটো বাঙ্গনক ।
ভৈল কি নৈভেল দিযা ভকতসৱক ॥
বোলে আই অল্প দেখি হটো বাঙ্গনাক ।
নৈভেলেক দিয়া আৰ ভকতসৱক ॥ ৫৬৩
ক্ৰোধভাৱ কৰি পাছে গোপালে বুলিল ।
বিস্তৰ নৈভেল যদি আনক নাটিল ॥
পৰমানন্দ ৰামচন্দ্ৰ গুৰু যদুমণি ।
চাৰিজন আছে সবাহাৰে অগ্ৰগণী ॥ ৫৬৪
তাৰে দুটিমানে তাৰাসৱক নাটিল ।
(ভকতে) কাহাকো নেদিয়া ইটো বাঙ্গন ৰান্ধিল ॥
(ভুঞ্জিলে হে) কদাচিতো নকৰিবোঁ ইহাক ভোজন ।
(হৰিৰ সন্তোষ) এহি বুলি দূৰ কৰি পেহলাইলা ব্যঞ্জন ॥ ৫৬৫
অপেয় ভোজন কৰিবাক মহা দোষ ।
ভকতে ভুঞ্জিলে হৰি হোৱন্ত সন্তোষ ॥
নবীন বস্তুক নেদি খাইলে দোষ হয় ।
জীৱ সমস্তক প্ৰতি দেখাইলা হেনয় ॥ ৫৬৬

গোপালদেৱৰ নাপৰীয়া, ৰহণে টাৰ ভক্তসকলৰ আগমন

শুনিয়োক যেন কথা আত অনন্তৰ।
নপৰীয়া ভাৱ ভৈল দেৱ গোপালৰ ॥
ভৈলেক গণ্ডিৰ নামে ব্যাধি শৰীৰত।
পোৰাভিঠা সত্ৰে আছে ভক্ত যত যত ॥ ৫৬৭
গোপালদেৱৰ নাপৰীয়াৰ শুনিল
যুক্তি কৰি চাহিবাক ইচ্ছাক কৰিল ॥
প্ৰাতসতে ভোজনক সৱেয়ো কৰিল।
গোপালক চাইবে কালঝাৰক চলিল ॥ ৫৬৮
গোপালে শুনিয়া ভক্তসৱ আসিবাৰ।
আসনৰ হন্তে উঠি কৰিলা সৎকাৰ ॥
বসিবাক লাগি কট পৰাই দিলন্ত।
ভকতসকলে সেহি কটে বসিলন্ত ॥ ৫৬৯
তাম্বুল পৰ্ণক দিয়াইলন্ত ভোজনক।
বসিয়া গোপালদেৱে কৰিলা প্ৰশ্নক ॥
তোমৰাসৱৰ বাৰ্ত্তা কুশল সবাৰ।
আগমন ভৈল কিয় ঠাইক আমাসাৰ ॥ ৫৭০
তাৰাসৱে বোলে বাৰ্ত্তা কুশল সবাৰ।
আসিলোঁহো নাপৰীয়া শুনি আপোনাৰ ॥
পৰম সন্তোষে বসি আছা সৰ্ব্বজন।
সিবেলা গোপালে পাছে বুলিলা বচন ॥ ৫৭১
শুনা ভক্তসৱ এক প্ৰশ্নক কৰোঁহো।
তোৰাসৱে আমিসৱে বসিয়া আছোঁহো ॥
নাহিকয় শ্ৰৱণ কীৰ্ত্তন নাহিকয়।
সিজয় ইহাত ভক্তি কিবা নিসিজয় ॥ ৫৭২
সেহি কথাখানি কহিয়োক আমাসাত।
শুনিয়া আছয় কাৰো নাহিকয় মাত ॥

পৰমানন্দ আতাই পাছে বুলিলা বচন।
কৰিছন্ত আপুনি ইকথা উদীৰণ। ৫৭৩
আপুনি সে কহিবাক লাগে ইকথাক।
শুনিয়া গোপালে পাছে বুলিলন্ত বাক॥
যদ্যপি নাহিকে একো শ্ৰৱণ কীৰ্ত্তন।
তথাপিতো নিজে ভক্তি শুনিয়ো কাৰণ॥ ৫৭৪
তোমাসকলক দেখি আমাৰ মনত।
লভিয়া সন্তোষ আছোঁ আমি বৰমত॥
তোমাসকলেও দেখি সন্তোষ আমাক।
ভক্তসকলৰ লভিয়া আছাহা একো নুবুলিয়া বাক॥ ৫৭৫
দেখা দেখিত সন্তোষে সে ভক্তি আক জানিবা নিশ্চয়।
হোৱা শাস্ত্ৰসমস্তত ইটো কথা প্ৰচৰয়॥
সন্তোষতে শুনি ভক্তসৱে লভি মহা সন্তোষক।
ভক্তি সিদ্ধি বিদায় কৰিয়া পাছে গৈলন্ত গৃহক॥ ৫৭৬
গৈল যেবে ভক্ত পোৱাভিঠাৰ সত্ৰৰ।
যুক্তি কৰি ভকতসকল নিৰন্তৰ॥
নপৰীয়া ভাব দেখি দেৱ গোপালৰ।
সুধিবাক ইচ্ছ ভৈল ভক্তসমস্তৰ॥ ৫৭৭
তাক প্ৰাপ্ত আতা-ঈশ্বৰৰ বাক্য হয়।
এহি বুলি বসিলন্ত ভক্তসমস্তয়॥
কৰি নমস্কাৰ অন্তে কৰি শিৰ।
বুলিবে লাগিলা বাক্য কৰি মন স্থিৰ॥ ৫৭৮
নপৰীয়া ভাৱ দেখোঁ এমন প্ৰকাৰ।
অজানি কোন বা ইচ্ছা হোৱে আপোনাৰ॥
ইচ্ছাতে সে নৰ-ভাৱ ধৰিয়া আছন্ত।
কিবা ইচ্ছা ভৈল পুনৰ্ব্বাৰ সম্বৰন্ত॥ ৫৭৯

গোপাল দেৱৰ পিছত ধৰ্ম্মাচাৰ্য্য কোন হ'ব ?

কিবা শংকা হোৱে বাপ প্ৰাণে আমাসাক।
ধৰ্ম্মৰ আচাৰ্য্য হুইবে আজ্ঞা বা কাহাক ॥
কোনে প্ৰবৰ্ত্তাইবে ইটো ধৰ্ম্মক পাছত।
এহি কথা কৈবে লাগে আমি সমস্তত ॥ ৫৮০

শুনিয়া গোপালে পাছে বুলিল বচন।
শুনা ভকতসব কহোঁ থিৰ কৰি মন ॥
সৰোবৰ মধ্যে পদ্ম প্ৰফুল্লিত হয়।
ভ্ৰমৰসকল বনমধ্যত থাকয়। ৫৮১
পদ্মৰ সুৰভি গন্ধ তৈৰ পৰা পাই।
গন্ধদ্বাৰে আপুনি যাৱয় সেহি ঠাই ॥
পদ্মত পৰিয়া মধুপানক কৰয়।
তাহাক মাতিয়া কোনে তহিকে নিয়য় ॥ ৫৮২
প্ৰফুল্লিত পদ্ম যিটো পৰম ধৰ্ম্মিষ্ঠ।
ধৰ্ম্ম-যশস্যায়ে গন্ধ জানিবাহা নিষ্ঠ ॥
ভকত ভ্ৰমৰে দূৰহন্তে গন্ধ পাই
ভক্তিৰসমধু পিবে যাৱে তান ঠাই ॥ ৫৮৩
প্ৰফুল্লিত পদ্ম পুনু অহিতে আছয়।
বিচাৰ কৰিয়া পাইবা তুমি সমস্তয় ॥
দেখায়া আছোঁহো মঞি আগে বাৰম্বাৰ।
মোহোৰ বচন সবে কৰিবাহা সাৰ ॥ ৫৮৪

প্ৰীতিতেই হে ভক্তি

অন্যোঅন্যে প্ৰীতিক কৰিবা আতিশয়।
প্ৰীতি সে ভক্তিৰ চিহ্ন জানিবা নিশ্চয় ॥
অন্যোঅন্যে হৰিকথা কৰিবা আলাপ।
কথা সে গুচায়ে সংসাৰৰ তিনি তাপ ॥ ৫৮৫
মনৰ সংশয় যত সমস্তে গুচয়।
কথা সে মনক জানা শান্তক কৰয় ॥

হেনমত বাণী বুলি ভকতসৱক ।
পুত্ৰ কমল- অনন্তৰে বুলিলন্ত বাক্য ঠাকুৰক ॥ ৫৮৬
লোচনৰ নামত কমল পুত্ৰ গোপালদেৱৰ ।
প্ৰতি আদেশ সেহি সময়ত কৰে ক্ৰন্দন বিস্তৰ ॥
ক্ৰন্দন কৰিব দেখি বুলিলা বচন ।
শুনহ কমল নকৰিবিহি ক্ৰন্দন ॥ ৫৮৭
ইৰাজ্যে সিৰাজ্যে আছে যত ভক্ত লোক ।
অৱশ্যেকে নকৰিবে অনাদৰ তোক ॥
কিন্তু জানিবিহি তঞি ভকতসৱক ।
এতেকে ভক্তৰ তঞি পাইবিহি স্নেহক ॥ ৫৮৮
এক কঠা চাউল যদি গৃহত থাকয় ।
তাহাকো ভক্তক দিবি নকৰি সঞ্চয় ॥
ভকতসৱক কৰিবিহি আদৰণ ।
ঠাকুৰক হেন মত বুলিয়া বচন ॥ ৫৮৯
জ্ঞাতি-মিত্ৰসৱ যত আসিয়া আছিল ।
মধুৰ বচনে সবাহাকে সম্বুধিল ॥
দেহ-ত্যাগৰ দেহ ত্যাগিবাক ইচ্ছা ভৈল গোপালৰ ।
ইচ্ছা বসিয়া আছয় ভক্তসৱ নিৰন্তৰ ॥ ৫৯০

* * * *

প্ৰাতসে উঠিয়া স্নানক কৰিয়া
চালিত আসি বসিলা ।
হাতে মালা ধৰি মুখে নাম স্মৰি
নামক জাপ্য কৰিলা ॥
ভকতসৱক কৰি সম্বোধন
বুলিলা পাছে বচন ।
শুনা ভক্তসৱ তোমৰাসকল
থাকাহা কৰি যতন ॥ ৫৯১

ইটো দেহ মোৰ নবহয় আৰু
কৰিবোঁ ত্যাগ ইহাক ।
ঈশ্বৰৰ আজ্ঞা ভৈলেক আমাক
লাগয় আজি যাইবাক ॥
এহি বুলি চক্ষু মুদিত কৰিয়া
কৰন্ত নাম স্মৰণ ।
ভকতসকল বসিয়া আছয়
নাহিকে কাৰো বচন ॥ ৫৯৪
চক্ষুৰ লোতক বসিয়া যায়য়
কৰয় বহু বিকল ।
দেৱতা গোপাল তেজিয়া যায়য়
বঞ্চিত ভৈল সকল ॥
উৰ্দ্ধ নিশ্বাসক কয়িয়া কতো হো
যায়য় ধৈৰ্য্যক ধৰি ।
কতো হো বিলাপ কৰিয়া বোলয়
হাহাকাৰ হৰি হৰি ॥ ৫৯৫
সেহি সময়ত সাৱটি ধৰিলা
সন্ন্যাসী গুৰু আসিয়া ।
দেৱতা গোপাল তাৰাৰ গাৰত
ৰহিলন্ত আউজিয়া ॥
বৈকুণ্ঠ-প্ৰয়াণ
হাতে মালা ধৰি নিশ্বাসক কাঢ়ি
নাৰায়ণ স্মৰিলন্ত ।
নিশ্বাস কাঢ়ন্তে ইটো দেহ হন্তে
প্ৰাণ–বায়ু বলাইলন্ত ॥ ৫৯৬
হস্ত হন্তে মালা খসিয়া পৰিল
যায়য় মাথা ঢলিয়া ।

হেন মত ভাৱ দেখিয়া ঠাকুৰে
ধৰিলা শীঘ্ৰে আসিয়া ॥
যেন মহাযোগী স্বচ্ছন্দে আপুনি
দেহক ত্যাগ কৰয় ।
ইচ্ছাময় দেহ আপুন ইচ্ছায়
ত্যাগিলন্ত সেহি নয় ॥ ৫৯৭
বৈশাগ মাসত মধ্যাহ্ন বেলাত
দশ দিন যেৰে গৈল ।
ৰবিবাৰে শুক্লা ষষ্ঠী তিথি দিনা
সত্তৰি বৎসৰ ভৈল ॥
মাথাত ধৰিয়া থৈলন্ত শুৱায়
বস্ত্ৰক দিয়া ওপৰ ।
ভকতসকল হুলস্থুল ভৈল
উৰ্দ্ধি বোল ক্ৰন্দনৰ ॥ ৫৯৮
ভূমিত পৰিয়া কান্দে বাগৰিয়া
বিলাপ কৰিয়া আতি ।
সিবেলা শ্ৰীৰাম যদুমণি উঠি
বুজাইলা সবাকে মাতি ॥
হয়া সন্মুক্ষণ থিৰ কৰি মন
উঠি সৱে নিৰন্তৰ ।
চতুৰ্দ্দোল সাজি দহিবাক লাগি
নিলেক পোৰা কাথৰ ॥ ৫৯৯
অনেক কাষ্ঠক একত্ৰ কৰিয়া
কৰিলা চিতা নিৰ্ম্মাণ ।
সুগন্ধ তৈলক হৰিদ্ৰা মতাহি
দিয়া কৰাইলন্ত স্নান ॥

মলয়া চন্দন সুগন্ধ চুৱাক
দিলা আনি বহুমান ॥
দিব্য ধৌতবস্ত্র আনি শৰীৰত
কৰাইলেক পৰিধান ॥ ৬০০
ব্রাহ্মণে আসিয়া মন্ত্রক পঢ়িয়া
উছর্গা চিতা কৰিল ।
হৰিধ্বনি কৰি চিতাত তুলিল
ঠাকুৰে মুখাগ্নি দিল ॥
আগৰ কাষ্ঠক দিয়া ঘৃতসৱ
বিস্তৰ আনি ঢালিল ।
ঘৃত পায়া অগ্নি অত্যন্ত প্রকাৰে
আকাশ ছানি জ্বলিল ॥ ৬০১

হৰিগতি বিপ্র শোকাতুৰ

সেহি সময়ত হৰিগতি গুৰু
কৰয় বহু বিলাপ ।
এহি অগনিত জাম্প দিয়া মৰোঁ
গুচোক সবে সন্তাপ ॥
এহি বুলি বহু কৰয় ক্রন্দন
পৃথিবীত বাগৰিয়া ।

শ্রীৰাম আতৈ বৰ যদুমণিৰ প্রবোধ-বাক্য

শ্রীৰাম যদু- মণিয়ে বুলিলা
সমীপে মাতি আনিয়া ॥ ৬০২
শুনা হৰিগতি কিয় কৰা তুমি
বিকলতা আতিশয় ।
মাংস চক্ষুৰে সে অগোচৰ আত্মা
আমাৰ সম্বন্ধী হয় ॥
হৃদয়ৰূপৰা কৈক নযাব্রাসা
থাকন্ত সদা হৃদয় ।

হৃদয়ৰ পৰা গৈল হন্তে তেৰে
আকুল হৈবে লাগয় ॥ ৬০৩
হৰিগতি গুৰু প্ৰবোধ বচন
শুনিয়া সন্তোষ ভৈল।
অনন্তৰে ভক্ত সৱে চতুষ্পাশে
বেঢ়িয়া নামক লৈল ॥
ঘৃতৰ সংযোগে অগ্নি উথলিয়া
তেতিক্ষণে দাহ ভৈল।
শুপৰত চন্দ্ৰ তাপক তৰিয়া
প্ৰবন্ধ কৰিয়া থৈল ॥ ৬০৪
অনন্তৰে সৱে স্নানক কৰিয়
গৃহক লাগি চলিল।
গোপালদেৱৰ বসিবাৰ থাৱ
শূন্যক গৈয়া দেখিল ॥
যেন অগ্নি আসি গাৱত জ্বলিল
বিষাদ বহু কৰিল।
লক্ষুক্ষণ হুয়া সমস্তে বসিয়া
যুক্তিক পাছে কৰিল ॥ ৬০৫
যুক্তি কৰি সৱে দশো দিশে যাইবে
পাকিলা ভক্তসৱক।
অন্ত্যেষ্টি গোপালদেৱৰ কৰ্ম্ম কৰিবাক
ক্রিয়া আসিবে বস্তু যতেক ॥
সম্পাদন ঠাকুৰে আপুনি কৰ্ম্মক কৰিল
দিলন্ত পিণ্ড জলক।
দশ দিনসত দশাক কৰিয়া
ভুঞ্জাইলা সৰ্ব্বলোকক ॥ ৬০৬

দুগ্ধ ইক্ষুরস কদল সন্দেশ
দিয়া বস্তু অপর্য্যন্ত।
ত্রিশ দিবসত দানোৎসর্গ কৰি
দিলা দান ব্রাহ্মণক ॥
ব্রাহ্মণসৱক ব্রহ্ম ভোজ দিয়া
দিলা দান দাক্ষণাক।
জ্ঞাতি-মিত্রসৱে মৎস্যক ভুঞ্জিলা
দিয়া অন্ন সবাহাক ॥ ৬০৭
তাত অনন্তৰে ভকতসকলে
উদ্যোগ সৱে কৰিল।
অনেক সম্ভাৰ একত্র কৰিয়া
সভাক লাগি আনিল ॥
সভা চাহিবাক অ'ইল বহু লোক
ভৈলা সভা বিভোপন।
ৰাত্রি দিনে সভা অৱসান কৰি
সমাপি থৈলা কীর্ত্তন। ৬০৮
বৰ যদুমণিৰ সভা অৱসানে শুনা তাত পৰে
অনয় বৰ আতা ধর্ম্মশীল।
ৰাজ্যলৈ আসম ৰাজ্যক যাইবাক লাগিয়া
আগমন মনত ইচ্ছা কৰিল ॥
শ্রীৰাম দৰক কৰি নিমন্ত্রণ
কৰিলন্ত আলোচন।
শুনিয়ো আতাই থাকিয়ো তোমৰা
কৰোঁহো মঞি গমন। ৬০৯
এহি বুলি বহু কৰিয়া আশ্বাস
বৰআতা বিচক্ষণ।

ভকতসকল কৰি সম্বোধন
কৰিলা পাছে গমন ॥
কতিপয় দিন বৰআতা আসি
আসম ৰাজ্য পাইলন্ত ।
বাঁহবাৰীত সত্ৰ স্থাপন — বাঁহবাৰী নামে গ্ৰাম্য সেহি থানে
সত্ৰ কৰি ৰঞ্জিলন্ত ॥ ৬১০
মহাধৰ্ম্ম আসি ভৈলেক প্ৰকাশ
ভজিলেক বহুজন ।
পৰম ঐশ্বৰ্য্য আপুনি মিলিল
কৰিলা সুখে চঞ্চন ॥
কালঝাৰতে শ্ৰীৰামৰ ধৰ্ম্ম-প্ৰকাশ — কালঝাৰ গ্ৰামে ৰহিলা শ্ৰীৰাম
নকৰি কৈকো গমন ।
বুঢ়া লোক সমে ৰঞ্জিলন্ত ৰঙ্গে
সন্তোষিত হুয়া মন ॥ ৬১১
কামৰূপ ৰাজ্যে শ্ৰীৰামদেৱক
ভজিল বিস্তৰ জন ।
আসম ৰাজ্যৰ পৰা ভক্ত সব
কৰিলা তৈকে গমন ॥
মহা কায় কষ্টে কৰিয়া গমন
নমানি দুখ মনত ।

*  *  *

শ্ৰীৰাম দেৱৰ পুত্ৰ হেন ভাৱ
গ্ৰন্থকৰ্ত্তাৰ আত্ম-নিবেদন — ধৰিয়া ভৈল উদয় ।
নামে ৰামানন্দ তানে পদদ্বন্দ্ব
ভজিছো কৰি নিশ্চয় ॥ ৬১৪
তান অনুগ্ৰহে যেন কৰ্ণপথে
ভানলৌঁহো কথা চয় ।

অনন্ত চৰিত্ৰ নিশেষে বৰ্ণাইবে
শক্তি পুনু নাহিকয়।
তথাপি যি কিছু অনুষ্টুপৰূপে
কৰিলোঁহো বৰ্ণনক।

* * *

## ছবি

শুনিলাহা সবে নৰ চৰিত্ৰক গোপালৰ
বৰ্ণাইলোঁহো যেন লবে মতি।
পূৰ্ণকৃষ্ণ শ্ৰীহৰি শঙ্কৰ ৰূপক ধৰি
আবিৰ্ভাৱ ভৈলন্ত সম্প্ৰতি॥ ১০৪

শঙ্কৰ-মাধৱ-গোপাল অভেদ

প্ৰবৰ্ত্তাইলা মহাধৰ্ম্ম জীৱ-নিস্তাৰণ কৰ্ম্ম
কৰি তিৰোভাৱ দেখাইলন্ত।
সেহি ধৰ্ম্ম ব্যক্ত কৰি মাধৱ ৰূপক ধৰি
শঙ্কৰে সে পুনু আসিলন্ত।
মাধৱ স্বৰূপে আসি নিস্তাৰিয়া জীৱ ৰাশি
গোপালত ধৰ্ম্মক থাপিলা।
সেৰূপ ভাৱক ধৰি মাধৱৰ আজ্ঞা কৰি
গোপালে সে ধৰ্ম্ম প্ৰচাৰিলা॥ ১০৫
জয়তি গোপালদেৱ লক্ষকোটি কৰোঁ সেৱ
তযু পাদ-পঙ্কজ দুতয়।
তুমি প্ৰভু গুণাকৰ হুয়া মই অল্প নৰ
বৰ্ণাইলোঁহো তযু গুণ চয়॥
নাহি পাপী মোত পৰ যত জীৱ অধমৰ
ক্ষমিয়োক মোৰ দোষচয়।

অজ্ঞানীর দোষচয় নধরিয়া কৃপাময়
হয়ো প্রভু প্রসন্ন-হৃদয় ॥ ১০৬
গুরুরূপী ঈশ্বরের পদযুগ কমলের
মকরন্দ করি অভিলাষ।
রামগোপালে কয় বোল রাম কৃষ্ণ জয়
হরি-পদ তলে হৌক বাস ॥



# মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ

## তৃতীয় ভাগ (২)

[ গোপালদেৱৰ পৰিনাতি ৰামানন্দ ৰচিত চৰিত-পুথিৰ পৰা ]

পদ

আৰম্ভণি

জয় জয় কৃষ্ণ পৰিপূৰ্ণ সনাতন।
নিৰ্গুণ মূৰুতি জ্ঞানময় নিৰঞ্জন॥ ** ১

*　　*　　*

হেন কৃষ্ণ শঙ্কৰস্বৰূপে অৱতৰি।
অসঙ্গ জীৱক সঙ্গ কৰাইলন্ত হৰি॥ ৩

*　　*　　*

শঙ্কৰ মাধৱ দুই জানা একতত্ত্ব।
নিজ ধৰ্ম্ম থাপি পাছে থৈলা মাধৱত॥ ১৫

*　　*　　*

মাধৱ আৰু গোপাল

মাধৱ গোপাল সবে একে কলেৱৰ।
দুইহানো নিয়ন্তা ইটো জগত ঈশ্বৰ॥

একে বোলাৰ কাৰণ— বুলিবা ইসৱ কেনে কহিলা নজানি।
শুনিয়োক যেন মত ইহাৰ কাহানী ॥ ১৯
(১) যেতিয়া গোপাল খৰি আনিবে গৈলন্ত।
আপোনাৰ নিজ গৃহে মাধৱ আছন্ত ॥
যেখনে খৰিত কুঠাৰৰ কোব দিল।
তৈত মাধৱৰ হাত ফুটিয়া ৰহিল * ॥ ২০

* * *

(২) এদিনা গোপাল বসি আছা আসনত
আগত মাধৱ আসি ভৈলা উপগত ॥
গোপালৰ কোলে গৈয়া মাধৱ বসিলা।
সেহি সময়ত বুঢ়া শ্ৰীৰামে দেখিলা ॥ ২৩
বোলন্ত মাধৱে শ্ৰীৰামক চা'ই বাক।
কহিয়োক কেনে আৰে দেখাহা আমাক ॥
শ্ৰীৰামে বোলন্ত আমি কিছু নেদেখোঁহো।
দুই হানো শৰীৰ একস্বৰূপ দেখোঁহো ॥ ২৪
বুলিলা মাধৱে ভাল বাছিলোঁ তোমাত।
স্বৰূপক জানি তুমি কহিলা আমাত ॥
যাতো আমাসাৰ তুমি প্ৰিয় মনোনীত।
তাতে সে তোমাত কিছু নাই অবিদিত ॥ ২৫
আৰু এক সাক্ষী মই দেখাওঁ সাম্প্ৰত।
(৩) বতুলাৰ পদ্মৰ আগত যেনমত ॥
বোলন্ত মাধৱে ওবা পদ্ম মহাশয়।
অৰ্দ্ধেক শৰীৰ মোৰ পাইলা পৰিচয় ॥ ২৬
আপুনাৰ পূৰ্ব্ব থানে উজনিক যাইবা।
ভৱানীপুৰত গোপালক লাগ পাইবা ॥

---

* এই কথা আগৰ ৬৭-৬৯ আৰু ১২৩ পৃষ্ঠাৰ লগত তুলনীয়। —সম্পাদক।

তাসম্বাক তুমি দৰশন ভৈলা যেৱে।
সম্পূৰ্ণ আমাক দৰশন পাইবা তেৱে। ২৭
এতেকে মাধৱ গোপালৰ ভেদ নাই।
* * *

মাধৱদেৱৰ শেষ-আজ্ঞা

যেখনে মাধৱ বৈকুণ্ঠক চলি যায়।
বুলিলা বচন পাছে শ্ৰীৰামক চাই॥ (১) ১২৯
* * *

গোপালে ইসব বাক্যচয় নবাধোক।
উপদেশ দিয়া লোকসব নিস্তাৰোক॥ ৫৭
অসমৰ্থ ভৈলে তাক নেদেঁা ইটো ভাৰ।
তত্তুল্য শকতি জানা দুইহানো আমাৰ॥
আৰু এক গোটা মোক বুলিলা বচন।
গোপালৰ ঘৰে তুমি ভুঞ্জিবাহা অন্ন॥ ৫৮
* * *

বহুতৰ খেদ তথা গোপালে কৰিলা।
মাধৱক স্মৰি মনে নিশ্বাস তেজিলা॥ ৬১
তৈৰ পৰা উঠিয়া ভিতৰ পশিলন্ত।
ভোজন-সম্ভাৰ যত্ন কৰিয়া লৈলন্ত॥
নামঘৰ মন্দিৰ পশি পৰিলা জুৰিলা।
স্বহস্তে আপুনি অন্ন গোপালে ৰান্ধিলা॥ ৬২
শ্ৰীৰামক মাতি তথা ভোজন কৰাইলা।

শ্ৰীৰামৰ গুৰুৰত্ত গোপালৰ

প্ৰেপৰ্কিয়া মাধৱৰ কথাক পুছিলা॥
কোন ভাৱে মাধৱে বৈকুণ্ঠে চলিলন্ত।
ভকতসৱক কোন বাক্য বুলিলন্ত॥ ৬৩

---

(১) এই বিষয়ে আগৰ ৭৬-৭৯, ১৩৫-৭ পৃষ্ঠা আৰু ২৮১-৬ পৃষ্ঠাত যথেষ্টৰূপে বৰ্ণাই যোৱা কাৰণে ইয়াত পুনৰুক্তি কৰা নহল।—সম্পাদক।

জিজ্ঞাসা — সিসব কথাক শুনিবাক ইচ্ছা যায়।
শুনিয়া শ্ৰীৰামে কথা কহিলা ছুনাই ॥
সিবেলাত মাধৱে বুলিলা হেন বাক।
আশীৰ্ব্বাদ ভক্তসব দিয়োক আমাক ॥ ৬৪

*   *   *

আৰো বুলিলন্ত ভক্তসকলক চাই।
নাম-ঘোষাত — এহি ঘোষা গ্ৰন্থখানি পঢ়িবা সদায় ॥
বৈশিষ্ট্য-প্ৰদান — শঙ্কৰদেৱৰ হস্তে যিবাখানি পাইলোঁ।
ইটো ঘোষা-গ্ৰন্থত তাহাক নিবন্ধিলোঁ ॥ ৬৭
শাস্ত্ৰ বিচাৰিয়া মই যিবা খানি পাইলোঁ।
সি সব সকল কথা ঘোষাত তুলিলোঁ ॥
আপোনাৰ বুদ্ধি-অনুসাৰে যেন ভৈল।
এহি ঘোষা-গ্ৰন্থত তাহাক বন্ধা গৈল ॥ ৬৮
এতেকে ঘোষাক কেহো নেৰিবা সদায়।
আক বিচাৰিলে বোধ হুইবে সমুদায় ॥
মাধৱৰ শুনি কৃপা যুগুতি-বচন।
শুনিয়া গোপাল ভৈল সজল নয়ন। ৬৯
গোপালৰ — কৰিলা অনেক খেদ গোপালে ছুনাই।
খেদ — হৰি হৰি কিনো প্ৰভু মাধৱ গোসাঁই ॥
যাৰ আশীৰ্ব্বাদে অগতিৰ গতি হয়।
হেনয় ঈশ্বৰে আশীৰ্ব্বাদক প্ৰাৰ্থয় ॥ ৭০
যিটো আশীৰ্ব্বাদ দেৱ মাধৱে খুজিলা।
পৰিবৰ্ত্তি কেনে ভক্তসবে সুপুছিলা ॥
তযু পাৱে আমাসাৰ ভকতি মিলোক।
এহি অনুগ্ৰহ আমি সমস্তৰে হোক ॥ ৭১
হেন বা মাধৱে বুলিলন্ত এহি হোক।

সকলো লোকতে সম ভকতি মিলোক ॥
সবাকো মাধৱে সম কৰিতে চাহিল।
ইসব বচনচয় কেহো নুবুজিল ॥ ৭২

* * *

যিবা বুলিলন্ত ঘোষা নেৰিবা সদায়।
নুবুজিল ইটো বচনৰ অভিপ্ৰায় ॥ ৭৭
যি বুলিলা শঙ্কৰত যিখানি লভিলোঁ।
এহি ঘোষাখানিত তাহাক নিবন্ধিলোঁ ॥
কোনবা ঘোষাত তাৰ নিৰ্ণয় পৰিল।
আতা মাধৱত কেহো জনে সুপুছিল ॥ ৭৮
শাস্ত্ৰ বিচাৰিয়া তত্ত্ব সিবা খানি পাইলোঁ।
সাৰ বাছি ঘোষাত তাহাঙ্ক বান্ধি থৈলোঁ ॥

* * *

বুলিলা আপুন বুদ্ধিহন্তে পাইলোঁ যত।
আছে কোন ঘোষা সুপুছিলা মাধৱত ॥
হৰি হৰি কেনে ইটো নভৈল মনত।
সিখেলা সবাৰো কিক বুদ্ধি ভৈল ইত ॥ ৮০

* * *

মিশবদে গোপালো ৰহিলা এহি বুলি ॥
ৰহিলা শ্ৰীৰাম পাছে ভৱানীপুৰত।
গোপালৰ মুখে কথা শুনন্ত সতত ॥ ৮৭
গোপালে বান্ধন্ত অন্ন শ্ৰীৰামে ভুঞ্জন্ত।

* * *

হৰি-কথা-প্ৰসঙ্গ কৰন্ত দুইজন।
কথাৰ আলাপ-ৰস মিলে অনুক্ষণ ॥ ৮৯
গুৰু-আজ্ঞা শুনি নিজ-আজ্ঞা বেদ-বাণী শুনি মাধৱৰ।
গোপালৰ মনত বিষাদ ৰহুতৰ ॥

*গোপালৰ মনত বিষাদ*

উগুল-থুগুল মন ভৈল অসন্তোষ।
গুৰু-আজ্ঞা নকৰিলে ইটো বৰ দোষ ॥ ৯০
যেখনে শ্ৰীৰামে আজ্ঞা কৈলা গোপালত।
বোলা গুৰুতৰ ভাৰ লৈবো কেনমত ॥

*উপায় বিচাৰি*

মাধৱৰ বাক্য কেনে পালিবো সদায়।
যেনমতে গুৰু-ভাৰে আমাক নপায় ॥ ৯১

*নাৰায়ণ ঠাকুৰৰ ওচৰলৈ যাত্ৰা*

মহা বুদ্ধিমন্ত বুঢ়া ঠাকুৰ আছন্ত।
পুছি চাওঁ তাৰা কোন উপায় দিয়ন্ত ॥
হেন মনে গুনিয়া নিশ্চয় কৰিলন্ত।
শ্ৰীৰামে সহিতে তথা চলিয়া গৈলন্ত ॥ ৯২

* * *

নাৰায়ণে দুইহস্তে কুশল পুছিলা।

*গোপালৰ দুঃখ-নিবেদন*

গোপালে আপুনি তান্ত দুঃখ নিবেদিলা ॥
যিমতে মাধৱে আজ্ঞা আদেশি পঠাইলা।
ঠাকুৰৰ আগে তথা গোপালে কহিলা ॥ ৯৪

*নাৰায়ণ ঠাকুৰৰ সমৰ্থন*

শুনি নাৰায়ণে মনে হৰিষ কৰিলা।
গোপালৰ আগে হেন বচন বুলিলা ॥
ধন্য ধন্য বচন কহিলা শ্ৰীৰাম।
আমাসাৰ আয়ে পূৰ্ণ ভৈল মনকাম ॥ ৯৫
ইকথাত কিসক কৰিবে লাগে দুখ।
উপদেশা লোক হৌক হৰিত সমুখ ॥
গুৰু-আজ্ঞাচয় বাধিবাহা কিবা হেতু।
বান্ধিলা মাধৱে ধৰ্ম্মময় শুদ্ধ-হেতু ॥ ৯৬
তযু উপদেশে সেহি পথত ধৰোক।
দুৰ্ঘোৰ সংসাৰ-দুঃখচয় নিস্তৰোক ॥
ইসব কাৰ্য্যত কেনে কৰা উতপাত।
বহুজনে তোমাসাত কৰিবে সঙ্গাত ॥ ৯৭

* * *

কিঞ্চিতেকোমান শঙ্কা নানিবা মনত।
ঋহিয়ো ভকতি আৰে তৰোক জগত।
গোপালে বোলন্ত আইলোঁ ভাব এৰাইবাক।
পুনৰপি ভাব তুমি দিলাহা আমাক॥ ৯৯

* * *

বোলে নাৰায়ণে আৰে বল নাহি যাব।
সিজনে সে লৈবাক নপাৰে ইটো ভাব॥
সমৰ্থজনক ইটো ভাবে কি কৰয়।
মাধৱৰ সমান — মাধৱৰ ভাব তুমি বহিবে লাগয়॥ ১০১
গোপালৰ বল — মাধৱৰ গাৰে বল যি খানি আছয়।
সেহি বল তোমাসাৰ জানোঁহো নিশ্চয়॥
চিলিম ছাই নামে এক নৃপতি আছিল।
অপুত্ৰক ৰাজা একো সন্ততি নাছিল॥ ১০২
অপুত্ৰক — তাৰ সঙ্গে দুইজন খোজা (১) আছিলন্ত।
ৰজাৰ — ৰাজাৰ অন্তেসপুৰে থাকে বুদ্ধিমন্ত॥
উদাহৰণ — আৰো বৃদ্ধ পাত্ৰ এক আছিল ৰাজাৰ।
বন্ধনতে দুখ তেন্তে লভিল অপাৰ॥ ১০৩
পোত্তাশালে আছে তাঙ্ক ৰাজা পাসৰিলা।
সময়ৰ বেলা পাছে মনে সুমৰিলা॥
মোৰ বৃদ্ধ-পাত্ৰক নভৈল পৰিচয়।
এহি বুলি ৰাজা প্ৰাণ তেজিলা নিশ্চয়॥ ১০৪
ইসব কথাক আৰে কেহো নজানয়।
দুইজন খোজা মাত্ৰ ইহাক জানয়॥
অৰাজ্যক ভয়ে বহু সংশয় মিলিল।
মনে গুণি খোজা আৰো খোজাক বুলিল॥ ১০৫

---

(১) খোজা-বিশ্বাসী ভৃত্য। — সম্পাদক।

কৰোঁ অভিষেক তুমি লৈয়ো ৰাজ্য-ভাৰ।
বোলে খোজা লৈবে যোগ্য নাহিকৈ আমাৰ ॥
এহিমতে অন্যাঅন্যি দুইহন্তো কৰয়।
বোলে ৰাজা হুইবে আরে দুইবো নলাগয় ॥ ১০৬
বন্ধনতে বৃদ্ধপাত্ৰ আছয় প্ৰত্যেক।
শীঘ্ৰে আনা তাঙ্ক দুই কৰোঁ অভিষেক ॥
মৃত্যু-কালে ৰাজা বৃদ্ধপাত্ৰক স্মৰিল।
জানিলোঁ এতেকে তাঙ্ক ৰাজ্য জোকাবিল ॥ ১০৭
এহি বুলি মনে দুই নিশ্চয় কৰিল।
বন্ধন ছোৰিয়া বৃদ্ধপাত্ৰক আনিল ॥
* * *
জগত-প্ৰখ্যাত বৃদ্ধপাত্ৰ ভৈল ৰাজা।
দুই খোজা সমে উপাসিল যত প্ৰজা ॥ ১১৩
চিলিম ছাই ৰাজাৰ দুই খোজা যেন মানা।
আমি চিৰিৰাম মাধৱবো তেহু জানা ॥
* * *
এতেকে সে সেহি আজ্ঞা পালিয়ো আপুনি।
তৰোক সংসাৰ লোক উপদেশ শুনি ॥
মাধৱৰ আজ্ঞা বাপ নকৰিয়ো ছন্ন।
কৈয়ো উপদেশ বুলিলন্ত নাৰায়ণ ॥ ১১৬

## দুলৰি

শুনা আতপৰ গোপালদেৱৰ
পাছে যেন কথা ভৈল।
ভৱানীপুৰত আছা এহিমতে
ছয় মাস বহি গৈল ॥ ** ১২১
* * *
হাবুংৰ যিবা ঠাকুৰত উপায় খুজিলোঁ
পৰমানন্দ তেহেন্তেও দিলে জাব ॥

বিজয় এহি বুলি তৈত গোপাল আছন্ত
শৰণ- সুমৰিয়া মাধৱক।
প্ৰাৰ্থনা সি বেলা আগতে দেখি পুৰুষেক
মিলিল আসি প্ৰত্যেক ॥ ১২২

* * *

লাসে লাসে কথা কহিবে লাগিলা
হুয়া অৱনত-কায় ॥ ১২৩
পূৰ্ব্ব প্ৰদেশত হাবুঙ্গ দেশত
আমাসাৰ নিজ গ্ৰাম।
তযু চৰণত ভজিবাক লাগি
আইলোঁ নাহি আন কাম ॥ ** ১২৪
অনিত্য শৰীৰ জীৱন চঞ্চল
কহে আক জ্ঞানীজন।
এহি জীৱ যদি অনৰ্থ হোৱয়
আপুনি হুইবা কাৰণ ॥
শুনিয়া গোপাল দেৱ হেঠমাথে
গুণি আছি কতোক্ষণ।
আতা মাধৱৰ নিজ আদেশক
কৰিবোঁ আজি পালন। ১২৫
ইহান আগত কৰিবোঁ বেকত
মাধৱৰ নিজ ধৰ্ম্ম।
এহি বুলি দৃঢ় হুয়া আপোনাক
কহিলন্ত তত্ত্বমৰ্ম্ম ॥
গোপালৰ পুত্ৰ কমললোচন
আছা এক পাশে বসি।
বৰ আই বসি আছা সমীপতে
যেন পূৰ্ণিমাৰ শশী ॥ ১২৬

প্ৰথম বাৰৰ শৰণ-প্ৰদান

ভাগৱত গ্ৰন্থ আগত থাপিয়া
কহিলা তাক্ত শৰণ ।
কৃষ্ণবিনে আন দেৱ নাহি নাহি
কহিলোঁ সত্য-বচন ॥
শঙ্কৰ-মাধৱ স্বৰূপ কৃষ্ণৰ
জানিবা আৰু নিশ্চয় ।
নাম-ধৰ্ম্ম বিনে সৱে অকাৰণ
কহিলোঁ তত্ত্ব-নিৰ্ণয় ॥ ১২৭
ভকতৰ সঙ্গ লভিয়া ভকতি
কৰিবা মাত্ৰ সদায় ।
নিষেধসকল তেজিয়া বিহিত
আচৰিবা সমুদায় ॥
কহি পৰস্পাৰ বুজিবা শাস্ত্ৰৰ
তত্ত্বক মাত্ৰ সম্প্ৰতি ।
কহিলোঁ ৰহস্য তোমাত অৱশ্যে
অপ্ৰয়াসে পাইবা গতি ॥ ১২৮
সিৱেলা গোপালে পৰম আনন্দ
নাম মুখে উচ্চৰিলা ।
বোলে এহি তবু নামখানি থৈলোঁ
তেসম্বে পাছে শুনিলা ॥ ** ১২৯
গোপালৰ মুখে লভি উপদেশ
নিজ দেশে চলি গৈলা ।
সেহি দিন হন্তে ধৰ্ম্মক গোপালে
নকৈবোঁ পুনু বুলিলা ॥

* * *

শঙ্কৰৰ যেন আদি সৰ্ব্বজয়
সেৱক ভৈলা পূৰ্ব্বত ।

পৰমানন্দ শিষ্য গোপালদেৱৰ
জানিবাহা তেহ্ন মত ॥ * * ১৩৪

* * *

## পদ

এক দিনা মাধৱৰ সেহাৰ সত্ৰত।
কৃষ্ণ নামৰ ভকতৰ পৰদাৰা-গমন অপৰাধ
কৃষ্ণনামে একজন আছিল ভকত ॥
পৰদাৰা গমন সিজিল সিজনৰ।
বোলে ভকুসৱে ঐৰ গুচিয়ো সত্বৰ ॥ ১৪৯
হেন শুনি তথাৰ অন্তৰি তাৰ গৈল।
ধাইৰ থানত একেশ্বৰে আসি ভৈল ॥
দেখি ধাই তাঙ্ক পাছে বুলিলা আতাই।
একলে সে দেখোঁ তুমি আসিলা ইঠাই। ১৫০
শুনি কৃষ্ণানন্দে পাছে বুলিলা বচন।
আমাত সিজিল মহাপাপ অমোচন ॥
আতা মাধৱৰ আমি নিষেধ আচৰি।
তাতে সে আসিলোঁ আই তথাৰ অন্তৰি ॥ ১৫১
ধায়ে বুলিলন্ত তুমি থাকা মোৰ স্থানে।
কাতৰ কৰিবাঁ মই তোমাৰ নিদানে ॥
আমাৰ বচনে ভকুসৱে দিয়ে ঠাই।
দেৱতো ধৰ্ম্মতো দেখোঁ দুইতো ঘটা নাই ॥ ১৫২
যদি কায়-ছিদ্ৰ মাত্ৰ সিজিল তোমাত।
প্ৰায়শ্চিত্ত বিহি ক্ষমা কৰিব ইহাত ॥
পাছে ভকুসৱে শুনি দুইৰো ছিদ্ৰ পাই।
ধৰিলা দূষণ তথা দুইহাঙ্কো জপাই ॥ ১৫৩

ধায়ো জানিলন্ত মোত লাগিল দূষণ।
থাকিলন্ত তথা অসন্তোষ কৰি মন॥

পুৰুষোত্তম ঠাকুৰৰ বেহাৰলৈ আগমন

বেহাৰক লাগি পাছে ঠাকুৰ আইলন্ত।
দেখিয়া ভকতসবে আনন্দ পাইলন্ত॥ ১৫৪
আগবাঢ়ি গৈয়া সবে কৰি সতকাৰ।
আসনে বৈসায়া কৰিলন্ত নমস্কাৰ॥
পুছিলা কুশলবাৰ্ত্তা হুয়া ৰঙ্গমন।
ঠাকুৰেও কহিলন্ত আপোন কাৰণ। ১৫৫
বোলন্ত পুৰুষোত্তমে আন কাৰ্য্য নাই।
ইৰাজ্যত ফুৰোঁ আমি ভক্তসব চাই॥

ঠাকুৰৰ প্ৰতি ভক্ত-সকলৰ নিষেধ-বাক্য

বোলে তাৰাসবে শুনা আমাৰ বাক্যক।
ধাইৰ থানে যাইবে নিষেধিলা ঠাকুৰক॥ ১৫৬
বোলন্ত পুৰুষোত্তমে নযাওঁ তথাক।
হেন কথা শুনি ধাই ভৈলন্ত অবাক॥

× × ×

ৰাজপথে ঠাকুৰেও কৰিলা প্ৰয়াণ।
পাছে একজনে ধাইৰ আগে দিল জান॥
শুনি আথেবেথে আই আসিল লৰৰি।
কৰিলা প্ৰণাম পাছে দণ্ডৱতে পৰি॥ ১৫৭
উঠি পুনৰপি কৰ যুৰি নম্ৰভাবে।
বুলিলা বচন পাছে ঠাকুৰৰ পাৱে॥
মোৰ গৃহাগত বাপ হুয়োক সম্প্ৰতি।
কৰিয়োক মই মহা পাপিনীৰ গতি॥ ১৬০
বোলে পুৰুষোত্তমে তুমি কাৰ আছা দোষ।
শুনিয়া ভকতসবে পাইবে অসন্তোষ॥

ঠাকুৰৰ সঙ্কট

হেন শুনি ধাই বাক্য বুলিলা হুনাই।
বাট ভেটি পৰোঁ মোক যায়োক চৰাই॥ ১৬১

উপস্থিত সঙ্কট বাজিল পুৰুষোত্তমৰ মনে।
এৰাইতে নপাৰি সৰে গৈল ধাইৰ থানে॥
কতিপয় দিবস বঞ্চিলা তেৱে তথা।
আই-ধাইৰ ভোজন-সম্ভাৰে বহু পূজিলা সৰ্ব্বথা॥ ১৬২
দ্বাৰা ঠাকুৰৰ একশত টকা ঠাকুৰকো অৰ্চ্চা দিলা।
পৰিতোষণ সেহি মানে পূজা ভক্তসৱকো কৰিলা॥
পুনৰপি আপোনাৰ গৃহক গৈলন্ত।
ভক্তসমে পুৰুষোত্তম সত্রে ৰহিলন্ত॥ ১৬৩
কোচবিহাৰৰ যেহাৰত আছে যত হৰিভক্তগণ।
সমূহ-ভক্তৰ শুনিয়া সবাৰো ভৈল অসন্তোষ-মন। ×× ১৬৪
অসন্তোষ * * *
মাধৱদেৱৰ আদেশক আচৰয়।
যাৰাসৱে শুদ্ধভাৱে সদা প্ৰবৰ্ত্তয়॥
ঠাকুৰৰ লগত তাৰাসকলৰ সঙ্গ কৰিতে লাগয়।
সবাৰে প্ৰীতি ঠাকুৰৰ সঙ্গে আৰ যাইবে নলাগয়॥ ১৬৫
ভাগিল * * *
এতেকে সে ঠাকুৰত দূষণ লাগিল।
ঠাকুৰ সহিতে প্ৰীতি সবাৰে ভাগিল॥
বৰপেটালৈকে। পোৰাভিঠা সত্রে ভক্ত আছে যতমান।
এই নিষেধ তাৰাসকলত এহি কথা দিলা জ্ঞান॥ ১৬৭
জ্ঞাপন শুনি সৰ্ব্বজনে অসন্তোষ বৰ ভৈল।
সেহি সময়ত ধাইৰ দূত চলি গৈল॥
বৰপেটাতো হৰি-ভক্তসৱ হৰি-কথায়ে আছিল।
আইধাইৰ সেহি বেলা আসি ধাইৰ দূত প্ৰবেশিল॥ ১৬৮
দ্ৰব্য অস্বীকাৰ পৰম আনন্দে সাজ যোগাইলন্ত আগে।
বোলে ভক্তসৱে আৰু আমাক নলাগে॥ ×× ১৬৯
সেহি বিত্তখানি পৰিবৰ্ত্তি লৈয়া গৈল।
ধায়ো দেখি বৰ অসন্তোষ হুয়া ভৈল॥

*বৰপেটা আৰু বেহাৰৰ ভক্তই ঠাকুৰকো দায় ধৰিলে*

পোৰাভিঠা বেহাৰৰো ভক্ত আছে যত।
পুৰুষোত্তমক দয় ধৰিল মনত ॥ ১৭০
আনো বেলা ঠাকুৰৰ সঙ্গে ভক্তচয়।
আঠ দশ দিনমানে আসিয়া থাকয় ॥
দেখন্ত পুৰুষোত্তমে নাসা ভক্তগণ।
পৰম বিস্ময় ভৈল সমস্তৰ মন ॥ ১৭১
বিষাদে পুৰুষোত্তমে আছন্ত বিমনে।
কিঁহেতু ভকতসৱে নাসা মোৰ থানে ॥
হেন মনে গুণি পুৰুষোত্তমে বোলে বাক।
ওৰা জগন্নাথ তুমি যায়োক তথাক ॥ ১৭২

*ঠাকুৰৰ বৰপেটা-যাত্ৰা*

পৰশুই দিনা মই যাবোঁ সেহি থান।
তুমি গৈয়া তাৰাসকলত দিয়া জান ॥
হেন বাক্য শুনি দূতে নথাকিল ৰই।
তেতিক্ষণে তাসম্বাত জনাইলেক গই ॥ ১৭৩

× × ×

ভক্তসকলৰ মনে সংশয় লাগিল ॥
বোলে ভক্তসবে এবে কোন বুদ্ধি কৰোঁ।
ঠাকুৰক অনাদৰ কৰিতে নপাৰোঁ ॥ ১৭৫

*ভক্তসকলৰ সমস্যা।*

আদৰ কৰিলে মাধৱৰ আজ্ঞা বাক।
কিছুমাত্র কৰি জানা ৰক্ষা থুহি তাক ॥ ×× ১৭৬
সৱে হস্তে বোলে অন্তৰিয়া থাকোঁ যাই।
আতপৰে আন একো নেদেখোঁ উপায় ॥

*ভক্তসকলৰ পলায়ন*

এহি বুলি সৱে দুৱাৰত দিয়া বাৰি।
নিৰন্তৰে তেখনে পলাইলা বাসা ছাৰি ॥ ১৭৭
আসিলা পুৰুষোত্তম সেহি সময়ত।
দেখন্ত ভকতসৱ নাহিকে গৃহত ॥

এজন লোকক পাঞ্চিসন্ত তেতিক্ষণ।
বোলে ভকুসব নাহিবন্ত কি কাৰণ॥ ১৭৮
জিজ্ঞাসিয়া চাহি আসিয়োক নিৰন্তৰ।
জনেকক মাতি তুমি আনিয়ো সত্বৰ॥
ঠাকুৰৰ বচনক মনে অনুসৰি।
চাহিলা সমস্তে সিটো থান ফুৰি ফুৰি॥ ১৭৯
জনককো বিচাৰিয়া লাগ নপাইলেক।
এগুটি বুঢ়ীক পাই মাতি আনিলেক॥

*  *  *

বুঢ়ী নিগদতি শুনা ঠাকুৰ গোসাঁই।
তুমি আসিবাৰ দেখি গৈলেক পলাই॥ ১৮১
মাধৱৰ নিষেধ আচৰে যিটো জন।
সিজনৰ বস্তু-জাত কৰিলা ভোজন॥
এতেকে সে আপোনাত লাগিলা দূষণ
অসন্তোষেৰে ঠাকুৰৰ প্ৰত্যাগমন তাতে সে সবাবো ভৈস অসন্তোষ-মন॥ ১৮২
এহি বুলি বুঢ়া এক ভিতি হুয়া ৰৈল।
অসন্তোষে পুনু তাৰা উলটিয়া গৈল॥
বহুদূৰ খেদ কৰি গৃহত আছন্ত।
বিমৰিষ কৰি পাছে বাক্য বুলিলন্ত॥ ১৮৩

*  *  *

গোপালৰ ওচৰত ঠাকুৰৰ উপায় জিজ্ঞাসা বোলন্ত পুৰুষোত্তমে মাতি এজনক।
শীঘ্ৰ কৰি যায়ো তুমি ভৱানীপুৰক॥
গোপালৰ আগে তুমি কহিয়োক যাই।
তাৰা সে দিবাক পাৰে ইহাৰ উপায়॥ ১৮৫
আমাত অপ্ৰীতি বৰ মিলিল সবাবে।
তাৰা সে সবাবো প্ৰীতি কৰাইবাক পাৰে॥

যি বাক্য বুলিয়া তাৰা পঠাৱে আমাক।
অৱশ্যে কৰিবে লাগে নৰাখিবোঁ তাক ॥ ১৮৬
হেন শুনি দূত চলি গৈল তেতিক্ষণে।
ভৱানীপুৰত প্ৰবেশিলা ৰঙ্গমনে ॥ * * ১৮৭
গোপালৰ আগে দূত কহিলা সমস্ত।
ঠাকুৰে বুলিয়া পঠাইলন্ত যত যত ॥ * * ১৮৮

* * *

গোপালৰ সন্নিধান

গোপালে বোলন্ত যিবা বস্ত্ৰ দিল ধাই।
সেহি বিস্তখানি ঠাকুৰৰ আছে নাই ॥
বোলৈ এক ভাগ ভক্তসৱে বাণ্টি লৈল।
আদখানি সাজ মাত্ৰ ঠাকুৰত ৰৈল ॥ ১৯১
বোলন্ত গোপালে যিবা ভাগিল নিশ্চয়।
উলটাই দিবে লাগে যিখানি আছয় ॥
হেন শুনি পুনু দূতে কৈলা ঠাকুৰত।
গোপালে বুলিয়া পঠাইলন্ত যত যত ॥ ১৯২

ধাইৰ প্ৰতি গোপালৰ পৰামৰ্শ

ধাইক লাগি গোপালে বুলিয়া পঠাইলন্ত।
যিবা দিলে ঠাকুৰক উলটাই দিবন্ত ॥
সেহি বস্ত্ৰখানি পুনু ঠাকুৰৰ ঠাই।
কিছুমাত্ৰ নৰাখিয়া দিব ওলোটাই ॥ ১৯৩
আনো থানে যিবা দিছে তাকো নৰাখোক।
থানে থানে গিয়ো সাজ উলটাই দিয়োক ॥
যিজনক ভক্তসৱে দায় ধৰিছয়।
যিজনক ঠাই দিবে ধায়ে নলাগয় ॥ ১৯৪
এক গুটি হয় * ৰূপ এক সেৰ মান। [ * ঘোঁৰা ]
এহি মানে দেওক তাৰা যাওক আন থান ॥
তেৱে সিজনৰ জানা জীৱিকা মিলিব।
এহিমানে বাক্য মোৰ ধায়ো নৰাখিব ॥ ১৯৫

এতেকে সে তামস্থাৰ দূষণ গুচিব।
কৃপালু ভকতসৱ অৱশ্যে ক্ষেমিব॥
গোপালে যিসৱ বাক্য বুলিয়া পঠাইল।
সিসৱ সমস্তে বাক্য ধায়ো আচৰিল॥ ১৯৬

*      *      *

## ছুলৰি

আত অনন্তৰে শুনিয়োক সৱে
যেন কথা ভৈল পাছে
গোপালৰ বাক্য আচৰিয়া ধাই
কৃতকৃত্য হুয়া আছে॥
পোৰাভিঠা থানে ভক্তসৱ মাজে
হেনয় বিচাৰ ভৈল।
বৰপেটাত কথাৰ বিচাৰ
শঙ্কৰদেৱক অংশ বোলে কেহো
কেহো পূৰ্ণ বুলি কৈল॥ ১৯৮
বৈকুণ্ঠবাসীয়ে গুণনাম চয়
গাৱয় কাৰ সৰ্ব্বথা।
হেনয় বিচাৰ ভৈল অন্যোঅন্যে
সিদ্ধান্ত নপৰে তথা॥
বোলে সৰ্ব্বজনে ইহাৰ নিৰ্ণয়
সিদ্ধান্ত দিয়ন্তা নাই।
যেতিক্ষা গোপাল আসা এহি থানে
তেৱে সে সিদ্ধান্ত পায়॥ ১৯৯
গোপালৰো ভৈত স্বকীয় আসন
থৰে মহা যত্ন কৰি।
যেতিক্ষা গোপাল আসন্ত তথাক
দিৱন্ত সৱে সাদৰি॥

তাহাতে বসিয়া গোপাল দেৱতা
হৰি-কথা বখানন্ত।
ঠাকুৰৰ বাক্য মনত কৰিয়া
গোপাল যেৱে আইলন্ত ॥ ২০০
দেখন্ত গোপাল আসিল তথাক
হৰিষ সমস্তে জন।

গোপালৰ দ্বাৰা সন্তোষ-জনক সিদ্ধান্ত

* * *

ভকত সহিতে গোপালে তহিতে
বসিলা সমাজ পাতি।
দুইগোটা প্ৰশ্ন কৰিলন্ত সৱে
গোপালৰ আগে আতি ॥
কিবা অংশ পূৰ্ণ হোৱন্ত শঙ্কৰ
নজানোঁ আমি নিশ্চয়।
বৈকুণ্ঠবাসীয়ে কাৰ নাম লৱে
কহিয়ো তাৰ নিৰ্ণয় ॥ ২০২

* * *

বোলন্ত গোপালে আছে পটন্তৰ
কহোঁ শুনা কৰ্ণ পাতি ॥ ২০৩

* * *

অপাৰ সাগৰৰ পাৰ হ'বলৈ

ৰাজা বোলে যাক তেন্তে পৰমব্ৰহ্ম
সুদৃঢ় নৌকা শঙ্কৰ।

* * *

সুদৃঢ় নৌকা শঙ্কৰদেৱ

সুদৃঢ় শঙ্কৰ নৌকাত আশ্ৰয়ে
সমস্তে দুঃখ নিস্তৰে ॥ ২১১

* * *

সগুণ বিভাগি 'নিৰ্গুণত থিত
হুয়া পাৰ পাই বৈল।
এতেকে অপাৰ সংসাৰৰ পাৰ
তাৰাসবে মাত্ৰ ভৈল ॥ ** ২১৩

* * *

এক শৰণ হৰি-নাম-ধৰ্ম্ম মাত্ৰ শঙ্কৰ-দেৱে হে কয়

একান্ত শৰণ হৰি-নাম-ধৰ্ম্ম
শঙ্কৰে মাত্ৰ কহয়। ** ২১৪
পুৰুষোত্তমৰ প্ৰেম-ভকতিক
শৰণ-কালতে হয়।
বিধিৰ কিঙ্কৰ যতেক সাধন
তাৰাসবে কিঙ্কৰয়॥ ** ২১৫

* * *

বৈকুণ্ঠবাসীৰ কথা

গোপালে বোলন্ত শুনিয়োক এবে
বৈকুণ্ঠবাসীৰ কথা।
শুদ্ধ সত্ত্বগুণ বাসুদেৱ মূৰ্ত্তি
ধৰিছা হৰি সৰ্ব্বথা॥
মহাজ্ঞানীসৱো সেৱন্ত সদায়
তাহান পদকমল।
তাহাঙ্কে সদায়ে উপাসি থাকয়
গাৱন্ত গুণসকল॥ ২১৬
পঞ্চবিধ মুক্তি উপাসে পণ্ডিত
তাসম্বাৰ নেৰে লাগ।
কিঞ্চিতেকো মানে ইচ্ছা নকৰন্ত
নাহি তাত অনুৰাগ॥
বিদ্যা অবিদ্যাৰ সুখে বিৰকত
তেজে বিধি যত শ্ৰম।
বাসুদেৱ ময় দেখন্ত সমস্তে
সেহি সে জ্ঞানী উত্তম॥ ২১৭

* * *

যিসৱ কথাক পুছিলা আমাত
কৈলোঁ তোমাসাৰ আগে।

গোপালদেৱৰ প্ৰশ্ন

একগুটি কথা তোমৰাসৱত
আমাৰ সুধিবে লাগে ॥ ২১৮
গিৰিহঁতসবে দাসী-দাসচয়
ক্রয়ণ কৰি আনয়।
কলে সমে পাছে আয়ু নাশ হয়
সৱে পৰলোক হয় ॥
সিসৱৰ জানা পুত্ৰ নাতি মাত্র
পৃথিবীত ৰৈযাছয়।
গৃহস্থৰ নাতি- পুত্ৰে তাসম্বাৰ
অধিকাৰী হয় নয় ॥ ২১৯

* * *

ভক্তসকলৰ উত্তৰ

বোলে ভক্তসৱে সিজনক যাক্তো
কিনিযা আছে পূৰ্ব্বত।
এতেকে এৰাইবে নপাৰি অদ্যাপি
তাৰ বংশ আছে যত ॥

গুৰু নাতিৰ প্ৰতি

গোপালে বোলন্ত যেৱে এহি হয়
ইহাক কিয় নাচৰা।

গোপালদেৱ

শঙ্কৰদেৱৰ নাতি ঠাকুৰক
কিসক নিয়ম কৰা ॥ ২২১
অনৰ্থ বস্তুক অৰ্থ বুদ্ধি কৰি
দেহমাত্র কিনিছয়।
তাহাৰ সন্ততি বাঢ়ে যত তভো
এৰাইবাক নপাৰয় ॥
নাম-ধন দিয়া কিনিলা শঙ্কৰে
মাধৱ অধীন যাৰ।
তাসম্বাৰ শিষ্য- সন্ততি আমিও
জানিবাহা সাৰেসাৰ ॥ ২২২

* * *

হেন শুনি অনো- অন্যক বোলয়
আমিও তথাকে যাওঁ।
আগবাঢ়ি প্ৰীতি ঠাকুৰত কৰোঁ
দোষ তেৱে এৰাওঁ।
ভক্তসকলৰ প্ৰতি পৰামৰ্শ — গোপালে বোলন্ত দিনা চাৰিমানে
থাকিয়ো সবে এথাত।
আমি সমে পাছে যাইবোঁ সেহি ঠাই
ঠাকুৰ আছে যথাত ॥ ২২৪
ভাল বুলি সবে ৰহিলা তথাত
পৰম আনন্দ হুই।

* * *

শুনা সৰ্ব্বজন দেখিয়োক কেন
গোপালৰ কথা যত।
ভকতে সহিতে অপ্ৰীতিক তাৰা
কিঞ্চিতেকো নসহন্ত ॥ ২২৫
শঙ্কৰ মাধৱ গোপালে প্ৰীতিক
অমৃত বুলিয়া কয়।
ভকতে সহিতে প্ৰীতি নাহি যাৰ
তাৰে সে বিষ নিশ্চয় ॥

* * *

## ঝুমুৰি

পুৰুষোত্তম — আতপৰে শুনা কথা। ভৱানীপুৰত তথ ॥
ঠাকুৰেৰে — গৈগন্ত গোপাল পাছে। যথাত ঠাকুৰ আছে ॥ ২২৮

পুনৰ মিলন

গোপালে পঠালে কৈই। দূত নথাকিল ৰৈই॥
ঠাকুৰত কহিলন্ত। ভক্তসৱ আসিৱন্ত॥ ২২৯
পৰশুই দিনা এথা। কহিল সমস্তে কথা॥
পুৰুষউত্তমে শুনি। কতো বেলি মনে গুণি॥ ২৩০
ভৈলা মহা হৰিষিত। আনন্দে নধৰে চিত্ত॥
পাছে হৰি-ভক্তগণে। আইল সৱে ৰঙ্গমনে॥ ২৩১
শুনিয়া পুৰুষোত্তমে। বজাইলন্ত ভক্তসমে॥
আগবাঢ়ি চলি গৈলা। আনন্দে আকুল ভৈলা। ২৩২
বোলে সৱে প্রীতি-ভাৱ। সৰ্ব্বাঙ্গে পুলক গাৱ॥
গোপালে পাইলন্ত গৈয়া। আনন্দে নধৰে হিয়া॥ ২৩৩
আসন দিয়াইলা পাৰি। বসিলন্ত হুয়া শাৰী॥
নমি পাছে জানু শিৰে। পুৰুষোত্তমক ধীৰে॥ ২৩৪
বুলিলন্ত মৃদুতৰ। আইলা সৱে মোৰ ঘৰ॥
আমাসাৰ বৰ ভাগ। পাইলোঁ তোমাসাক লাগ॥ ২৩
শঙ্কৰৰ নাতি বুলি। গৰ্ব্বে ফুৰোঁ বাহু তুলি॥
শঙ্কৰ-মাধৱ দুই। জানা এক বস্তু হুই॥ ২৩৬
তাহানে আদেশ বাধি। ভৈলোঁ মই অপৰাধী॥
ইটো অপৰাধচয়। ক্ষমিয়োক সমস্তয়॥ ২৩৭
বোলে ভক্তসৱে বাপ। আমাত সিজিল পাপ॥
শঙ্কৰৰ নাতি তুমি। তোমাৰ অধীন আমি। ২৩৮
তোমাক নিয়ম কৰোঁ। ইহাতে সে সৱে মৰোঁ॥
আমাৰ মৰষি দোষ। এৰিয়োক অসন্তোষ। ২৩৯
উঠি আগবাঢ়ি গৈলা। কৃতাঞ্জলি হুয়া ৰৈলা॥
ঠাকুৰৰ আখি দুই। প্রেমে সলোতক হুই। ২৪০
আসনৰ তাৰক্ষণে। মহা ৰঙ্গমনে॥

গোপালক আলিঙ্গিয়া । ধৰিলন্ত আশ্বাসিয়া ॥ ২৪১
পুৰুষ-উত্তমে তথা । বুলিলন্ত হেন কথা ॥
গোপালক প্ৰশংসিলা । কি মোক আনন্দ দিলা ॥ ২৪২
ইটো উপকাৰচয় । শুজিবে নপাৰোঁ মই ।
* * *
ভকতসব হুয়া তুষ্টি । গোপাল সহিতে উঠি ॥
পৰম হৰিষমনে । চলি গৈলা নিজ স্থানে ॥ ২৪৫
* * *

পদ

পুৰুষোত্তম ঠাকুৰৰ সত্ৰত গুৰু-বিচাৰ

আত অনন্তৰে শুনা যেন কথা ভৈলা ॥
অসম দেশৰ আইল লোক তিনিজন ।
পুৰুষোত্তম ঠাকুৰৰ থানে উপসন্ন ॥ ২৭০
হৰি-নাম গাই হৰি-ভক্ত সমন্বিতে ।
কতো দিন মানে তিনি আছন্ত তহিতে ॥
বৃদ্ধ বলোৰাম নামে আছে একজন
তাৰাসকলত হেন কৰিলাহা প্ৰশ্ন ॥ ২৭১
তোমৰাসকলে কাক গুৰু মানিছাহা ॥
পুছোঁ তোমাসাত আমি তিনিও কৰাগা ।
হেন শুনি একজনে মাতিলন্ত পাছে ॥
সি ৰাজ্যত আমাৰ পঢ়োৱা ওজা আছে ॥ ২৭২
সিজনক আমি গুৰু মানি আছো মনে ।
আউৰজনে বোলে কহোঁ শুনিয়ো এখনে ॥
আমাৰ বংশৰ এক আছে যজমান ।
মহা বিচক্ষণ বেদ-শাস্ত্ৰত প্ৰধান ॥ ২৭৩
তাঙ্ক গুৰু মানি৹ মনে আছোহো পূৰ্ব্বত ।
বোলে আউৰজনে শুনা মোহোৰ সম্মত ॥

আছিলন্ত পিতৃ মোৰ পৰলোকে গৈল।
মাতৃসমে দুয়ো আমি অনাথিত ভৈল।২৭৪
বাপৰ অনুজ এক খোৰন্ত আছিল।
পিতৃত অধিক কৰি তেহেঁসে পালিল॥
তাঙ্ক গুৰু মানি আমি আছোঁহো মনত।
কহিলোঁ সমস্ত কথা তোমাৰ আগত॥ ২৭৫
সেহি বেলা পুৰুষ-উত্তমো আসিলন্ত।
এক পাশে আপুন আসনে বসিলন্ত॥
পাছে পুৰুষোত্তমক চায়া বলোৰাম।
বোলন্ত ঠাকুৰ তোমাৰে সে হেন কাম। ২৭৬
ভাল মন্দ বিচাৰ একোকো নচাৱাহা।
ভকতসবৰ সঙ্গ সবাকো দিয়াহা॥
এহি তিনি গোটা আত কিসব সম্প্ৰাত।
তিনবো তিনিটা গুৰু কহিছা আমাত॥ ২৭৭
শঙ্কৰক যাৰাসৱে গুৰু নোবোলয়।
তাসম্বাৰ সঙ্গ কিয় কৰিবে লাগয়॥
পুছি চাৱা তুমি হেৰে নোহে এতিক্ষণ।
বোলন্ত ঠাকুৰে তিনি কহিয়ো কাৰণ॥ ২৭৮
বোলে তিনি বলোৰামে যিবা কহিছয়।
নোবোলোঁহো মিছা সত্য স্বৰূপ হোৱয়॥
শুনিয়া পুৰুষোত্তমে ক্ৰোধ কৰি মন।
তাসম্বাক বোলে ঐৰ গুচ এতিক্ষণ॥ ২৭৯
তেৰপৰা তিনি পাছে গুচিয়া আসিল।
কতো দিনে পোৰাভিঠা থানতে বঞ্চিল।
পাছে পুৰুষোত্তমৰ লাগিল সংশয়।
বোলে পুছি চাওঁ কোনজনে কিবা কয়॥ ২৮০

নগৰ লোকক সৱে মাতি আনিলেক।
'তোমৰাসকলে গুৰু মানি আছা কাক ॥
ঠাকুৰৰ বুজি সৱে মনৰ আশয়।
শঙ্কৰক গুৰু বুলি সমস্তে কহয় ॥ ২৮১
কোনোজনে কাকো যদি গুৰু বুলিছয়।
সিবেলা শঙ্কৰ বিনে আন নকহয় ॥
শুনিয়া ঠাকুৰ ভৈল হৰিষ মনত।
সমস্ত লোকৰ যেৱে ভৈল একমত ॥ ২৮২
পুনৰপি ঠাকুৰৰ লাগিল সংশয়।
পোৰাভিঠীয়াত পুছি চাওঁ কিবা কয় ॥
আছন্ত পুৰুষোত্তম বসি সমাজত।
আসিয়া পৰমানন্দ ভৈল উপগত ॥ ২৮৩
দেখিয়া পুৰুষোত্তমে মাতি তাসত্বাক।
পৰমানন্দক ৰৰপেটাৰ গুৰু-জিজ্ঞাসাৰ অৰ্থে প্ৰেৰণ
বোলন্ত পৰমানন্দ শুনা মোৰ বাক ॥
পোৰাভিঠা থানক সত্বৰ কৰি যাহা।
ভকতসৱক হেন কথা পুছি চাহা ॥ ২৮৪
তাৰাসৱে যদি গুৰু শঙ্কৰক কয়।
আমি সমে তেৱে প্ৰীতি কৰিতে লাগয় ॥
যদিবা জেঠাক * গুৰু তেসম্বে কহয়।
তাৰাসৱ সমে প্ৰীতি আমাৰ নোহয় ॥ ২৮৫
জেঠাৰ যতেক কৃত গাউক সৰ্ব্বক্ষণ।
শঙ্কৰৰ কৃতত কমন প্ৰয়োজন ॥
এহি বুলি ঠাকুৰ নমাতি ৰহিলন্ত।
শুনিয়া পৰমানন্দ তেখনে আইলন্ত ॥ ২৮৬

---

* পুৰুষোত্তমঠাকুৰে মাধৱদেৱক জেঠা বুলিছিল। —সম্পাদক।

পোৰাভিঠা পাই হৰি-মন্দিৰে বসিলা।
আসনক লভি হেন বচন বুলিলা॥
ঠাকুৰে হেনয় কামে পঠাইলেক এথা।
তোমৰাসৱত পুছিলন্ত ইটো কথা॥ ২৮৭
শঙ্কৰক গুৰু যেৱে কেহো নোবোলয়।
আমি সমে প্ৰীতি কৰিবাক নলাগয়॥
যদি বা জেঠাক গুৰু বোলে সৰ্ব্বলোক।
শৰ্ক্কৰদেৱৰ কৃতসৱ নপঢ়োক॥ ২৮৮
তাবাসৱে যাক গুৰু মানি আছে মনে।

ঠাকুৰৰ প্ৰশ্ন শুনি সকলোৰে বিষাদ

সিজনৰ কৃতক পঢ়োক সৰ্ব্বক্ষণে॥
হেনয় সঙ্কট-কথা শুনি সৰ্ব্বজন।
পৰম বিষাদ ভৈল সমস্তৰ মন॥ ২৮৯
অন্যোঅন্যে বোলে আমি কোন কাম কৰোঁ।
মাধৱদেৱৰ গুণ শুজিবে নপাৰোঁ॥
উপদেশ আমি লভি আছোঁ মাধৱৰ।
মাধৱ আমাৰ গুৰু সমস্ত জনৰ॥ ২৯০
কেহোজনে বোলে শঙ্কৰে সে গুৰু হয়।
শঙ্কৰক গুৰু বুলি আতা কহিছয়॥
হেঠমাথে আছে সৱে সিদ্ধান্ত নপাই।
বোলন্ত ৰাখিয়ো আৱে ইবাৰ গোসাঁই॥ ২৯১

গোপাল-দেৱৰ বৰপেটালৈ আগমন

নিশ্চয় কৰিয়া কেহো সিদ্ধান্ত নেদিল।
ভৱানীপুৰৰ পৰা গোপাল আসিল॥
নামৰ মন্দিৰে যেৱে পাসিবাক চান্ত।
হৰিভক্তসৱে গোপালক দেখিলন্ত॥ ২৯২
এক পাৱ দ্বাৰডলি ভিতৰে দিছন্ত।
আউৰ পাৱ গোপালৰ বাহিৰে আছন্ত॥

সিবেলা পৰমানন্দে দেখি গোপালক।
সঙ্কুচিত হুয়া মাথা কৰিলা তলক॥ ২৯৩
*　　*　　*
আসিলা গোপাল দেখিলেক সৰ্ব্বজন।
মহা হৰিষিত ভৈল সমস্তৰ মন॥ * * ২৯৫
*　　*　　*
দেখন্ত ভকতসৱ নিশবদ আতি।
পুছিলা গোপালে কথা তাসম্বাক মাতি॥ ২৯৬
বোলন্ত ভকতসৱ কিসৰ বিষাদ।
পাইলে তোমাসাক আসি কোন বা প্ৰমাদ॥
সমস্তৰে দেখোঁ কেনে বিবৰ্ণ বদন।
নিশবদে আছা কেনে নুবুলি বচন॥ ২৯৭
বিষাদক তেজিয়া হৰিষ কৰি মন।
গোপালক চাই হেন বুলিলা বচন।
আসিছে পৰমানন্দ হুয়ো পৰিচয়।
আপুনি পুছিয়া চায়ো কিবা কহিছয়॥ ২৯৮
বোলন্ত গোপালে আমি পুছোঁহো তোমাত।
কিবা কাৰ্য্যে আইলা এথা কহিয়ো আমাত॥
গোপালৰ আগে কথা কহিলা সমস্ত।
পুৰুষোত্তমে বুলি পঠাইলেক যত॥ ২৯৯
গোপালৰ পৰিপ্ৰশ্ন　শুনিয়া গোপালে অসন্তোষ বৰ ভৈলা।
ঠাকুৰেও হেন কথা বুলিয়া পঠাইলা॥
শঙ্কৰ হোৱন্ত গুৰু মাধৱ নোহন্ত।
কিসক ইসব কথা পুছি পঠাইলন্ত॥ ৩০০
*　　*　　*
তুমি কাক গুৰু মানি আছাহা মনত।
কহিয়োক শুনোঁ আৱে সবাবো আগত॥ ৩০২

ঠাকুৰে কাহাক মান আছয় সৰ্ব্বথা।
দমস্তুৰে আগে কহিয়োক শুনোঁ কথা॥
যেতিয়া শঙ্কৰদেৱ আছন্ত সাক্ষাত।
আছ্যি পাবি ঠাকুৰেও বসন্ত কোলাত॥ ৩০৩
তাসম্বাৰ গুৰু কেনে ভৈলন্ত শঙ্কৰ।
ইমত সংশয়চয় গুচায়ো মনৰ॥

পৰমানন্দৰ উত্তৰ

শুনিয়া পৰমানন্দে হেনয় বুলিলা।
[যি কালত মোৰ বাপ ৰাজা ধৰি নিলা॥ ৩০৪
অনেক নিকাৰ পিতৃ-মাতৃক দিলেক।
তাসম্বাক ভোটত ক্রয়ণ কৰিলেক॥
আগক নবাঢ়ে ভৰি আন্ধাৰ দেখয়।
পাছক চাহন্তে দেখে নাহি তমোময়॥ ৩০৫
নিৰে নপাৰিয়া পাছে উলটাই দিল।
ধন দিয়া ভক্তসবে মেলাই আনিল॥
মাতৃৰ গৰ্ভত যত নিকাৰ লভিলোঁ।
সেহি সময়ত পাছে আমি উপজিলোঁ॥ ৩০৬
আপুন থানত আছা শঙ্কৰ গোসাঁই।
কোলে কৰি মাতৃ মোক নিলা সেহি ঠাই॥
মাতৃৰ কোলাৰ পৰা পিতৃ পাছে লৈলা।
শঙ্কৰৰ পাৱে মোৰ মাথা দিয়া থৈলা॥ ৩০৭
বোলন্ত শঙ্কৰ শুনিয়োক নাৰায়ণ।
ভৈল মূল শুনি তযু দুখৰ মোচন॥
পৰম আনন্দ আমি সমস্তৰ ভৈল।
সিবেলা পৰমানন্দ নাম মোৰ থৈল॥ ৩০৮
থৈলা নাম চৰণে কৰিলোঁ নমস্কাৰ।
শঙ্কৰে পৰম গুৰু জানিবা আমাৰ॥

গোপালৰ সিদ্ধান্ত

শুনিয়া গোপালে বুলিলন্ত হেন বাক।
কোনো বেলা কোনো জনে নোলগয় কাক॥ ৩০৯
এতেকতে তাৰা গুৰু ভৈল সেহি জনে।
পিতৃ মাতৃ নাম কাকো দিয়ন্ত যতনে॥
তেৱে সিসৱক গুৰু বুলিবে লাগয়।
তযু গুৰু শঙ্কৰ যি জানিবোঁ নিশ্চয়॥ ৩১০
শুনিয়া পৰমানন্দ ভৈল অধোমুখ।
লজ্জা হুয়া আছন্ত মনত কৰি দুখ॥
পুনৰপি গোপালে বুলিলা তাসম্বাক।
শুনিয়ো পৰমানন্দ আমাসাৰ বাক॥ ৩১১
দিবে নপাৰিয়া একো সিদ্ধান্ত ইহাৰ।
উলটায়া পুনু গুৰু বিচাৰে আমাৰ॥
কহোঁ যেন যুগুতি শুনিয়ো সাৰেসাৰ।
উৰ্দ্ধবাহু হুয়া আমি কৰোঁ অঙ্গীকাৰ॥ ৩১২
যৱ হোই বাংশ গোট যাঠি হাত মান।
উপৰে পতাকা আঁখিবন্ত থানে থাম॥
তাত বহু চিত্ৰ কাম কৰিব যতনে।
নিবন্ধিবে ঠাই ঠাই মাণিক ৰতনে॥ ৩১৩
বহুতৰ সেনাসব কাছি ৰঙ্গমনে।
সুমণ্ডিত হুয়া নানা বসনে ভূষণে॥
যত বাদ্যচয় বাইব কৰিয়া উৎসৱ।
চাৰি পাশে নৃত্যগীত কৰি হৰিৰব॥ ৩১৪
হেন যেবে সময়ত কহিবে যুৱায়।
"আমাৰ ইষ্ট-গুৰু মাধৱ, গুৰুযো"
আমাসাৰ ইষ্টগুৰু মাধৱ গোসাঁই॥
বুলিবাহা গুৰু তেৱে শঙ্কৰ মোহয়।
মাধৱক আবাসয়ে গুৰু বুলি কয়॥ ৩১৫

পৰমগুৰু শ্ৰীমন্ত শঙ্কৰ

শঙ্কৰ-মাধৱ দুই এক কলেৱৰ।
গুৰুৰো পৰম গুৰু শ্ৰীমন্ত শঙ্কৰ॥
শঙ্কৰে সে গুৰু যেৱে দুহি আমাসাৰ।
কিমতে মাধৱ গুৰু ভৈলন্ত আমাৰ॥ ৩১৬
সমাজত ইটো কথা কৈবা ঠাকুৰত।
বুলিবা গোপাল সমে সবাৰো সম্মত॥
শুনিয়া পৰমানন্দ * * ৩১৭
* * গৈয়া পাটবাউসীত।
পাছে পুৰুষোত্তমৰ পাইলা সন্নিহিত॥ ৩১৮

* * *

উত্তৰ শুনি ঠাকুৰৰ বিষাদ

যেন যেন বচন গোপালে বুলিলেক।
সেহি সেহিৰূপে ঠাকুৰত কহিলেক॥ ৩২১
শুনি ঠাকুৰৰ মনে বিষাদ মিলিল।
টেং কৰি চাই বলোৰামক বুলিল॥
তোমাৰে সে বোলে ইটো কথাক পুছিলোঁ।
ইকথাক পুছি বৰ লঘুমাত্ৰ ভৈলোঁ॥ ৩২২

* * *

## ছুলৰি

পুৰুষউত্তম ঠাকুৰে মনত
বিষাদ লভিলা পাছে।

গোপালৰ সিদ্ধান্ত শুনি

ঐত যেন ভৈল পোৰাভিঠা সত্রে
তাক কহোঁ শুনা পাছে॥

ৰবপেটাত সকলোৰে

গোপালদেৱৰ শুনিয়া সিদ্ধান্ত
হৰিষ সমস্তজন।

সন্তোষ আনন্দ-উৎসৱ ভৈল তাসম্বাৰ
উল্লাস কৰয় মন ॥ ৩২৮
আগবাঢ়ি সৱে হাতযোৰ কৰি
বুলিলা হেন বচন।
অপাৰ সাগৰে পৰি তল যাওঁ
উদ্ধাৰিলা এতিক্ষণ।
আজি যেবে আমি তোমাক নপাওঁ
নশিলোঁহন্তে সমুলি।
কোন বা দূষণ সিদ্ধান্তক আমি
পঠাইলোঁ হোহন্তে বুলি ॥ ৩২৯
এতেকে সবাকো ৰাখিলা আপুনি
আসিয়া বাপ ইবাৰ।
এহি বুলি সৱে প্ৰশংসিবে লৈলা
গোপালক বাৰেবাৰ ॥
বোলন্ত গোপালে দেখা দেখা সৱে
কিনো নিদাৰুণ কাম।
এহি তিনিজন কিহেতু খেদাই
পঠালেক বলোৰাম ॥ ৩৩০
ইসৱে যদ্যপি শঙ্কৰে সে গুৰু
পুৰ্ব্বত মানি আছয়।
যেবে সদসঙ্গ ভৈল আসম্বাৰ
কিসক এত আসয় ॥

ভক্ত-সঙ্গৰ মহিমা ব্যাখ্যা
ভকতসৱৰ সঙ্গত শুনন্তে
হৈব পাছে শুদ্ধ-ভাব।
অৱশ্যে শঙ্কৰ ঈশ্বৰ বুলিয়া
ভজিবে তাহান পাৱ ॥ ৩৩১

গোপালৰ সিদ্ধান্ত সম্পৰ্কে নাৰায়ণ ঠাকুৰৰ অভিমত জিজ্ঞাস

এতেকে অজ্ঞানী জনক ভকতে
কৰন্ত কৃপা অপাৰ।
দেৱৰ দুৰ্লভ সঙ্গ ভকতৰ
লভিয়া হোৱে উদ্ধাৰ॥
আমাৰ সিদ্ধান্ত শুনি তোৰাসৱে
ভৈলাহা মহা সন্তুষ্ট।
যদি নাৰায়ণ ঠাকুৰে ইসৱ
সিদ্ধান্ত কৰয় পুষ্ট॥ ৩৩২
তেৱে সে সিদ্ধান্ত হোৱয় ইহাৰ
আমাৰ মনে লৱয়।
বুঢ়া ঠাকুৰত আসা পুছি চাওঁ
তাৰা কেনমতে কয়॥
হেন যেৱে বাণী শুনি সৰ্ব্বজনে
বুলিলন্ত এহি হোক।
গোপাল সহিতে যাইবাক লাগিয়া
সাজিলন্ত ভক্তলোক॥ ৩৩৩
যেৱে হৰিষতে গোপাল সহিতে
চলি যান্ত ভক্তগণ।
মথুৰাদাসক যাহান্তে সৱেও
বুলিলা হেন বচন॥
নাৰায়ণ ঠাকুৰ আগত তোমৰা
নুবুলিবা একো বাক।
যি বুলিবে লাগে কথাৰ-সাগৰ
বাপে বুলিবন্ত তাক॥ ৩৩৪
নিষেধ বচন শুনি সৰ্ব্বজন
পথত চলিয়া যান্ত।

কতোক্ষণে গৈই পাই সেহি ঠাই
নাৰায়ণে দেখিলন্ত ॥
জানিলা গোপাল আসিলা এথাক
হৰি-ভক্ত সম্বৰিতে।
আগবাঢ়ি গৈয়া হৰিষে সবাৰো
চাপিলা সৱে সান্ত ॥ ৩৩৫
পৰম সাদৰ কৰিয়া সবাকো
আসন বঢ়াই দিলা।
এক ভিতি হুয়া ভকতসকলে
তাহাত সৱে বসিলা ॥
গুৱাপাণ লৈয়া অৰ্চ্চিলা সবাকো
সাদৰ কৰিয়া তথা।
কিবা প্ৰয়োজনে আইলা তোৰাসৱে
কহিয়ো আমাত কথা ॥ ৩৩৬

* * *

বোলন্ত গোপালে শুনিয়ো ঠাকুৰ
আমাসাৰ প্ৰয়োজন ॥
পুৰুষ-উত্তম ঠাকুৰে পঠাই
দিলা তযু তনয়ক।
পোৰাভিঠীয়াত বোলে পুছি চাহা
গুৰু মানি আছে কাক ॥ ৩৪১
তাসম্বাৰ আগে কহিলোঁহো আমি
শঙ্কৰ মাধৱ দুই।
পৰম ঈশ্বৰ একে কলেৱৰ
গুৰু আমাসাৰ দুই ॥

ভেদ কৰি তাৰা পুছি পঠাইলন্ত
বুলিলোঁ আমি অভেদ।
যুঢ়া ঠাকুৰত আসা পুছি চাওঁ
কেনে দেন্ত পৰিচ্ছেদ ॥ ৩৪২

* * *

শুনি নাৰায়ণে হাসিয়া বোলন্ত
আমাৰো কহিবে লাগে।
যেনমতে আমি লভিলোঁ দুইহাক্কো
কহোঁ তোমাসাৰ আগে ॥
কৃষ্ণৰ লগত অৰ্জ্জুনৰ তিনি সম্বন্ধৰ দৰে মাধৱৰ লগতো ঠাকুৰৰ তিনি সম্বন্ধ
পূৰ্ব্বে অৰ্জ্জুনৰ সিমতে কৃষ্ণৰ
তিনিটা সম্বন্ধ কৈল।
স্বৰূপ কৰিয়া জানিবা আমাৰো
মাধৱত তেহু ভৈল ॥ ৩৪৪

* *

কৃষ্ণ অৰ্জ্জুনৰ একে কৃষ্ণ নাম
জানিবা আৰু নিশ্চয়।
এতেকে কৃষ্ণক সখি বুলি মাতে
কুন্তীসুত ধনঞ্জয় ॥ ৩৪৫
পেসীৰ তনয় হোন্ত ধনঞ্জয়
সম্বন্ধত তেন্তে ভাই।
সি কাৰণে ভ্ৰাতৃ বোলয় কৃষ্ণক
জানা এহি অভিপ্ৰায় ॥
উভয় সেনাৰ মাজে ৰথ থাপি
উপদেশ কহিলন্ত।
সেহি সে নিমিত্তে কৃষ্ণক অৰ্জ্জুনে
ইষ্ট গুৰু মানিছন্ত ॥ ৩৪৬

তাৰা দেখোঁ দোষ বুলি ইহাক জানিলা।
কি কাৰণে মহাদেৱে আক নমনিলা॥ ৪৮২
মহাজ্ঞানবৃদ্ধ তেন্তে সবাতো অধিক।
সাত্বিক দেৱক আগ কৰিলন্ত কিক॥
পৰম ধাৰ্ম্মিক পাপ-পুণ্যক জানয়।
কৈয়ো ভালমতে যেন গুচয় সংশয়॥ ৪৮৩
শুনি ভক্তসবে একো সিদ্ধান্ত নপাইল।
অন্যোঅন্যে সবাকো সবেও আছা চাই॥
তত্বাৰ্থী পুৰুষোত্তমৰ বৰপেটাৰ পৰা ভৱানী-পুৰলৈ যাত্ৰা
বাপ পুৰুষোত্তম সেই সমাজে আছয়।
বোলা মোৰ ঐত থাকিবাক নলাগয়॥ ৪৮৪
নগৰীয়া-আতাই দেখোঁ কৰিলাহা প্ৰশ্ন।
নকৰি সিদ্ধান্ত বসি আছে সৰ্ব্বজন॥
এতেকে জানিলোঁ এথা থাকিব নলাগে।
গৈলা আৰা ঐৰ হন্তে দিন দশ আগে॥ ৪৮৫
এতেকে ভৈলন্ত দেখোঁ কথাৰ চতুৰ।
যাওঁ তথাকে সে সুখ লভিবোঁ প্ৰচুৰ॥
এহি বুলি বাপ পুৰ্ষোত্তম তৈক গৈলা।
ভৱানীপুৰত দুয়ো একথান ভৈলা॥ ৪৮৬

* * *

হাসিয়া গোপালে হেন কথা পুছিলন্ত॥
চাৰিটা উন্মাদৰ বিষয়ে প্ৰশ্ন
শুনিয়োক আৰে তুমি আমাসাৰ বাক।
চাৰিগোটা উন্মাদ বুলিয় আৰে কাক॥ ৪৯২
বিভাগিয়া অৰ্থ তাৰ কহিয়োঁ আমাত।
শুনিয়া পুৰুষোত্তমে জুৰি যোৰহাত॥
তাৰা বোলে কি কহিবোঁ শুনিবাৰ নাই।
বোলন্ত গোপালে চাৰি উনমাদে পাই॥ ৪৯৩

লৈয়া ফুৰাৱয় পুৰুষক ঠাই ঠাই।
যিহেতু ইহাৰ তুমি অৰ্থ বুজা নাই॥
যিকালত উন্মাদে এৰয় পুৰুষক।
নিজ থানে পাৱে সিটো সকলো সুখক॥ ৪৯৪
এহি বুলি গোপাল দেৱতা মৌন ভৈলা।
পুৰুষ উত্তম সেহি থানতে বঞ্চিলা॥
গোপালদেৱৰ পাৱে শৰণ পশিয়া।
পৰম আনন্দভাৱে নধৰন্ত হিয়া॥ ৪৯৫

* * *

নগৰাৰাৰ সনাতন আৰু পুৰুষোত্তম
বাপ সনাতন বাপ পুৰুষ-উত্তম।
মহা ধৰ্ম্মশীল নাহি দুইহন্তক সম॥ ৪৯৭
দেৱ গোপালত দুইৰো ভৈলেক বিশ্বাস।
সৰ্ব্বদায়ে নেৰা দুয়ো গোপালৰ পাশ॥
এক দিনা দুয়োজনে কথা আলোচিলা।
গোপালৰ নিকটত দুই-হন্তো বসিলা॥ ৪৯৮
পুৰুষোত্তমে বোলে বাপ সংশয় আছয়।
বিদ্যমানে আমাসাৰ গুচায়ো সংশয়॥
দেৱৰো দেৱতা হৰি সবাতো অপৰ।
তাঙ্ক কেনে লুপ্ত কৰিলা মহেশ্বৰ॥ ৪৯৯

দুয়োৰে সংশয়-ছেদ
কেনে দেৱ আদ্য কৰি ঢাকিলা হৰিক।
গৰিহিত কৰ্ম্ম কেনে কৰিলন্ত কিক॥
কোন চাৰিগোটা বাপ উন্মাদ হোৱয়।
ছেদিয়ো মনৰ ইটো দুগোটা সংশয়॥ ৫০০
হেন শুনি গোপালৰ কৃপা উপজিল।
সদয়হৃদয়ে আতি দুইহাঙ্কো বুলিল॥

তিনিটা সঙ্কট
শুনা কহোঁ তিনিগোটা সঙ্কট আছয়।
ধৰ্ম্ম, ব্যৱহাৰ আৰো উভয় হোৱয়॥ ৫০১

ব্যৱহাৰ-সঙ্কট সুধন্বা কুমাৰৰ।
উভয়-সঙ্কট যেন ভৈল কাশ্যপৰ॥
ধৰ্ম্মৰ সঙ্কটে যেন পাইল শঙ্কৰক।
শিৱৰ প্ৰবন্ধে সে তিনিও এৰাইলা সঙ্কটক॥ ৫০২
ধৰ্ম্ম-সঙ্কট শুনা আৰে কহোঁ যেন সঙ্কট ধৰ্ম্মৰ।
আদি কৃত যুগে শুদ্ধ ধৰ্ম্ম-তত্ত্বপৰ॥
যত লোকমানে পূৰ্ব্বে সত্যত আছিল।
হৰি-ভক্তি-ব্যতিৰেকে আন নজানিল॥ ৫০৩
বৈকুণ্ঠত বাসামাত্ৰ সবাৰো মিলয়।
সমস্তে দেৱৰ পূজা গুচিল নিশ্চয়॥
বোলে দেৱে আমাৰ ভাগিল সৱে ভাস।
আমাসাক চৰাই বৈকুণ্ঠত লৱে বাস॥ ৫০৪
দেৱনাম ধৰিবাৰ আছোঁ ধিক ধিক।
মিছাতে সে দেৱনাম বোলাওঁ আমি কিক॥
এহি আলোচিয়া দেৱে কৰিলা কপট।
যেন দুষ্ট দানৱে দৌলৰ ভাঙে ঘট॥ ৫০৫
সি বেলা হৰৰ ধৰ্ম্ম-সঙ্কট মিলিল।
সকল দেৱৰ আগে বিষ্ণুক চিন্তিল॥
সবাৰ মধ্যত মহাদেৱ কৰা ধ্যান।
দেখিলন্ত সৱেও বিষ্ণুক বিদ্যমান॥ ৫০৬
পাছে হৰি হাসি বুলিলন্ত হেন বাণী॥
শুনিয়োক আমাৰ বচন শূলপাণি॥
বিষ্ণু-সহস্ৰ- কৰিয়ো আগম নামে শাস্ত্ৰক প্ৰচাৰ।
নামেৰে দেৱতাৰ পূজা যেন মিলয় অপাৰ॥ ৫০৭
আগম-শাস্ত্ৰ- হেন শুনি হৰে বিনাইলন্ত যোৰহাত।
বচনাৰ অমোচন পাপ বৰ সিজিব আমাত॥

দোষ-মুক্তি — মাধৱে বোলন্ত ভাল তৰিলা দূষণ।
সহস্ৰেক নামে তযু পাপ হইবে ক্ষয়॥ ৫০৮
এহি বুলি বিষ্ণু দেৱতাৰ বিদ্যমানে।
সেহিক্ষণে আগতে ভৈলন্ত অন্তৰ্দ্ধান॥
এহি ধৰ্ম্ম-সঙ্কট মিলিল গুৰুতৰ।
মহাযত্ন কৰিয়া এৰাইলা মহেশ্বৰ॥ ৫০৯

* * *

পুৰুষোত্তমৰ পৰিপ্ৰশ্নত পুনৰ ৰহস্য-ব্যাখ্যা — শুনি দেৱ গোপালেও বোলন্ত সাম্প্ৰতে।
কহিলোঁ প্ৰসিদ্ধ কথা পুৰাণৰ মতে॥ ৫১২
কহিবোঁ ৰহস্য ইটো কথা বিপৰীত।
মহাসাধুসকলৰ শুনিতে উচিত॥
কৃত যুগ নিৰ্গুণ-সাধুক বুলি কয়।
যত সদকৃত্য মানে তাহাতে আছয়॥ ৫১৩
তাঙ্ক উপাসিলে সদকৃত্য সাঙ্গ হয়।
এতেকে সে কৃত যুগ সাধুক বোলয়॥
কপট কাৰণ ভৈল সবে গেৰাণ।
বিশুদ্ধতা-গুণে যেন ভৈলেক ঢাকন॥ ৫১৪
নিৰ্গুণ-স্বৰূপ যিটো দেৱ সনাতন।
ঢাকিয়া থৈলেক তাঙ্ক কৰিয়া যতন॥

নিৰ্গুণ-তত্ত্ব নাৰায়ণ — শুনা তত্ত্ব পৰম নিৰ্গুণ নাৰায়ণ।
ঈশ্বৰো ঈশ মহাহৰি নিৰঞ্জন॥ ৫১৫
কালৰো নিয়ন্তা কাল দেৱৰো দেৱতা।
পৰিপূৰ্ণ মহাকৃষ্ণ বিধিৰ বিধাতা॥
কৰ্ত্তা হৰ্ত্তা সমস্তৰে কৃষ্ণে সে ঈশ্বৰ।
নাই নাই যাত পৰে দেৱতা অপৰ॥ ৫১৬
এতেক সে হৰি নিজ বিনোদ প্ৰকাশি।
আপোনাক আপুনিয়ে থাকন্ত উপাসি॥

এহি তিনি গোটা সম্বন্ধ আমাৰো
মাধৱত হুয়াছয় ।
মাধৱে সহিতে কৰাইলা সখিত্ব
শঙ্কৰে যাতো নিশ্চয় ॥
শঙ্কৰ দেৱৰ চৰণত যাতো
পশিলোঁ হুয়ো শৰণ ।
মাধৱত ভ্ৰাতৃ সম্বন্ধ জানিবা
হুয়াছৈ এহি কাৰণ ॥ ৩৪৭
শঙ্কৰ-মাধৱ অভেদ — শঙ্কৰ মাধৱ অভেদ যি হেতু
সমর্থ হুয়ে হোৱয় ।
এতেকে আমাৰ মাধৱে সে গুৰু
নাহিকে আত সংশয় ॥
গোপালক চাই বোলে নাৰায়ণে
সমস্ত জানা আপুনি ।
গোপালৰ সিদ্ধান্তত নাৰায়ণ ঠাকুৰৰ পূর্ণ সমর্থন — পৰম সন্তোষ ভৈলোঁ আমি সৱে
তোমাৰ সিদ্ধান্ত শুনি ॥ ৩৪৮
আত পৰে আন সিদ্ধান্ত নাহিকে
জানোঁহো আমি নিশ্চয় ।
ইটো সিদ্ধান্তক লাৰিবাক প্ৰতি
কাহাৰো সামর্থ্য নাই ॥ * * ৩৪৯
* * *
হেনয় বচন শুনি সমস্তৰে
হৰিষ ভৈল অপাৰ ।
* * *
ঠাকুৰক চাই সবাকো সম্মুখি
গোপালে বুলিবে লৈলা ॥ ৩৫০
* * *

## ছবি

শঙ্কৰ মাধৱ দুই হৃদয়ৰ বস্তু তেহু
আমাসাৰ জানিবা সাম্প্ৰত ॥ ৩৫৫

গোপালৰ মন্তব্য

ঠাকুৰৰ তীক্ষ্ণতৰ বজ্ৰসম বাক্য অস্ত্ৰে
হৃদি বিদাৰিলা বৰ টানে ।
শঙ্কৰক মাধৱক অদ্বৈতক দ্বৈত বোলে
তাতে সে মৰন্তে আছোঁ প্ৰাণে ॥
এতেকে সে ঠাকুৰত উলটাই পুছিলোঁহো
গুৰুৰ নিৰ্ণয় যেনমত ।
আমাৰ ইসৱ কথা পুছিবাক নলাগয়
জানোঁ আমি সৱ স্বৰূপত ॥ ৩৫৬
যিহেতু পুৰুষোত্তম শ্ৰীশঙ্কৰৰ নাতি
সি কাৰণে মান্য তাসম্বাৰ ।
সি হেতু আমাৰ গুৰু বিচাৰিবে নলাগয়
এতেকে সে জানিবা আমাৰ ॥
এহি বুলি গোপালেও নাৰায়ণ ঠাকুৰক
কৰিলন্ত আশ্বাস বচনে ।
ভকতসকলে উঠি হুয়া মহা মন তুষ্টি
নিজ স্থানে গৈলা ৰঙ্গ মনে ॥ ৩৫৭

* * *

## পদ

কায়স্থপাৰৰ দ্বিজ পুৰুষো- ত্তমৰ চৰিত্ৰ

আত পাছে * কহোঁ কথা শুনা অনুক্ৰম।
কায়স্থপাৰৰ বাপ পুৰুষ-উত্তম ॥ ৪৭০
তাসম্বাৰ ভৈল মনে গৃহত বৈৰাগ্য।
বিষয়ৰ সুখক কৰিলা পৰিত্যাগ ॥
লভিবোঁ ভকতি বুলি গুণে মনেমন।
আপুন বাসাক ছাৰি কৰিলা গমন ॥ ৪৭১
দেবেৰাপাৰত দ্বিজ গোপালৰ থান।
তান সঙ্গে ৰহিলন্ত কতো দিন মান ॥
প্ৰতিমাদি পৰিচৰ্য্যা কৰ্ম্ম কৰিলন্ত।
তৈৰ হন্তে পাছে তাৰা ভাটীক গৈলন্ত ॥ ৪৭২
সমস্তে তীৰ্থত স্নানি পুনু আসিলন্ত।
পুৰুষোত্তম ঠাকুৰৰ সঙ্গে ৰহিলন্ত ॥
তথা হন্তে পোৱাভিঠা থানক আসিলা।
নগৰীয়া-বাপ সমে একত্ৰে ৰহিলা ॥ ৪৭৩
পাছে বাপ সনাতনে চিন্তিলা উপায়।
ভৱানীপুৰক গৈলা গোপালৰ ঠাই ॥
গোপাল দেৱত হন্তে লভি উপদেশ।
গুচিল মনৰ যত সংশয় নিশেষ ॥ ৪৭৪
গোপালৰ মুখে কথা শুনি প্ৰতিনিতি।

ৰৰপেটাত নগৰীয়া আতাৰ প্ৰশ্ন

দিনেক আসিলা পোৱাভিঠাক সম্প্ৰতি ॥
ভকতসৱত হেন প্ৰশ্ন কৰিলন্ত।
সৰ্ব্বজ্ঞান শিৰ সাধু সমস্তে জানন্ত ॥ ৪৭৫

---

* চৰিত-পুথিখনিৰ এই পদৰ আগতে নগৰীয়া-আতা সনাতনদেৱে তীৰ্থ পৰ্য্যটন কৰি আহি ৰৰপেটাত কিছুদিন বাস কৰি থকাৰ কথা উল্লেখ আছে।
—সম্পাদক।

তত্ত্ব-অৰ্থ-বিচাৰত আপুনি পাৰ্গত।
তাসম্বাৰ সম ভক্ত নাহিকে লোকত॥
জগতৰে আদি গুৰু হৰিবিনে নই।
তাঙ্ক লোপ কৰি কেনে কৰিলা অন্যায়॥ ৪৭৬
পৰম ঈশ্বৰ হৰি তাঙ্ক চাৰিলন্ত।
কোন দেৱ আছে প্ৰতিপাদ্য কৰিলন্ত॥
ইটো কথা মোৰ মনে মিলিল প্ৰচুৰ।
কহিয়োক আমাত সংশয় হোক দূৰ॥ ৪৭৭
শুনিয়া ভকতসৱে দিলা সামধান।
কৰিলা আগম-শাস্ত্ৰ শিৱ সৰ্ব্বজ্ঞান॥
সাত্ত্বিক দেৱক আছ্য কৰিলা নিৰ্ণয়।
প্ৰকাশিলা বিষয়ৰ সুখ-ভোগচয়॥ ৪৭৮
পৰম ঈশ্বৰ হৰি ৰখিলা লুপুত।
মাধৱৰ সেৱা-ধৰ্ম্ম ভৈলেক গুপুত॥
বাপ সনাতনে শুনি কৰিলা দূষণ।
বাজগুৰু কামৰূপী ৰাজগুৰু কণ্ঠ যে ভূষণ॥ ৪৭৯
কণ্ঠভূষণৰ তাঙ্ক নৰনাৰায়ণে বচন বুলিলা।
উদাহৰণ দেৱীক বৰ্ণায়া শাস্ত্ৰ কৰিবাক দিলা॥
শুনি ৰাজগুৰু মনে পাইলা অসন্তোষ।
আত কৰি আন কোন আছে বৰ দোষ॥ ৪৮০
গুপ্ত অঙ্গ আদি কৰি দেৱীৰ বৰ্ণাইবোঁ।
নখ-কেশ-হস্ত-পদ আদি নিবন্ধিবোঁ॥
হৰি ভক্তসকলৰ স্তুহি ব্যৱহাৰ।
কেনে ধৰ্ম্ম নষ্ট কৰিবোঁহো আপুনাৰ॥ ৪৮১
এহি বুলি গুৰু সিটো ৰাজ্যক ছাৰিলা।
বেহাৰ নগৰে গুৰু তৈত নৰখিলা॥

যি কালত হৰি নিজ বিনোদ ঢাকয়।
কেহো জনে তাক ভুঞ্জিবাক নপাৰয় ॥ ৫১৭
বিশেষত হৰি-হৰ এক বস্তু হয়।
বিষ্ণু-বৈষ্ণৱৰ শাস্ত্রে ভিন্ন নকহয় ॥
পৰম দুৰ্ঘট ইটো কালৰ বিপাক।
সামান্যেও কোন জনে এৰাইবে ইহাক ॥ ৫১৮
ঈশ্বৰৰ ইচ্ছাত সমস্তে মিলায়য়।
আত কিছু মনে একো নাহিকে সংশয় ॥
এহি হেতু তাঙ্ক কোনে ঢাকিবে পাৰয়।
স্ব-প্ৰকাশ আৱৰণ আপুনি হোৱয় । ৫১৯
এহি বুলি গোপাল দেৱতা ৰহিলন্ত।
পুনৰপি পুৰুষ-উত্তমে পুছিলন্ত (১) ॥

* * *

গোপাল-দেৱৰ উপদেশ

এতেকে সাধুৰ কেৱে দোষ নেদেখিবা।
তাৰা যিটো বিহে বাক্য তাকে আচৰিবা ॥ ৫৩৬
মহন্তজনক যিটোজনে নিন্দা কৰে।
যত দুৰ্ব্বাসনা পাপে তাক বেঢ়ি ধৰে ॥
যিটো মহন্তৰ বাক্য সত্তে কৰয়।
যত সুবাসনা পুণ্যে তাক আৱৰয় ॥ ৫৩৭

* * *

---

(১) পুৰুষোত্তমৰ পৰিপ্ৰশ্নমতে গোপালদেৱে দেৱ-দৈত্যৰ বিবাদৰ কাৰণে হোৱা কাশ্যপৰ উভয়-সঙ্কট আৰু হংসধ্বজ ৰাজাৰ পুত্ৰ সুধন্বাৰ ব্যৱহাৰ-সঙ্কটৰ কথা বিৱৰি বুজাই দিয়াৰ কথা সেই চৰিত-পুথিত আছে। —সম্পাদক।

## ছবি

চাৰিটা উন্মাদৰ ব্যাখ্যা

গোপাল কৃপালে কহিবে লৈলন্ত
পুৰুষোত্তমৰ আগে।
চাৰি-গোটা উন্মা- দক কহোঁ আৰে
শুনিয়োক মহা ভাগে ॥

নৃসিংহ-উন্মাদ

নৃসিংহ-উন্মাদে ধৰে যেতিক্ষণে
মনত মিলে আগ্ৰহ।
ইন্দ্ৰিয়ৰ ভোগ বাঞ্ছয় সতত
সমস্ততে মিলে গ্ৰহ ॥ ৫৪৫

দেৱ-উন্মাদ

দেৱ-উন্মাদে ধৰে যেতিক্ষণে
সবাকো দেখে নশ্বৰ।
সকল ভোগক মায়াময় দেখে
বৈৰাগ্য মিলে মনৰ ॥
নৃসিংহ-উন্মাদে সবাকো খোজয়
দেৱে যে পাইলে এৰয়।

মধুমতি-উন্মাদ

মধুমতি পাইসে হোৱে মাতোৱাল
শ্ৰুতি-জ্ঞান নাহিকয় ॥ ৫৪৬
পুত্ৰ-দাৰা-ধন বিষয়-সুখত
হোৱে আতি অচেতন।
সংসাৰ-সাগৰে তল গৈল সিটো
বাতুল যেন লক্ষণ ॥

ভক্তি-উন্মাদ

ভকতি-উন্মাদে ধৰে যেতিক্ষণে
পাসৰে সৱে সংসাৰ।
কৃষ্ণ গ্ৰাহে ধৰি চিত্তক নেৰয়
চেতন নাহিকে গাৰ ॥ ৫৪৭

কতো অলৌকিক বচন বোলয়
হুয়া আতি মহা মত্ত
চক্ষুৰ লোতক ধাৰে বহি যায়
নাচে আতি আনন্দত ॥
কতো পৃথিবীত পৰিয়া কান্দয়
কতো মৌন হুয়া আছে।
কতো বেলি জুমি ফুৰে চাই চাই
কৃপা কৰা বুলি ডাকে ॥ ৫৪৮
এহি চাৰি গোটা উন্মাদে যেতিয়া
পুৰুষক লাগ লয়ে।
দেৱ যে নৃসিংহ মধুমতি ভক্তি
উন্মাদ বুলিয়া কয়ে ॥
নিৰ্গুণ-ভক্তিৰ সাধনাই হে মহাপুৰুষ-সকলৰ পথ
পৰম নিৰ্গুণ যিটো সাধুজন
কেৱল ভক্তি যাচয়ে।
এহি চাৰিগোটা উন্মাদ এৰায়া
তাৰা মাত্ৰ ভক্তি কৰে ॥ ৫৪৯
নিৰ্গুণ দেৱ নিৰ্গুণ ধৰ্ম্ম
নিৰ্গুণ সেৱকজন।
সদায়ে চেতন ভক্তি হৰি-গুণ
নামক লেৱে সঘন ॥
শঙ্কৰ দেৱৰ আতো মাধৱৰ
এহি সে জানিবা পথ।
তোমাত কহিলোঁ ইটো ৰহস্যক
আমাৰ ইটো সম্মত ॥ ৫.০
আন দেৱ ধৰ্ম্ম এৰিবা সবাকো
লৈবিবা মুখত নাম।

তেৱে মহাসুখে তৰিবা সংসাৰ
পূৰ্ণ হৈবে মনকাম ॥

* * *

পদ

দহঘৰীয়া- আতা নাৰায়ণৰ চৰিত্ৰ

সুবা মাজীসুত যিটো বাপ নাৰায়ণ।
ভৱানী যুৱক তাৰা হৈলন্ত যিমতে। *৫৫২
গজলাৰ বাপ আসি তাঙ্ক লাগ পাই।
গোপালদেৱৰ ঠাইক নিলে পলুৱাই ॥
শুনি বাপখনে তাক মনে নসহিল।
হাতে অস্ত্ৰ ধৰি পাছে খেদিবাক লৈল ॥ ৫৫৩
অনেক ব্যাকুল ক্ৰোধ কৰিয়া বিস্তৰ।
পালটিয়া পুনাই নিজ পশিলন্ত ঘৰ ॥
পাছে দুয়োজন গোপালৰ থানে গেলা।
ভৱানীপুৰত মহাৰঙ্গে প্ৰবেশিলা ॥ ৫৫৪

* * *

সেহি বেলা দেৱ গোপালৰ ভাৰ্য্যা আই।
অন্ন বান্ধিবাক বোলা গৃহে খৰি নাই ॥
হেন বাণী যদুমণি শুনিলা শ্ৰৱণে। * ৫৫৬

* * *

বাপ নাৰায়ণক বুলিলা হেন বাণী ॥
মোৰ জোৰা পৰ্ত্তিলাক নুছুইবা এখন।
মই আইলে বান্ধি দুয়ো কৰিবোঁ ভোজন ॥ ৫৫৭
যি কাৰ্য্যে আসিছা নতু সিজে প্ৰয়োজন।
তাতে সে নেদেওঁ আমি ভুঞ্জিবাক অন্ন ॥

গুৰুপদ বিছুমান হস্ত কৰিয়োক।
আত্মা-ঈশ্বৰ পাৱে শৰণ লৈয়োক ॥ ৫৫৮
এটি কথাখানি যদি সিদ্ধ হেতিযাত
তেৱে চুই অন্ন ভুঞ্জা জোৰা পতিপাত ॥
মযো তোমাসাত তেৱে কৰিবোঁ ভোজন।
এহি বুলি খাৰিব গৈলন্ত ততিক্ষণ ॥ ৫৫৯
বাপ নাৰায়ণ একেশ্বৰে আছা বসি।
আই পদ্মপ্ৰিযা তাঙ্ক দেখিলন্ত আসি ॥
পাছ গুচি গৈলা গোপালত কহিলেক।
বোলন্ত এজন লোক দেখিলোঁ প্ৰত্যেক ॥ ৫৬০
যদুমণি-আতাইৰ বাসাত বসিছয়।
কৈৰহন্তে আসিছয় নাজানোঁ নিৰ্ণয় ॥
গোপালে ভোজন কৰি বসিছা আসনে।
হেন শুনি পাৱ চালি গৈলা সেহি থানে ॥ ৫৬১
হাতৰ মুঠিত দুইখানি গুৱা লৈলা।
বাপ যদুমণিৰ বাসাক চলি গৈলা ॥
দেখি নাৰায়ণে উল্লাসিল সৰ্ব্ব গাৱ।
জানু পাৰি আনন্দে ভৈলন্ত নম্ৰভাৱ ॥ ৫৬২
* * *
সেহি বেলা গোপালে নিশ্বাস ফোকাৰিলা।
নাৰায়ণ নাম হেন মুখে উচ্চাৰিলা ॥
পাছে হেন গোপালেও বুলিলা বচন।
কৈৰ হন্তে তুমি আসি আছা কি কাৰণ ॥ ৫৬৪
তাৰা বোলে আইলোঁ তযু সেৱিবে চৰণ।
আন কিছু নাহিকে আমাৰ প্ৰয়োজন ॥
বোলন্ত গোপালে বেলা গৈলা ভাঠীয়াই।
তুমি কিবা অন্ন ভুঞ্জা আছে কিবা নাই ॥ ৫৬৫

তাৰা বোলে বাপ মই নকৰোঁ ভোজন।
তথু পাৰে পশিবাক লাগয় শৰণ॥
যদুমণি আতাই মোক দিয়া আছে হাক।
শৰণ নলৈলে নেদ পশিলা ছুইবাক।৫৬৬

* * *

কৃপালু গোপালে হেন বুলিলা বচন।
হৰিচৰণত তেৱে পাশয়ো শৰণ॥
সি বেলা গোপালে কথা কহিবে লাগিলা
পৰম শ্ৰদ্ধায়ে তাৰা শুনিয়া আছিলা॥ ৫৬৮

* * *

এতেকে সে দেৱ ধৰ্ম্ম ভক্ত বুলি যাক।
তিনি এক ভিন্ন স্থিতি জানিবাহা তাক॥ ৫৭১
এক ঠাইত যিটো জনে কৰে অপৰাধ।
একো কালে তাৰ আৰ গুচিকয় বাধ॥

* * *

সিটো পাতকীৰ যিটোজনে সঙ্গ লয়।
একোকালে তাহাৰ নিস্তাৰ নাহিকয়॥ ৫৭৪
কদাচিতো তাৰ তুমি সঙ্গক নলৈবা।
ভকতৰ সঙ্গে সদা ভকতি কৰিবা॥
কৃষ্ণ ব্যতিৰেকে দেৱ নাহি নাহি আৰ।
নাম বিনে ধৰ্ম্ম জানা নাহি সাৰে সাৰ॥ ৫৭৫
তোমাক দেখিয়া নাৰায়ণ নাম লৈলোঁ।
তাতে সে তোমাৰ নাৰায়ণ নাম থৈলোঁ॥
এতেক বুলিয়া দেৱ গোপাল থৈলন্ত।
উঠি আগবাঢ়ি নাৰায়ণে নমিলন্ত॥ ৫৭৬

বোলন্ত গোপালে শুনিয়োক নাৰায়ণ।
জোৰা পত্তিলাত ৰান্ধি কৰিয়ো ভোজন ॥
× × ×
পাছে বাপ নাৰায়ণে · * × পত্তিলাক লুয়া।
ভোজন কৰিয়া আছা তথাতে বসিয়া ॥
সেহি বেলা বাপ যত্নমণি আসি ভৈলা। * ৫৭৮
* × *
বাপ যত্নমণি অসন্তোষ কৰি মন।
বোলন্ত ৰাখিলা ভাল আমাৰ বচন ॥ ৫৭৯
* *
নাৰায়ণে বোলন্ত নকৰা অসন্তোষ।
কথা শুনি আমাক দিযোক পাছে দোষ ॥ ৫৮০
* * *
ভোজন কৰিয়া আতা গৃহৰ বজাই।
ইঠাৰক আসিলাহা চৰণ চলাই ॥
দেখি আগবাঢ়ি গৈয়া নমিলোঁ চৰণে।
পুছিলা আমাত কথা মধুৰ বচনে ॥ ৫৮১
* * *
কৃপাযুক্ত হুয়া মোত কহিলা শৰণ ॥
হাতৰ মুঠিৰ মোক দিলা গুৱাখানি।
নিজ মুখে নাৰায়ণ বুলিলাহা বাণী ॥ ৫৮৪
সেহি নাৰায়ণ নাম থৈলাহা আমাৰ।
পাৱে পৰি প্ৰণাম কৰিলোঁ বাৰেবাৰ ॥
* * *
হেন শুনি যত্নমণি সন্তোষ ভৈলন্ত।
আগবাঢ়ি গৈয়া সাৱটিয় ধৰিলন্ত ॥ ৫৮৬
বোলন্ত আমাৰ ছাৰিয়োক সবে দোষ।
নজানিয়া হঠাতে কৰিলোঁ অসন্তোষ ॥
* * *

অন্যোঅন্যে তুইহস্তে কৰিলা এক প্ৰীতি।
গোপালৰ মুখে কথা শুনে প্ৰতিনিতি॥
গোপালৰ বচন কিঞ্চিতো নৰ'খন্ত।
গুৰু-সেৱা ধৰ্ম্ম যত সততে কৰন্ত॥ ৫৮৯

* * *

## দুলৰি

কমললোচন ঠাকুৰৰ প্ৰতি উপদেশ

এক দিনা সেহি সমাজত বসি
আছন্ত গোপালদেৱ।
তাহান তনয় কমললোচন
আসি কৰিলন্ত সেৱ॥
কিছুমান সাজ যত্ন কৰি আনি
সাদৰে আগত দিলা।
কৈৰ সাজখানি আনি আছা বুলি
গোপালে তাঙ্ক পুছিলা॥ ৫৯৬
জানু পাৰি বাপ কমললোচনে
বোলন্ত হেন বচন।
মোৰ অভিমত তযু চৰণত
পশিবে চাওঁ শৰণ॥
তযু গৃহে আসি জনম লভিয়া
নজানোঁ তযু মহত্ত্ব।
এহি চৰণত উপাসা কৰিয়া
তৰিলা সবে মহন্ত॥ ৫৯৭
মই অধমৰ কেন গতি হৈব
নজানোঁ একো উপায়।

উপদেশ-দাতা নিজ পিতৃ গুৰু
তুমি বিনে আন নাই॥

*  *  *

হাসি হেন শুনি গোপালে তাহাঙ্ক
দিলন্ত হেন উত্তৰ॥ ৫৯৮

পিতা-পুত্ৰ আৰু গুৰু-শিষ্য সম্বন্ধৰ প্ৰভেদ

পিতা-পুত্ৰ যাত সম্বন্ধ থাকয়
তাত জ্ঞান নঘটয়।
আত্মা বুদ্ধি তাৰ নুহি কদাচিত
সিটো মহা দুৰাশয়॥
তেন্তে মোৰ নিজ আত্মা ইষ্টদেৱ
বুলি যিটো সৰ্ব্বভাৱে।
ভজয় সতত গুৰু-চৰণত
তেৱে সে মুকুতি পাৱে॥ ৫৯৯
পূৰ্ব্বত ঋষভে কহিলা পুত্ৰত
কপিলে কৈলা মাতৃত।
তেসম্বেও পিতৃ- মাতৃ-সম্বন্ধক
নকৈলা মনে কিঞ্চিত॥
কপিলে বোলন্ত মাতৃ দেৱহূতি
মোৰ উপদেশ ধৰা।

চাৰিটা মন-অৱগৰ্ব্ব পৰিহাৰ

চাৰিগোটা জানা মন-অৱগৰ্ব্ব
আছে তাক পৰিহৰা॥ ৬০০
ব্ৰহ্মাৰ নাতিনী মনুৰ দুহিতা
হেন মনে নধৰিবা।
কৰ্দ্দমৰ ভাৰ্য্যা কপিলৰ মাতৃ
ইটো গৰ্ব্ব নকৰিবা॥

*সকলো বিধৰ গৰ্ব্ব অহংকাৰ

গৰ্ব্ব-অহঙ্কাৰ তেজিয়া আমাৰ
কৰিবা মাত্ৰ ভকতি।

তেজি ভক্তি এতেকে তোমাৰ গুচিবে সংসাৰ
কৰিবা" লভিবা পৰম গতি ॥ ৬০১
এতেক বুলিয়া গোপালে তাহান্ত
কহিলন্ত উপদেশ।
মনৰ সংশয় যতেক আছিল
গুচিল সবে নিশেষ।
গোপালে বোলন্ত আৰু এক বাক্য
বোলোঁ নকৰিবা হেলা।
"হৰি- হৰি-ভকতক নেদি একো বস্তু
ভকতক স্বভুঞ্জিবা কোনো বেলা ॥ ৬০২
নিদিয়াকৈ একুটি গুৱাক কাটা যেতিক্ষণে
একোকে চাৰিও পাশক চাইবা।
স্বভুঞ্জিবা" তাৰ এক খ'নি জনেকক দিবা
তেৱে আউৰ খানি খাইবা ॥
"ভক্তক আপোনাত্তো কৰি মাত্ৰ আত্যন্তিক
নিজতকৈয়ো ভক্তক স্নেহ কৰিবা।
বেছি স্নেহ নিষেধসকে তেজিয়া হৰিৰ
কৰিবা" ভকতিক অচৰিবা ॥ ৬০৩
এতেকে সমস্ত জনৰ তোমাক
দায়া হৈব অতিৰেক।
"নিষিদ্ধ ভকতসকলে অৱশ্যে তোমাক
বিলাক মোৰ বুলি ধৰিবেক ॥
নাচৰিবা" হেন বুলি দেৱ গোপালে তথাত
ৰহিলন্ত মৌন হুই।
উঠি আগ বাঢ়ি কমললোচন
নামিলন্ত পাৱ ছুই ॥ ৬০৪

সাজ খানি যত গোপালে ভকত
সমে পাছে ভুঞ্জিলন্ত।
দেখি তাক বাপ কমললোচন
হৰিষ বৰ ভৈলন্ত ॥

বৰপেটীয়াৰ জা আইৰ ভক্তি-প্ৰাৰ্থনা

সেহি বেলা বৰ- পেটীয়াৰ-জা
আয়ে হেন বুলিলন্ত।
গোপালদেৱৰ আগে অৱনতে
জানু পাৰি ৰহিলন্ত ॥ ৬০৫
দেখি তাঙ্ক দেৱ গোপালে বোলন্ত
তোমাসাৰ কিবা ভৈল।
হেন শুনি আই বোলন্ত আমাৰ
বিফলে জনম গৈল ॥
এহি চৰণৰ দাস বুলি মোক
দিয়ো উপদেশ দান।
তুমি বিনে মোৰ ইহ পৰলোকে
গতি নাহি নাহি আন ॥ ৬০৬
তযু চৰণৰ কিঙ্কৰী বুলিয়া
কৰিয়ো কৃপা গোসাঁই।
হাসি হেন বাণী গোপালে তাহাঙ্ক
বুলিবে লাগিলা চাই ॥

ভাৰ্য্যাৰ প্ৰতি উপদেশ

আতা মাধৱৰ চৰণত তুমি
কৰিছা বহুত সেৱ।
তোমাৰ আমাৰ মাধৱদেৱেত
পৰে আছে কোন দেৱ ॥ ৬০৭
হৰি-ভকতক স্নেহ ভালমতে
কৰিবা মাত্ৰ সন্তত।

তোমাৰ আগত এহি উপদেশ
দিয়াছে আতা পূৰ্ব্বত ॥
আৰৰ তোমাত সদগুণ ভাৱ
দেখিয়া হেন বুলিলা।
বৰপেটীয়াৰ- জী-গুণৱতা
বুলি আতা প্ৰশংসিলা ॥ ৬০৮
এতেকে তোমাৰ বৰ ভাগ্য আতি
আছয় জানা পূৰ্ব্বত।
তাতে সে সেহিটো চৰণ দুখানি
সেৱিবে পাইলা সতত ॥
তোমাৰ আমাৰ সেহি চৰণত
ভকতি হৌক সদায়।
আন একো কাম নবাঞ্ছোঁ হো আমি
মাধৱ প্ৰভু গোসাঁই ॥ ৬০৯
* * *
ভকতসৱক 'দায়া ভালমতে
কৰিবাহা পাৰামানে।
হৰিগুণনাম মুখত সদায়
নছাৰিবা সৰ্ব্বক্ষণে ॥ ৬১০
গোপালে ডাঠিয়া উপদেশ দিয়া
কহিলা কথা বিস্তৰ।
সাদৰে চৰণে নমি গোপালৰ
চলি গৈলা অভ্যন্তৰ ॥
গোপালদেৱৰ চৰণত নিতে
ভকতিক নছাৰন্ত।
ভকতসৱত বহুত শুশ্ৰূষা
কৰিয়া মাত্ৰ থাকন্ত ॥ ৬১১

## ছবি

ভকতসকলৰ প্ৰতি আইৰ শুশ্ৰূষা

ভৱানীপুৰত যেৱে ভকতসৱক আই
শুশ্ৰূষা কৰন্ত ভালমতে
আপোনাৰ তনয়তো কৰি অতিৰেক দায়া
স্নেহ বৰ কৰন্ত সততে ॥
কতো কতো সময়ত ভোজনৰ বস্তু যত
দেন্ত আই কৰিয়া যতন।
কিঞ্চিতেক দুখ পাইলে মাতি আই সম্বোধন্ত
ভকতজনৰ পূৰি মন ॥ ৬১২

* * *

এক দিৱসত তান সেৱা পৰীক্ষিতে লাগি
গোপালেও মনে আলোচিলা।
আপুনি সবাৰো চিত্ত প্ৰমাণ পাৰন্ত যদি
সৰ্ব্বলোকে বিদিত কৰিলা ॥ ৬১৪
দুই ভাৰ্য্যা আপোনাৰ মাতি আনি পুছিলন্ত
বোলা মোত কহা নিষ্ঠবাক।
ভকতসৱক সেৱা কৰিবেক পাৰা তুহি
কৰিবে কি পাৰাহা আমাক ॥
দেৱ গোপালক চাই মাতিলন্ত বৰআই
মিছা আমি নোবোলোঁ কিঞ্চিত।
তোমাসাক সেৱা আমি কৰিবাক পাৰোঁ মাত্ৰ
কাকো সেৱা নপাৰো কৰিত ॥ ৬১৫
পাছে বৰপেটীয়াৰ- জী আয়ে মাতিলন্ত
গোসাঁই মই বোলোঁ সত্য বাক।
ভকতসৱক এক ভাগ সেৱিবাক পাৰোঁ
এক ভাগ সেৱিবোঁ তোমাক ॥

* * *

তাহান ভকতি দেখি ধন্য ধন্য মতি হেন
প্ৰশংসি বোলন্ত এহি শ্লোক।
তোমাৰ একান্তচিত্তে হৰিচৰণত নিতে
শুদ্ধ সত্ত্ব ভকতি মিলোক॥ ৬২১

* * *

## পদ

ভৱানীপুৰৰ-
পথাৰ কাল-
ঝাৰৈস সত্ৰ-
স্থানান্তৰৰ
উদ্যম

* * *

আছন্ত গোপালদেৱ বসিয়া আবাসে।
হৰিকথা আলাপিয়া থাকা অহৰ্নিশে॥ ৬২২

* * *

সেহি সময়ত বৰ অসুখ মিলিল।
কৰ সাধি নৈবে এক অশিষ্ট আসিল॥ ৬২৩
কিছুকো কটুৰ বাণী বুলিলা বিস্তৰ।
শুনি গাৱ নসহিল সমস্তে লোকৰ॥
কথাৰ বিৰোধে দুখ ভৈল আসৰিশ।
অমৃতত যেন আসি ঢালিলন্ত বিষ॥ ৬২৪
হেন বেলা একাদশ আতাই আসিলা।
ভকতসৱৰ বৰ বিষাদ দেখিলা॥

* * *

একাদশ
আতাইৰ
প্ৰাৰ্থনা

একাদশ আতাই পাছে মনে আলোচিলা।
গোপালৰ আগে হেন বচন বুলিলা॥
বাপ আমি এক বাক্য বুলিবাক চাওঁ।
মনে হেন সাধোঁ যদি তযু আজ্ঞা পাওঁ। ৬২৭

* * *

তযু অনুমতি যদি পাওঁ এতিক্ষণে।
এক খানি বাসা তেৱে সজাওঁ যতনে॥

আমাসাৰ বাৰী আছে বহুল বিস্তৰ।
তাহাৰ ভিতৰে সাজিবোঁহো এক ঘৰ ॥ ৬২৯
তথাত যে আপুনিয়ো কৰিয়ো নিবাস।
যদি হওঁ মই বাপ তযু নিজ দাস ॥

গোপাল-দেৱৰ চৰ্ত
বোলন্ত গোপালে মই যাইবে পাৰোঁ তেৱে।
অতিথি শুশ্রূষা কৰিবাক পাৰা যেৱে ॥ ৬৩০
আমি তথা গৈলে মিলিবেক বহুজন।
কিমতে পুষিবো মই নাহি কিছু ধন ॥
তাৰা বোলে কিছুমান আছে মোত ধন। ৬৩১
হাসিয়া গোপালে হেন বুলিলা বচন।
তোমাৰ হাতত যদি আছে যিবা ধন ॥
তাক আশা কৰি কিক যাইবো তযু ঠাই।
স্ববিত্ত হৈলে তাক দিবে থৈবে পায় ॥ ৬৩২

একাদশৰ সৰ্ব্বস্বত্যাগৰ প্ৰতিশ্ৰুতি
শুনি একাদশে হেন বুলিলা বচন।
সুম্পিছোঁ তোমাত প্ৰাণ কোন হোৱে ধন ॥
বোলন্ত গোপালে যদি তযু বাক্য ৰয়।
তেৱে যেন বোলা মই বুলিবোঁ নিশ্চয় ॥ ৬৩৩
হেন শুনি মনে তাৰা সাদৰি লৈলন্ত।
নমস্কাৰ কৰি পুনু গৃহক গৈলন্ত ॥
ভাৰ্য্যাত কহিলা হেন কথাক বুজাই।
কথাৰ সাগৰ বাপ আইব ইটো ঠাই ॥ ৬৩৪

"তিৰীয়ে পুৰুষে একমতি"
আৰো ধনবিত্ত যত আছয় আমাৰ।
দিবোঁ মই হেন কৰিলোঁহো অঙ্গীকাৰ ॥
শুনি তাসম্বাৰ উল্লাসিল আতি মন।
সাৰ্থক বুলিলা কি কৰিবো ইটো ধন ॥ ৬৩৫

কাক লাগি লাগো নাহি পুত্ৰ-পৰিজন।
কি কাৰণে মিছাত ৰাখোঁহো ইটো ধন॥
হোক আমাসাৰ ইটো ধনৰ সাফল।
ইসব কাৰ্য্যত হৈবে আমাৰ কুশল॥ ৬৩৬
হৰিষে আকুল ভৈল দুইহন্তৰো চিত্ত।
লবিলা সাদৰে দুয়ো লৈয়া নিজ বিত্ত॥
নাৱে চৰি লৰি গৈলা গোপালৰ থান।
বসি আছা গোপাল দেখিলা বিদ্যমান॥ ৬৩৭
সাত শ টকা সমৰ্পণ
সাত শত টকা নিয়া আগত দিলন্ত।
জানু পাৰি দুয়ো নমস্কাৰ কৰিলন্ত॥
অল্প হাস্য কৰি হেন গোপালে বুলিলা।
এত ধন আমাসাক কি কাৰণে দিলা॥ ৬৩৮
তাৰা বোলে যদি আছে ভাগ্য কথঞ্চিত।
তযু পদ যেন দেখিবাক পাওঁ নিত॥

* * *

উৎসৰ্গা কৰা ধনৰ ব্যৱস্থা
একাদশ আতাই যিটো ধন আনিছন্ত।
তিনি ভাগ কৰিবাক গোপালে দিলন্ত॥ ৬৪১
পাছে তাৰা তিনি ঠাইত বিভাগ কৰিলা।
এক ভাগ পুনু উলটাই তাঙ্ক দিলা॥
তাৰা বোলে কদাচিতো নেনিবোঁ ইহাক।
নিশ্চয় স্বৰূপে দিয়া আছোঁ আপোনাক॥ ৬৪২
দিয়া আপুনাক কেনে নিবোঁ উলটাই।
ইবোল বুলিতে আমাসাক নুযুৱায়॥
বোলন্ত গোপালে নাহি পুত্ৰ-পৰিজন।
পোষন্তা নাহিকে নিয়ো এক ভাগ ধন॥ ৬৪৩
দেৱ গোপালৰ বচনক নবাধিলা।
তাৰ এক ভাগ তুলি মোৰ বুলি লৈলা॥

হাসিয়া গোপালে তাঙ্ক বোলন্ত বুজাই।
আৰ এক ভাগ ধন থৈয়োক চপাই ॥ ৬৪৪
তোমাৰ থানত তৈতে বক্সিবে লাগিব।
অৱশ্যে লাগিবে মোৰ অথিতি পুষিব ॥
অথিতি-শুশ্রূষা কৰা আকে খৰ্চা কৰি।
সি কাৰণে সিয়ো ভাগ থৈয়োক সামৰি ॥ ৬৪৫
একাদশে সিয়ো ভাগ সামৰিয়া থৈলা।
পুনৰপি গোপালে বুলিবে তাঙ্ক লৈলা ॥
শুনা তুমি একাদশ আমাৰ বচন।
আমি সিঠাৰক গেলে হৈবে বহু জন ॥ ৬৪৬
ভকতসকলৰ দুখ মিলৈ যেতিক্ষণ।
জগৰ এৰাইতে ভাৰিবাক লাগে ধন ॥
সিবেলাত আন ধন খুজিলে নপাইবোঁ।
ভাৰী খৰা লাগে যদি এহি ধন দিবোঁ ॥ ৬৪৭
এতেকে আমাৰ তুমি বচনক লৰা।
ইটো ভাগ ধন তুমি সম্বৰিযা থৰা ॥
ভাল বুলি সিটো ভাগ সম্বৰি থৈলন্ত।
ভাৰ্য্যাযে সঙ্গিতে পুনু গৃহক গৈলন্ত ॥ ৬৪৮

* * *

দেৱ গোপালৰ গৃহ সজাইলা যতনে।
পাছে গোপালক জান দিলা ৰঙ্গমনে ॥ ৬৫০

* * *

## দুলৰি

হেন শুনি পাছে গোপালে বোলন্ত
শুনিয়োক একাদশ।
সিটো কালঝাৰ থানক তোমাৰ
যাইবোঁহো আমি অৱশ্য ॥ ৬৫২

ভৱানীপুৰত বৰ আই আৰু ঠাকুৰক লৈ কাল-ঝাৰলৈ যাত্ৰা কৰাৰ ব্যৱস্থা

বৰ আই ঠাকু- ৰক মাতি আনি
বুলিলন্ত তেতিক্ষণ।
ভৱানীপুৰত ৰহা তোৰা দুই
আমাৰ পালি বচন॥
হেন আজ্ঞাবাণী শুনি দুয়োজন
হৰিষ কৰি মনত।
গোপালদেৱৰ বাক্যক পালিয়া
ৰহিলা সিটো থানত। ৬৫৩

বৰ ৰাম সক ৰাম কমলক
তামস্বাক মাতি আনি।
ভৱানীপুৰত থাকা তুমিসৱ
আমাৰ আদেশ মানি॥
আছে বাহুজন হৰি-ভকতগণ
ভৱানীপুৰত তথা।
ইহাৰত হৰি- নাম গাই সুখে
ৰহিবা ঐত সৰ্ব্বথা॥ ৬৫৪

এহি বুলি দেৱ গোপালো নিয়মি
যাক যেন মতে থৈলা।
কালঝাৰ থানে যাইবাক লাগিয়া
উদ্যম মনে কৰিলা॥
সেহি বেলা বাপ বৰ যদুমণি (১)
আসিলন্ত যেনমতে।
বাপ শ্ৰীৰাম (১) সমে গোপালক
ভজিলা দুই সাম্প্ৰতে॥ ৬৫৫

* * *

(১) বৰযদুমণি আৰু শ্ৰীৰাম বংশীগোপালদেৱৰ সত্ৰৰ পৰা ভৱানীপুৰলৈ অহাৰ কথা এই ৰামানন্দৰ ৰচিত চৰিত পুথিখনিত ইয়াৰ পাছত বহলাই বৰ্ণোৱা আছে। সেই বিষয়ে ইয়াৰ আগতে ১৫২ ১৫৪ পৃষ্ঠা আৰু ২৯৭-৩০৯ পৃষ্ঠাতো বৰ্ণাই অহা কাৰণে বাহুল্যৰ ভয়ত ইয়াত সমুদায় উদ্ধৃত কৰা নহ'ল। — সম্পাদক।

## ছবি

বৰপেটীয়াৰ -জী আইৰ পৰলোক-গমন

শুনিয়োক আতপৰ যেন ভৈল গোপালৰ
গৃহত মিলিল অথন্তৰ।
বৰপেটীয়াৰ-জী আইৰ নাপৰা ভৈল
গাৱে বহুতৰ তাপজ্বৰ ॥ ৭৫২
স্নান ভোজন একো নপাৰন্ত কৰিবাক
অতিশয় পীড়া শৰীৰত।
মুখে ৰাম কৃষ্ণ হৰি মাধৱ গোপাল নাম
জপি মাত্ৰ থাকন্ত সতত ॥
আনো বেলা গোপালৰ অন্ন গুটি সিজাৱয়
সিদিনা ৰান্ধিবে শক্তি নাই ॥
যেন তেন কৰি উঠি স্নান কৰি বস্ত্ৰ পিন্ধি
চাউল-পানী বসাইলন্ত যাই। ৭৫৩
আখা মধ্যে আগ্নি জ্বালি বঢ়াইবেক চান্ত যেৱে
গাৱে তাপ লাগি অতিশয়।
আপুন অঞ্চল খানি পাৰি আত শুতি তন্তো
হাত মেলি খৰি বঢ়াৱয় ॥
সিবেলা গোপালে তাঙ্ক দেখি হেন বুলিলন্ত
কেন তুমি কৰা হেন মত।
বোলন্ত গোসাঁই আমি আজি যিটো সেৱা কৰোঁ
এহিমানে ভৈল সমাপত ॥ ৭৫৪
আউৰ যেন এই দুই চৰণ সেৱিবে পাইবোঁ
এহি মানে মোৰ অভিমত।
জনমে জনমে এই চৰণৰ দাসী হৈবোঁ
আন একো নবাঞ্ছোঁ মনত ॥
হে প্ৰভুদেৱ গোসাঁই ক্ষমিয়োক আমাসাৰ
দোষচয় কৰি আছো যত।

হেন চৰণ দুটি সেৱিবে নপাইলো আৰ
ধুৱাগাং ... দিন যেনমত ॥ ৭৫৫
গহি ... গোপালৰ চৰণত পশি আসি
কতো ... মান আছিলন্ত।
দিনা চাৰি মানে তথা নাপৰিয়া হুয়া থাকি
তেৱে আই দেহ এৰিলন্ত ॥
গোপালৰ আজ্ঞা বাণী ক্ৰিয়া-কৰ্ম্ম যত খানি
বৰজন ঠাকুৰে কৰিলা।
দশ দিনা সময়ত দশা কৰ্ম্ম উপগত
ভৈলা লোকসৱত জনাইলা ॥ ৭৫৬

ৰৰপেটাৰ মজাৰলৈ গজলা-আতাৰ প্ৰতি আদেশ

গজলা-বাপক মাতি বোলন্ত গোপালে হেৰা
এক খানি বচন কৰাহা।
পোৰাভিঠা সমীপত বজাৰ আছয় তাত
বস্তু কিছু কিনিবাক যাহা।
হেন শুনি যদুমণি আজ্ঞা পায়া তেতিক্ষণে
যাইবে লাগি কাৰিলা যতন।
সেহি বেলা গোপালৰ আগে বৰ যদুমণি
বাপে হেন বলিল বচন ॥ ৭৫৭

* * *

ৰৰপেটাত ভাটী-আতা শ্ৰীৰামৰ অপেক্ষা

শ্ৰীৰাম আতাই তযু আজ্ঞ বাট চাহি আছা
আপোনাৰ নপাই সম্মত।
সখিৰ আগত যেৱে বুজিবাক লাগে বাপ
আপুনি বুজিলো এতিক্ষণ।
বোলয় গোপালে ভাল সুমৰাইলা যদুমণি
কহি আছা উত্তম কাৰণ ॥ ৭৫৮
গজলা-বাপক পুনু বোলন্ত গোপালে বাক
শ্ৰীৰামত কৈবা এহিমান।

বুলিলা কি পাবে আতা সমে কিবা কথা হুয়া
আছে একো লজ্জা না নিদান ॥
তোমবা বা কোন বাণি বুলি আছা কিবা যামি
নুবুজো হো একো অভিপ্রায় ।
আতা বোলে যদি গুরু তোমাৰ লগতে আসে
আনিবাহা আমাসাৰ ঠাই ॥ ৭৫৯

* * *

হেন গোপাপন বাণী শুনি পাছে যদুমাণ
নমস্কাব কৰি উঠিলন্ত ।
তেতিক্ষণে যদুমণি বজাৰক পাই আসি
সাজ স্থ কিনিযা লৈলন্ত ॥ ৭৬০
পাছে কৈৰ পৰা আসি পোবাভিঠা সত্র পসি
শ্রীৰামৰ বাসাখানি পাইলা ।

* * *

সেহি বেলা শ্রীৰামে অন্নগুটি সিদ্ধ কৰি
পত্রখানি পাৰি লৈ আছন্ত ।
দুই হাতে দুই গুটি বিৰিয়া ধৰিয়া অন্ন
বাঢ়ি কথা ভুঞ্জিবে খোজন্ত ॥ ৭৬১
অন্ন কৰি যদুমণি মেলিলন্ত দ্বাৰখানি
মাথা তুলি শ্রীৰামে দেখিলা ।
দুই হাতৰ দুই বিৰিয়া গুটিক থৈই
গাৱ পাসি তেখনে উঠিলা ॥
আগবাঢ়ি কিছুমান পুছিলন্ত তাসম্বাত
কৈৰ পৰা আসন আতাই ।
বোলন্ত ভৱানীপুৰ হন্তে আসি আছোঁ আমি
আতাৰ আজ্ঞায়ে তবু ঠাই ॥ ৭৬২

* * *

প্ৰস্তুত ভক্ষ্যৰ ভোজনকে এৰি শ্ৰীৰামৰ ভৱানীপুৰলৈ আগমন

আতা বুলিলন্ত হেন শ্ৰীৰাম শুক যদি
আসিবাৰ আছে যদি মন।
তোমাৰ লগত নাৱে আসিব অৱশ্যে তাঙ্ক
আনিবাহা তুমি এতিক্ষণ॥ ৭৬৩

* * *

শুনি শ্ৰীৰামে অন্ন সুভুঞ্জিয়া পত্ৰখানি
তুলি ঢাকি থৈলন্ত আপুনি।
দেখি বাপ যদুমণি বোলন্ত ভোজন কৰা
বসি আমি থাকোঁহো এখণ।
তাৰা বোলে কোনো খানি বিপাক মিলয় জানো
এতেকে সে নকৰোঁ ভোজন॥ ৭৬৪
আথবেথ কৰি পাছে হাত-মুখ পখালিয়া
আপুন সম্ভ ৰখানি লৈলা।
নাৱে উঠি তেতিক্ষণে আসি পাইলা ছয়োজনে
গোপালক দৰিশন পাইলা॥

* * *

পাছে বাপ যদুমণি গোপালৰ আগে আনি
দিলা বেলমীয়া বস্তু যত।
তেতিক্ষণে সম্বৰিয়া লৈয়া সাজ যতমানে
হাত কৰি আপোন গৃহত॥ ৭৬৬
দৰ্শা-কৰ্ম্ম কৰি তথা ভকতসকল পাছে
হৰিনাম কৰিলা কীৰ্ত্তন।
সভা অৱসান কৰি গৈলা সৱে ঘৰাঘৰি
দিশা দিশে আইলা সৰ্ব্বজন॥
পাছে ত্ৰিদশাত দান কৰিলন্ত বহুমান
আনিয়া বিশিষ্ট বিপ্ৰগণ।
বসন-ভূষণ দিয়া সমস্তকে তুষিলন্ত
জাতি-মিত্ৰ কৰাইলা ভোজন। ৭৬৭

* *

পদ

গোপাল আৰু শুনা আতপৰে যেন কথা বিদ্যমানে ।
শ্ৰীৰামৰ আসিল শ্ৰীৰামদেৱ গোপালৰ থানে । ৭৭২
প্ৰশ্নোত্তৰ পাছে একদিনা বাপ শ্ৰীৰাম আসিয়া ।
দেৱ গোপালৰ আগে অৱনত হুয়া ॥
পৰম সাদৰে হেন বুলিলা বচন ।
দিয়ো উপদেশ বাপ আমাক এখন ॥ ৭৭৩

* * *

বোলন্ত গোপালে পাছে শ্ৰীৰামক চাই ।
তুমি গুৰু উত্তম শৰীৰ আজ্ঞা পাই ॥
আপুনি পণ্ডিত তুমি সকলে শাস্ত্ৰত ।
মুখ্যজনে তোমাতে সোধয় শাস্ত্ৰ-মত ॥ ৭৭৬
কুলীন পণ্ডিত হুয়া আছে যিটো মনে ।
সি জনৰ জানিবাক লাগে কি কাৰণে ॥
আমি কথা কহিলে তোমাৰ কিবা হৈব ।
গৰ্ব্ব-মান তোমাৰ সকলে চুৰ হৈব ॥ ৭৭৮
হেন জানি তোমাৰ পুছিবে নাহি কাজ ।
আনত সুধিয়া পণ্ডিতে সে পাৱে লাজ ॥
গোপালৰ হেন বাক্য চিৰিৰামে শুনি ।
নমাতিয়া কতো বেলি আছে মনে গুণি ॥ ৭৭৯
হাত যোৰ কৰি অৱনত হুয়া কায় ।
বোলন্ত আমাত বাপ একো গুণ নাই ॥
যদিবা পণ্ডিত হওঁ শাস্ত্ৰত আপুনে ।
তেৱে মই ঐক আসিবোঁহো কি কাৰণে ॥ ৭৭৯
পুনুহো গোপালে হেন দিলন্ত উত্তৰ
কহিবোঁ তোমাত শাস্ত্ৰ-তত্ত্ব সাৰত্তৰ ॥

শ্ৰীৰামৰ উপদেশ জ্ঞান

সমস্ত শাস্ত্ৰৰ অগ্ৰগৰ্ব্ব মুখ্য যেন।
গৰ্ব্ব শূন্য সন্ত-পথ দেখাওঁ নিশ্চয় ॥ ৭৮০
হৰি-ভকতৰ যিটো ভৈল অনুদাস।
নিজনৰ দম্ভ দৰ্প সবে ভৈল নাশ ॥
দেহ গেহাদিত যিটো গৰ্ব্ব নুপজয়।
শুদ্ধ গুৰু-উপদেশে সদা প্ৰবৰ্ত্তয় ॥ ৭৮১
সকলে শাস্ত্ৰৰ তত্ত্ব-অৰ্থক জানয়।
শুদ্ধ শাস্ত্ৰমতে শুদ্ধ সেৱাত বহয় ॥
সোপাধি নিৰুপাধি সাধনত যত ফল।
যোগবলে সমস্তকে জানন্ত সকল ॥ ৭৮২
নিৰ্ম্মল ধৰ্ম্মৰ আচৰিয়া সৰ্ব্বক্ষণ।
সৰ্ব্বদায়ে নকৰন্ত শ্ৰৱণ কীৰ্ত্তন।
এতেকে তোমাত আমি কহিবোঁ হো তাক।
দেৱৰো দুৰ্লভ ইটো ৰহস্য কথাক ॥ ৭৮৩
যিটো জ্ঞানময় কৃষ্ণ জগত-ব্যাপক।
জ্ঞানীগণে জানে মাত্ৰ তান স্বৰূপক ॥
অজ্ঞানীসকলে নজানয় তত্ত্বসাৰ।
তাৰ জ্ঞান-হেতু হৰি হোন্ত অৱতাৰ ॥ ৭৮৪
দৈৱকীৰ গৰ্ভত আপুনি অৱতৰি।
জীৱক তাৰিবে হেতু ব্যক্ত হৈল হৰি ॥
নিজ গুণ যশ থৈলা ব্ৰহ্মাণ্ডক ভৰি।
তাক শুনি ভণি লোক যায় ভৱ তৰি ॥ ৭৮৫
এহি হেতু কৃষ্ণ ব্যতিৰেকে দেৱ আন।
নাহি নাহি দেৱ জানা কৃষ্ণৰ সমান ॥
তপ জপ যাগ যোগ আদি ধৰ্ম্ম যত।
নাম বিনে ধৰ্ম্ম আৰ নাহি সংসাৰত ॥ ৭৮৬

জ্ঞানিবাহা ভকতেসে পৰম বান্ধৱ।
ইহ পৰলোকে গতি কেৱলে মাধৱ॥
এহিখানে তোমাত কহিলোঁ শাস্ত্ৰ-সাৰ।
আতপৰে ধৰ্ম্ম আৰ জানা নাই আৰ॥ ৭৮৭
সদা ভকতৰ সঙ্গে প্ৰীতি আচৰিবা।
ভকত সহিতে একো বাদ নকৰিবা॥
প্ৰাণতো অধিক কৰি মানিবা ভকতক।
কহিলোঁ তোমাত ইটো কথা-ৰহস্যক॥ ৭৮৮
এতেক বুলিয়া দেৱ গোপাল ৰহিলা।
বাপ শ্ৰীৰামে উঠি আদৰে নমিলা॥
এহিমতে গোপালৰ সঙ্গত হৰিষে।
কথামৃত পান কৰি থাকা অহৰ্নিশে॥ ৭৮৯

* * *

## ছবি

গ্ৰন্থকাৰৰ আত্মকথা

শুনিয়োক সভাসদ ভকতি অমৃত (১) পদ
আমি অজ্ঞ মহা মূঢ়মতি।
এক দিৱসৰ ইটো চৰিত্ৰক কহিবাক
আছে জানা কাহাৰ শকতি॥
তথাপি আমাৰ মনে যি কিছু প্ৰকাশ ভৈল
বিৰচিলোঁ বুদ্ধি অনুসাৰ।

(১ এই চৰিত-পুথিৰ গ্ৰন্থকাৰ ৰামানন্দই তেৰাব পুথিব আৰম্ভণিতে ৮ম পদত "এতেকে সে নিবন্ধিবে বাঞ্ছা ভৈল মন। ভক্তি-অমৃতৰ পদ শুনা সৰ্ব্বজন।" আৰু ১১৮শ পদত "ভকতি-অমৃত ইটো চৰিত্ৰ প্ৰধান" আৰু বৰ্ত্তমান এই পদতো "ভকতি-অমৃত পদ" বুলি লেখাতে চাই তেৰাই সেই পুথিৰ নাম "ভক্তি-অমৃত" বুলি হে ৰাখিছিল।—সম্পাদক।

জানি সাধুজনে মোক উপহাস নকৰিব।
দোষচয় ক্ষমিবা আমাৰ ॥ ৪৬৪

দেখন্ত্যা জনৰ মুখে শুনিবাক নপাইলোঁহো
হটো চৰিত্রক সাৱশেষে।
শুনন্তা জনৰ মুখে যি কিছু শুনিছোঁ আমি
তাক মত্র কহিলোঁ নিশেষে ॥

* * *

গোপালদেৱৰ নাতিৰ তনয়
নামক আমি ধৰিলোঁ।
তাহান গৃহত জনম ধৰিয়া
ভকতক নাচাবালোঁ ॥ ৬৭২

* *

হে কৃষ্ণদেৱ মন্ত্ৰ অধমক
চৰণে কৰা উদ্ধাৰ।
শঙ্কৰ মাধৱ গোপাল স্বৰূপে
তুমি ভৈলা অৱতাৰ ॥
কমললোচন ৰামকৃষ্ণ ৰূপে
তুমি ভৈলা কৃপাময়।
অজ্ঞান-আন্ধাৰ দূৰ কৰি মোৰ
ঘুচাইলা সংসাৰ-ভয় ॥ ৭৭৮

-সমাপ্ত-

# সূচীপত্ৰ

( পৃষ্ঠাঙ্কসহ বৰ্ণানুক্ৰমিকভাৱে )

০

# ভুল-শুধৰণি

[বিশেষ সতৰ্কতা অৱলম্বন কৰাতো এবাৰ নোৱৰা কাৰণত এই পুথিত বহুতো ছপাৰ ভুল থাকি যোৱাত আমি দুখিত হৈছোঁ। তলত আমাৰ চকুত-পৰা মতে ভুল শুধৰণি দিয়া হৈছে। —সম্পাদক]

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুধৰণি |
|---|---|---|---|---|
| ২ | ৫ | ৪ | বালিয়া | বুলিয়া |
| ৫ | ৩৯ | ৩ | আপনি | আপুনি |
| ৭ | ৫৫ | ৩ | মনপৰ | মনপূৰ |
| ,, | ৫৭ | ৩ | | |
| ১১ | প্ৰথম দাড়িৰ টোকাত | | বাত-বৃষ্টিত | বাত-বৃষ্টিত কষ্ট |
| ১২ | ৮৯ | ৪ | দিগন্ত | দিগন্ত |
| ১৩ | ৯৮ | ১ | গোপাল | গোপালৰ |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুদ্ধৰূপ |
|---|---|---|---|---|
| ১৩ | শেষ শাৰীৰ দাঁতিৰ টোকাত | | হকা-ৰবা | হকা-বধা |
| ১৫ | ১০৮ | ১ | মুখ | মুখে |
| ১৬ | ১১৭ | ১ | নানঘৰ | নামঘৰ |
| " | ১১৮ | ২ | নহা | মহা |
| " | " | ২ | গোপলক | গোপালক |
| ১৭ | মাজৰ দাঁতিৰ টোকাত | | সুবিতাৰ গত | সুবিতাৰ লগত |
| ২০ | ১৩২ | ১ | ধৱ | মাধৱ |
| ২৫ | ১৪৮ | ৩ | মনপৰ | মনপূৰ |
| ২৬ | ১৫৮ | ২ | বচ | বচন |
| ২৭ | ১৬১ | ৩ | আপনিয়ো | আপুনিয়ো |
| ৩৬ | ১৯২ | ১ | গধলিকা | গধূলিকা |
| ৪১ | ২০৭ | ১ | শুান | শুনি |
| ৪২ | ২১০ | ৪ | থজি | খুজি |
| ৪৪ | ২১৭ | ৪ | উপদেশ | উপদেশ |
| " | " | " | পৰি | পূৰি |
| ৪৭ | ২২৯ | ২ | তাম্বলক | তাম্বূলক |
| ৫৫ | দাঁতিৰ টোকাত | | কণ্ঠভূষণ | কণ্ঠভূষণৰ |
| ৫৬ | ৩১৯ | ৪ | গৈল্ সে | গৈলে সে |
| ৬১ | পাদটীকাৰ প্ৰথম | | সিদ্ধৰৰ | সিদ্ধৱৰ |
| ৬৭ | ৩৮৫ | ৪ | সৰ্য্যা | সূৰ্য্যা |
| ৭৮ | ৬১৭ | ২ | বলিবাহা | বুলিবাহা |
| ৭৯ | ৬১৯ | ১ | উপদেশ ক···া | উপদেশ-কথা |
| ৮০ | দাঁতিৰ প্ৰথম টোকাত | | মধুপুৰত সত্ৰৰ | মধুপুৰ সত্ৰত |
| ৮৪ | ৩০ | ২ | বৰাইলা | বুৰাইলা |
| ৮৭ | ৭৪ | ৩ | সখা | সুখী |
| ৯০ | ৮১ | ৪ | কণে | কৰ্ণে |
| ৯১ | ৮৭ | ৩ | ভুজযগ | ভুজযুগ |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুধৰণি |
|---|---|---|---|---|
| ৯৭ | ১১৪ | ৪ | ভৈটাহলা | ভেটাইলা |
| ১১৭ | দাঁতিৰ টোকা তলৰপৰা | ৩ | মখত | মুখত |
| ১২২ | ২৮০ | ৩ | সাধৰ | সাধুৰ |
| ১২৩ | দাঁতিৰ টোকাৰ তলৰ | | সহানুভতি | সহানুভূতি |
| ১৩০ | ৩১৯ | ২ | আল্পমতি | অল্পমতি |
| ” | ৩২০ | ১ | বলিতে | বুলিতে |
| ১৩১ | ৩২৮ | ২ | মাৰ | মোৰ |
| ” | ” দাঁতিৰ টোকা | | আদে | আদেশ |
| ১৩২ | ৩৩১ | ২ | নিযা | শুনিয়া |
| ১৩৪ | ৩৪৫ | ২ | আশিলা | আসিলা |
| ” | ” দাঁতিৰ টোকা | | দৰ্শনাথে | দৰ্শনাৰ্থে |
| ১৩৬ | ৩৬৩ | ২ | তোমক | তোমাক |
| ” | ৩৬৫ | ৪ | নকহলে | নকহিলে |
| ১৪১ | ৩৯৮ | ১ | সখী | সুখী |
| ১৪৩ | দাঁতিৰ টোকাৰ শেষ | | কাৰ্য্যবিভাগ | কাৰ্য্যবিভাগ |
| ১৪৫ | ৪১৪ | ৪ | আপ তবে | আতপৰে |
| ১৪৭ | ৪২৮ | ৪ | চাৰিত্ৰক | চৰিত্ৰক |
| ১৪৮ | ৪৪০ | ৪ | স্থলৰূপে | স্থূলৰূপে |
| ১৫৩ | ৪৬৯ | ৪ | দনমানে | দিনমানে |
| ১৫৮ | ৪৮৮ | ২ | তাৰতক | তাৰ তবে |
| ১৬০ দাঁতিৰ শেষ টোকা | | | প্ৰযহ | প্ৰযত্ন |
| ১৬৮ | ৫৪২ | ৪ | আদি | আদ |
| ১৭০ | ৫৫২ | ৩ | বলিলন্ত | বুলিলন্ত |
| ১৭১ | ৫৬৪ | ১ | সধিবে | সুধিবে |
| ১৭৪ | ৫৭৮ | ৩ | যগুতি | যুগুতি |
| ” | ৫৮১ | ৪ | লকায়া | লুকায়া |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুদ্ধৰূপ |
|---|---|---|---|---|
| ১৭৪ | পাদ টীকাত | | বাধ্যতামলক | বাধ্যতামূলক |
| ,, | ,, | | দেৱীপজা | দেৱী-পূজা |
| ,, | ,, | | কাৰ | কৰি |
| ১৭৬ | ৬৯০ | ৩ | মোহাৰ | মোহোৰ |
| ,, | ৫৯১ | ৩ | শনি | শুনি |
| ,, | শেষৰ পাদটীকা | | বন্ধিয়া-পত্ৰ | বন্ধীয়া-পুত্ৰ |
| ১৮১ | ৬৩০ | ২ | একোটা | এগোটা |
| ,, | শেষৰ দাঁতিৰ টোকা | | এটপুলি | এটুপুলি |
| ১৮৪ | ৬৫১ দাঁতিৰ টোকা | | বিষদ | বিষাদ |
| ১৮৬ | ৬৩৯ | ২ | যত্ত | যতন |
| ,, | শেষৰ দাঁতিৰ টোকা | | ব্যৱস্থ | ব্যৱস্থা |
| ১৮৭ | ,, | | সমপন | সমৰ্পণ |
| ১৮৮ | পাদ টীকাত | ৬ | মৰবৈৰা | মনবৈৰী |
| ১৮৯ | ৬৭৮ | ৫ | আপনি | আপনি |
| ১৯২ | ৬৯১ | ২ | পৰণ হৰিক | পৰাণহাৰক |
| ১৯৪ | ৭০২ দাঁতিৰ টোকা | | সুপৰামৰ্শ | সুপৰামৰ্শ |
| ,, | ৭০৩ | ৪ | পশখানি | পশুখানি |
| ১৯৫ | ৭১১ দাঁতিৰ টোকা | | লজ্জত | লজ্জিত |
| ২০০ | ৭৩৮ | ১ | পলেটি | পালটি |
| ,, | ৭৩৯ দাঁতিৰ টোকা | | গাপাল | গোপাল |
| ,, | ৭৪০ | ৩ | ধৰিয় | ধৰিয়া |
| ২০২ | ৭৫৮ | ৩ | জটি | জুটি |
| ২০৩ | ৭৬৫ দাঁতিৰ টোকা | | ভৎসনা | ভৰ্ৎসনা |
| ২০৪ | ৭৭২ | ৪ | চা· ·ৰি | চাপৰি |
| ২০৫ | ৭৭৬ | ১ | পাৰ | পাৰি |
| ২০৬ | ৭৮৩ | ৩ | সখী | সুখী |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুদ্ধবণি |
|---|---|---|---|---|
| ২০৬ | ৭৮৫ | ১ | ত্বাৰা | তাৰা |
| „ | ৭৮৭ | ১ | শনি | শুনি |
| ২০৮ | ৭৯৮ | ৪ | এথানি | এখানি |
| „ | ৮০০ | ৩ | যদ | যদি |
| ২০৯ | ৮০২ দাঁতিৰ টোকা | | আদেৰ | আদেশ |
| „ | ৮০৩ | „ | ।শষ্য-পালন | শিষ্য-পালন |
| ২১৩ | ৮১৮ | ৩ | জু'ৰলন্ত | জুৰিলন্ত |
| ২১৫ | ৮৩০ | ২ | বলিলন্ত | বুলিলন্ত |
| ২১৬ | ৮৩৬ | ১ | পুম * | পুষ্প |
| ২১৮ | ৮৪৫ | ৪ | ভিক্ষকৰ | ভিক্ষুকৰ |
| ২২০ | ৮৬২ | ১ | ঘেৰে | হেৰে |
| ২২১ | ৮৬৬ | ৪ | গোপপে | গোপালে |
| ২২২ | ৮৭০ | ২ | নিৰিষয় | নিৰ্ব্বিষয় |
| „ | ৮৭১ দাঁতিৰ টোকা | | বিষ | বিষয় |
| „ | ৮৭৫ | „ | ৰং | (শব্দটো উঠি যাব।) |
| „ দাঁতিৰ শেষ টোকা | | | পি | পিচত |
| ২২৩ | ৮৭৬ দাঁতিৰ টোকা | | অভক্ত | অভক্তৰ |
| „ দাঁতিৰ শেষ টোকা | | | অথাৎ | অৰ্থাৎ |
| ২২৪ | ৮৮৩ | ১ | বলিলা | বুলিলা |
| „ | পাদ টীকা | | ভুক্রা-বিৰচিত | ভুক্তা বিৰচিত |
| ২২৬ | ৮৯৪ | ১ | মক্তি | মুক্তি |
| ২২৯ | ৯০৫ | ১ | আঢ়ৰন্ত | আঢাৰন্ত |
| ২৩১ | ৯১৮ | ১ | সখে | সুখে |
| ২৩৩ | ৯৩২ | ৪ | তোমাৰাক | তোমৰাক |
| ২৩৪ | ৯৪০ | ২ | কৰিলন্ত | কহিলন্ত |
| ২৩৯ | ৯৭১ | ২ | ৰাত্ত | যাত্ত |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুদ্ধৰণি |
|---|---|---|---|---|
| ২৪০ | ৯৭৩ দাঁতিৰ টোকা | | গুনিয়েই | শুনিয়েই |
| ২৪১ | ৯৭৫ | ৩ | গোপোলো | গোপালো |
| ২৪২ | ৯৮৬ | ৩ | সমলি | সমূলি |
| ২৪৩ | ৯৯০ | ৩ | তৰায় | ত্বৰয় |
| „ | ৯৯২ | ১ | চৰথত | চৰণত |
| ২৪৭ | ১০২০ | ২ | দষণ | দূষণ |
| ২৪৯ | ১০৩২ | ৩ | ভঙ্গিৰাক | ভুঞ্জিবাক |
| ২৫০ | ১০৩৬ | ১ | বলিলা | বুলিলা |
| „ | দাঁতিৰ (১) টোকাৰ শেষ | | গুশ্ৰষা | শুশ্ৰূষা |
| ২৫১ | ১০৪০ | ১ | নৃপত্তিৎ | নৃপতিও |
| ২৫৩ | ১০৪৪ | ৩ | মানিয়াথনে | মানিয়া মনে |
| „ | শেষৰ দাঁতিৰ টোকা | | পুৰুবোত্তমৰ | পুৰোষোত্তমৰ |
| ২৫৪ | ওপৰৰপৰা তিনিশাৰীৰ | | শেষত "পৰমআনন্দ" ৰ পাছত * এই চিন এবং পৰি গৈছে | |
| ২৫৫ | ১০৫৬ | ৩ | দষণ | দূষণ |
| „ | ১০৫৮ | ৩ | পাইলান্ত | পাইলন্ত |
| ২৫৮ | ১০৭৬ | ২ | থৈলগ | থৈলা |
| ২৬৩ ওপৰৰ দাঁতিৰ টোকা | | | সমাপণ | সমাপন |
| ২৬৬ | ৭৫৫ | ১ | পর্ণানন্দ | পূর্ণানন্দ |
| ২৬৭ | ১০১০ | ৪ | চৰ | চুৰ |
| „ | পাদটীকা | ১ | অসম্পর্ণ | অসম্পূর্ণ |
| ২৬৯ | ৯৪ | ৩ | পাৰন্ত | পাৰন্ত |
| ২৭০ | ৯৬ | ২ | পুহে | গৃহে |
| ২৭১ | ১০০ | ২ | পর্ব্বে | পূর্ব্বে |
| ২৭২ | ১১১ | ১ | নাচাৰবোঁ | নাচিবিবোঁ |
| ২৭৩ | ১০ | ১ | যিটো | যিটো |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুধৰণি |
|---|---|---|---|---|
| ২৭৬ | ৩১ | ৪ | কাহছা | কৰিছা |
| ২৭৭ | ৩৪ | ৪ | কৰন্ত | কন্ত |
| ২৭৯ | ৪৯ | ১ | বাস | বসি |
| ২৮০ | ৫৩ | ১ | বোল | বোলে |
| ২৮৩ | ৭১ | ৪ | কোলাত | কোলাত |
| ২৮৮ | ৮৮ | ৪ | সমীপো | সমীপে |
| ২৮৯ | ৯২ | ৩ | যেতিক্ষ | যেতিক্ষণে |
| ২৯২ | ৯৯ | ৪ | বৰনীযা | বৰণীয়া |
| ২৯৩ | ১০৯ | ২ | কৰি | নিদ্রা কৰি |
| ২৯৬ | দাঁতিৰ টোকা | | বংশীগোপাল | বংশী গোপালৰ |
| ২৯৮ | ২২২ | ১ | বথা | কথা |
| ৩০০ | ২২৬ | ১ | নপাৰ | নপাৰা |
| ৩০২ | ২৮৪ | ৪ | সেহ | সেহি |
| ” | ২৯৩ | ৩ | অকাৰ | আকাৰ |
| ৩১৩ | ৩৮২ | ১ | দেৱত | দেৱতা |
| ৩১৪ | ৩৮৪ | ৩ | আতহি | আতাই |
| ” | ৩৮৬ দাঁতিৰ টোকা | | পুৰুষোত্তম | পুৰুষোত্তমৰ |
| ৩১৫ | ৩৯০ | ২ | গোপা | গোপী |
| ৩১৭ | ওপৰৰ পৰা | ৮ | ৯৪ | ৩৯৪ |
| ” | ৩৯৪ | ২ | সোহ সে | সেহি সে |
| ” | ৩৯৫ | ১ | নানে | নামে |
| ৩১৮ | ৩৯৮ | ৩ | হৰি-কথা | হৰি-কথা |
| ৩১৮ | ৩৯৯ | ৪ | আজ…কলি | আজি…কালি |
| ৩১৯ | ৪০১ | ১ | কানঝাৰ | কালঝাৰ |
| ” | ৪০৩ | ১ | শুনি | শুনি |
| ৩২০ | ৪০৬ | ৩ | হৰিগতি | হৰিগতি |

| পৃষ্ঠাঙ্ক | পদাঙ্ক | শাৰী | ভুল | শুধৰণি |
|---|---|---|---|---|
| ৩২২ | ৪১১ | ৩ | বা ঘ-চৰ্ম্ম | বাঘ-চৰ্ম্ম |
| ৩২৭ | ৪৫৪ | ৩ | ঘিটো | ঘিটো |
| ৩৩৩ | ৪৮৮ | ৩ | ঘিটো | সিটো |
| ৩৩৪ | ৪৯৪ | ৩ | ত্ৰয়যক্ত | হয়বুক্ত |
| ৩৩৮ | ৫২৬ | ৪ | মত্রি | মাত্র |
| ৩৪১ | ৫৩৬ | ২ | শিষ্যসৰ | শিষ্যসৱ |
| ৩৪৩ | ৫৪৪ দাঁতিৰ টোকা | ২ | পৰ্ব্বৰ | পুৰ্ব্বৰ |
| ৩৪৪ | ৫৪৭ | ৩ | নাম | নাম |
| „ | ৫৪৮ | ১ | শুনিায় | শুনিয়া |
| | ৫৪৯ | ২ | আৰা । | আৰ ॥ |
| ৩৪৮ | ৫৭৮ | ১ | প্ৰাত | প্ৰীতি |
| ৩৪৯ | ৫৮১ | ১ | বুলিল | বুলিলা |
| ৩৫১ | ৫৯৬ | ১ | সোহ | সেহি |
| ৩৬২ | ৬৮ | ৩ | যেন | যেন |
| ৩ ৬ | ১০৭ | ৩ | স্মৰিল | স্মৰিল |
| ৩৬৭ | ১২২ দাঁতিৰ টোকা | | প্ৰাৰ্থন্না | প্ৰাৰ্থনা |
| ৩৭০ | ১৫৫ | ২ | কাৰকন্ত | কৰিকন্ত |
| ৩৭১ | ১৬৯ শেষৰ দাঁতিৰ টোকা | | অম্বীকাৰ | অস্বীকাৰ |
| ৩৭৩ | ১৮৩ | ২ | ভলটিয়া | উলটিয়া |
| ৩৭৭ | ২১৭ | ৩ | য শ্ৰম | যত শ্ৰম |
| „ | „ | ৪ | বাসুদেৱ য় | বাসুদেৱময় |
| „ | „ | „ | জ্ঞান | জ্ঞানী |
| ৩৭৮ | ২১৯ | ২ | কলে সমে | কালে সমে |
| | পাদটীকা | ২ | পযাটন | পৰ্য্যটন |
| ৩২৬ | ৪৭৬ | „ | নই | নাই |